# মুক্তি সংগ্ৰামৰ
# আধাৰত
# জীৱন কথা

তৰুণসেন ডেকা

"Mukti Sangramar Adharat Jiban Katha"- A book on the life of the writer who personally participated in the Freedom Struggle against British Imperialism since 1930 to 1947, and also his active participation in people's movement, for land reform, price rise, student agitation establishment of oil refinery, broad gauge railways, and industrialisation in Assam etc. The book is written by Shri Tarun Sen Deka, Freedom Fighter and Tamrapatra Holder and Published by Shri Rabin Sen Deka.
Price Rs. 60.00 (Rupees Sixty only)

লেখক
তৰুণসেন ডেকা

প্ৰকাশক
ৰবীনসেন ডেকা

প্ৰথম প্ৰকাশ
১৯৯৩ চনৰ ৬ অক্টোবৰ

মুদ্ৰক
আৰ. ডি. প্ৰিণ্টাৰ্ছ
ধীৰেণপাৰা, গুৱাহাটী-২৫

মূল্য ঃ ৬০.০০ টকা

# সূচীপাত

# সমৰ্পণ

মাজুবাইদেউ ৺ৰামেশ্বৰী দেৱী, আৰু ভিনদেউ ৺ধনেশ্বৰ বৰ্মণে ১৯৪২ চনৰ স্বাধীনতা সংগ্ৰামত আহৰণ কৰা বন্দুক নিজৰ তত্ত্বাবধানত ৰৰঘৰৰ আটালত ৰাখি চৰকাৰৰ উদ্ধাৰ প্ৰচেষ্টা ব্যৰ্থ কৰিছিল। এওঁলোকৰ ঘৰখনে বিপ্লৱী কমিউনিষ্ট দলৰ আৰু পিছত কমিউনিষ্ট দলৰ বহু কৰ্মীক বিপদৰ সময়ত আশ্ৰয় দান দি অভূতপূৰ্বভাবে সহায় কৰিছিল। স্বাধীনতা সংগ্ৰামৰ এই নীৰব কৰ্মী দুজনাৰ লগতে—স্বাধীনতা, শান্তি, প্ৰগতিৰ নিস্বাৰ্থ যুজাৰু সকললৈ—কিতাপখনি সমৰ্পণ কৰিলোঁ।

তৰুণ সেন ডেকা

৬/১০/৯৩

# জীৱন কথা

## প্ৰথম খণ্ড ( ১৯৪৭ চনলৈ )

তেসত্তৰ বছৰৰ কাহিনী বহু দীঘলীয়া। কিন্তু ব্যক্তিৰ জীৱন কাহিনী তেসত্তৰ বছৰত অতি সামান্য আৰু নগন্য। পৃথিৱীত কোটি কোটি মানুহ উপজিছে—চেঙেলীয়া হৈছে, যুবক হৈছে আৰু বুঢ়া হৈ মৰিছে। কিন্তু বিভিন্ন বেমাৰ-আজাৰ অসুখত ভুগি নাইবা দাৰিদ্ৰ্যতা জনিত কাৰণত আকালতভূগি অকালতে মৃত্যু হৈছে। কোটি কোটি মানুহৰ জীৱনৰ কাহিনী অলিখিত বা অজানিত হৈ ৰল—ইতিহাসে তেওলোকক ঢুকি নেপায়, কোনো দিনে উদ্ধাৰ কৰাৰো সম্ভাবনা নাই।

ব্যক্তিৰ জীৱনৰ ব্যক্তিগত কাহিনী বা আত্মকথাৰ সামাজিক প্ৰয়োজন হয় তেতিয়া, যেতিয়া সেই কাহিনীয়ে সমসাময়িক সমাজ-জীৱনৰ উমান দিব পাৰে, দেশ বা পৃথিবীৰ খবৰ যোগাব পাৰে।

জীৱনত বহু ঘাত-প্ৰতিঘাতৰ দেৱাল পাৰ হৈছো। প্ৰায় ৫০ বছৰৰ ওপৰকাল কমিউনিষ্ট ৰাজনীতিৰ লগতো জড়িত থাকিলো। এই কালচোৱাত ঘটা সাধাৰণ ঘটনা কিছুমান আজি কিছুদিনৰ পৰা মনত উকি মাৰি আছে। দুই এজন বন্ধুমানুহে কৈছে 'এতিয়া আপোনালোকৰ যথেষ্ট বয়স হৈছে। অতীতৰ অভিজ্ঞতা সমূহ লিখি থলে ভৱিষ্যতৰ বংশধৰ সকলৰ উপকাৰত আহিব।" মাজে মাজে লিখো লিখো বুলি ভাবি থাকো, কিন্তু আৰম্ভ কৰা নহয়। ওকালতি কৰা মানুহৰ পক্ষে জিৰণিৰ নিশ্চয়তা নেথাকে। প্ৰদীপে ওকালতি কৰাৰ পিচত কিছু সময় পাইছো। সেই কণ সময়ৰ লগত মিলাই আৰু দীঘলীয়া সময় কিছু যোগ কৰি আজিৰ পৰা লেখাৰ আৰম্ভ

কৰিলো। মানুহৰ উপকাৰত কি পৰিমাণে লাগিব নেজানো—কিন্তু নিজৰ মানসিক সন্তুষ্টি হব—সন্দেহ নাই।

আজিৰ পৰা প্ৰায় ৭৩ বছৰ আগৰ বৰ্ত্তমানৰ নলবাৰী জিলাৰ বেলশৰ গাওঁৰ কৃষক পৰিয়ালত মোৰ জন্ম হয়। পিতৃদেৱ ৺ৰাধিকা সেন ডেকা এজন হোজা কৃষক আছিল কিন্তু মানুহজন সৰল, উদাৰ, বহলমনা আৰু শাস্ত্ৰজ্ঞ আছিল।

বাইদেউহঁতৰ পৰা জানিছো মা ৺মমতপ্ৰিয়া ডেকা মোৰ ৬ বছৰ মান বয়সতে ঢুকাইছে। বেৰামাহ ধৰি প্ৰসুতিবেমাৰত ভুগি আছিল শেষত তেজ কমিল, মানুহজনী উখহিল, ঘৰৰপৰা চোতাললৈ ওলাব নোৱাৰা হল, পাছি এটাত ভৰাই ঘৰৰপৰা চোতাললৈ আৰু চোতালৰ পৰা ঘৰলৈ—ধৰাধৰিকৈ অনা নিয়া কৰিবলগীয়া হল—আৰু এদিন তেও ঢুকাল। মৰাশটো চোটালত লৈ বাইদেউহঁতে যেতিয়া কন্দাকটা কৰে, তেওঁলোকক দেখি মযো কান্দিছিলো। তেতিয়াও মৃত্যু কি মই বুজা হোৱা নাছিলো।

মাৰ মৃত্যুৰ সময়ত আমাৰ সেই অঞ্চলত কোনো ডাক্তৰ নাছিল, ডাক্তৰখানাও নাছিল—মানুহে ডাক্তৰ কি নেজানিছিল। গাওঁত দুই-এজন আয়ুৰ্বিক ওজা (বেজ) আছিল—সময়ত তেওঁলোকে কোনোবা যুগতে জনা দুই এপালি বনদৰব দি মানুহৰ চিকিৎসা কৰিছিল। তেওঁলোকৰ জ্ঞানৰ ওপৰতেই হেজাৰ বিজাৰ মানুহৰ জীৱনৰ ভবিষ্যত নিৰ্ভৰ কৰিছিল। তেওঁলোকৰ বেচিভাগেই "মন্ত্ৰ" মাতিছিল, বহুবেমাৰত মন্ত্ৰৰ চিকিৎসাই উল্লেখযোগ্য ভুমিকা গ্ৰহণ কৰিছিল। আমাৰ সেই অঞ্চলত সেই সময়ত ৺বৰিহণা বেজ বিখ্যাত আছিল। পুৱাৰেপৰা তেওঁৰ ঘৰত মানুহৰ ভিৰ। তেওঁৰ "গুটিবৰী" খাই হেনো বহুৰোগী নিৰাময় হৈছিল।

এটা কথা মনত পৰে। মাৰ মৃত্যুৰ আগেয়ে তেতিয়া মোৰ বয়স ৩/৪ বছৰ মান। মা আৰু কেগৰাকীমান মহিলা আমাৰ

ভাগিৰ পিতৰাম খুড়াৰ ঘৰলৈ গ'ল। মোকো নিলে। দেখিলো আচৰিত ঘটনা—ঘটনাটো পাহৰিব পৰা নাই। পিতৰাম খুড়াৰ খুৰিয়ে পূবমুৰা ওখভেটিৰ ঘৰটোৰ উত্তৰফালৰ কমটোৰ ভিতৰত চিঞৰি আছে। মা হতে কৈছে ভালদৰে বহ, খুটাটোত ধৰ, বলদি—কিছু সময়ত দেখিলো এটি ছোৱালী সন্তানৰ জন্ম হ'ল। ঘৰৰ খুটাটোৰ পৰা এডোখৰ চালি একৰাই আনিলে আৰু সন্তানটোৰ নাৰীদাল কাটিলে। এই ছোৱালীজনীয়েই শ্ৰীমতি শুভেপ্ৰিয়া ডেকা (বৰ্মন) হিচাবে পৰিচিত হ'ল। মানুহে মানুহৰ জন্ম দিয়া হুবহু ঘটনাটো সিদিনাই দেখিলো—তাৰ পিছত আৰু দেখাৰ ভাগ্য হোৱা নাই; কিয়নো পুৰুষে হেনো সন্তানৰ জন্মঘটনা চাবলৈ নেপায়। মোৰ ৩/৪ বছৰ বয়সীয়া অৱস্থাত মা-হতে মোক 'পুৰুষত্বৰ' অধিকাৰ বোধকৰো দিয়া নাছিল আৰু সেই বাবেই শুভেপ্ৰিয়াৰ জন্মৰ হুবহু ঘটনা মোক চাবলৈকে নিছিল। এই ঘটনাতেই দেখিলো মৰমৰ সন্তান প্ৰসব কৰোতে মাতৃজাতিয়ে কিমান দুখ, কষ্ট আৰু দুৰ্ভোগৰ সমূখীন হব লাগে। তাৰ পিছতো ভাওৰ নোহোৱালৈকে এই কাল -চোৱাত পিয়াহ খুওৱা, লুথুৰি খুওৱা, গাখীৰ খুওৱা, ভাত খুওৱা, কানিকাপোৰ যোগান ধৰা, বেমাৰত দেখাশুনা কৰা—আদি এশ এবুৰি কষ্ট ও দুখৰ সীমাহীন কৰ্ত্তব্য সম্পাদন কৰিব লাগে। তেনেস্থলত সন্তানৰ ওপৰত মাকৰ কৰ্ত্তৃত্ব আৰু ভালপোৱা—এই দুয়োটাই থাকি যায়। সময়ৰ সোতত, ঘাতপ্ৰতিঘাতত, কুশিক্ষাৰ প্ৰভাবত আমাৰ সমাজৰ বহুসংখ্যক সন্তানে পিতৃ-মাতৃৰ প্ৰতি দেখুৱাবলগীয়া শ্ৰদ্ধা আৰু সন্মানৰ কথা পাহৰি যায়; কাজিয়া কৰে, অশ্ৰদ্ধা আৰু অসন্মান কৰে, বুঢ়াকালত যাতনা দিয়ে, আনকি মাক-বাপেকৰ পৰা পৃথক হৈ পৃথকে থাকিবলৈ লয়। তেওঁলোকৰ পৰবৰ্তী সন্তানসকলেও একেধৰণৰ ব্যবহাৰ তেওঁলোকৰ পিতৃ-মাতৃৰ প্ৰতি প্ৰদৰ্শন কৰা দেখা যায়। কিছুমান ক্ষেত্ৰত এনে ব্যবহাৰ সামাজিক পৰম্পৰাৰ দৰে

ৰূপায়িত হৈছে—এনে ঘটনা বিলাকে পাৰিবাৰিক সুখ/আনন্দ আৰু স্বাচ্ছন্দ্যতাৰো ক্ষতি সাধন কৰিছে। দেশৰ ভৱিষ্যত বংশধৰ সকলে পিতৃ-মাতৃৰ প্ৰতি প্ৰদৰ্শন কৰা অশ্ৰদ্ধাজনিত ব্যৱহাৰৰ বিৰুদ্ধে ৰাজ্য-জুৰি অভিযান চলোৱাৰ প্ৰয়োজন। কিয়নো শিষ্টাচাৰ, সজব্যৱহাৰ, শ্ৰদ্ধাপ্ৰদৰ্শন, প্ৰীতিসুলভ আচৰণ ভৱিষ্যতৰ সমাজপ্ৰগতিৰ বাবে নিতান্তই প্ৰয়োজনীয়।

## বৰ আইৰ আক্ৰমণ

সুখৰ কথা যে আজিকালি আমাৰ দেশত 'বৰ আই' নিৰ্মূল কৰা আঁচনি গ্ৰহণ কৰা হৈছে; আৰু বেছিভাগ ঠাইতেই বৰ আইৰ আক্ৰমণৰ পৰা মানুহে ৰক্ষা পাইছে। ই সমাজৰ বাবে এটা ঐতিহাসিক পদক্ষেপ।

এই অভিযান আৰম্ভ কৰাৰ আগত—বিশেষকৈ আমি যেতিয়া ৪/৫ বছৰীয়া আছিলো—প্ৰায় ৭০ বছৰ আগত, বৰ আইৰ আক্ৰমণত বহুলোকৰ মৃত্যু হৈছিল, বহুতৰ মুখমণ্ডল আৰু দেহ বিকৃত আৰু বিৰূপ হৈছিল, বহুতৰ চকু নষ্ট হৈ অন্ধ হৈছিল। বহু মানুহ চিৰদিনৰ বাবে ঘৃণীয়া হৈছিল। তেতিয়া চিকিৎসাৰ কোনো ঔষধ নাছিল। মোৰ ৩/৪ বছৰ বয়সত মোকো বৰ-আয়ে আক্ৰমণ কৰিছিলে। মোৰ ককাইদেউ গৌৰি সেন ডেকা আৰু বাইদেউ ৰামেশ্বৰী ডেকা (বৰ্মন) এওলোককো আক্ৰমণ কৰিলে। আক্ৰমণ অতি ভয়াবহ। কেবাদিন ধৰি মোৰ জ্ঞান নাই—যেতিয়া জ্ঞানপালো—দেখিলো মোক, ককাইক আৰু বাইদেউক কলপাতত শুৱলৈ দিয়া হৈছে। আমাক কোনো ঔষধ পাতি দিয়া হোৱা নাছিল—কেৱল কেইটামান সন্ধিয়াত 'আই নাম' গাই, ঠগী দি বৰ আইক বিদায় দিয়া হৈছিল। কে সপ্তাহমান পৰিথকাৰ পিছত আমালোক ভাল হলো—কিন্তু বৰ

আয়ে আমালোক তিনিওজনৰে মুখমণ্ডলৰ অংশ কেতবোৰ একুৱাই পেলাই বেয়াধৰণে দাগ বহুৱাই দিলে। ককাইৰ মুখৰ দাগবোৰ ইমান ঘন ও দ আছিল যে তেওক চিনিবই পৰা হোৱা নাছিল। এই দাগবোৰৰ কিছু পৰিবৰ্ত্তন হওতে বহু বছৰ প্ৰয়োজন হৈছিল।

পিছত জানিলো আমাৰ অঞ্চলত সেই একে সময়তে বৰ আয়ে মহামাৰিৰ ৰূপ ধাৰণ কৰি বহুজনৰ ক্ষতি সাধন কৰিছিল।

এই বিষয়টো উত্থাপন কৰাৰ কাৰণ এয়ে যে ৭০ বছৰৰ আগৰ গাৱঁৰ জীৱন কেনে অভিশপ্ত আছিল, আৰু আজি তাৰ পৰিবৰ্ত্তে কেনে হৈছে।

এই বৰ আইৰ ভয়তেই বিদেশৰ মানুহে ভাৰতৰ মানুহক তেও লোকৰ দেশলৈ যাবলৈ নিদিয়ে—যদি চিতালৈ যোৱাৰ প্ৰমাণ দিব পৰা নেযায়। ইউৰোপ আৰু আমেৰিকাৰ লোক সকলে বৰ আইক বৰ ভয় কৰে।

সুখৰ কথা যে 'বৰ আই' হোৱা বুলি খবৰ দিয়া লোকক আজি কালি চৰকাৰে পুৰস্কাৰ দিয়াৰ ঘোষণা কৰিছে। আজি কালি এই বেমাৰৰ যথেষ্ট চিকিৎসাপাতি ওলাইছে। বিজ্ঞানৰ ই এটা অতীব সুফল।

## মেলেৰীয়া/টাইফইদ/কলাজ্বৰ/কলেৰা

মেলেৰীয়া, টাইফইদ, কলাজ্বৰ, কলেৰা আদি বিভিন্ন ৰোগৰ চিকিৎসা আজিৰ দিনত ওলাইছে। কিন্তু ৭০ বছৰ আগৰ চিন্তা কৰক, তেতিয়া এই বেমাৰ বোৰৰ চিকিৎসাৰ ব্যবস্থা হোৱা নাছিল। তেতিয়া ডাক্তৰী চিকিৎসা গাওঁ অঞ্চলত না ছিল—কেৱল অসমৰ চহৰ বিলাকত দু-এখন ডাক্তৰখানা প্ৰতিস্থাপিত হৈছিল।

টাইফইদৰ চিকিৎসাহীনতাৰ কাৰণে বহুলোক অকালতে মৰিছিল-

তেনেদৰে কলেৰা আৰু কলাজ্বৰতো হেজাৰ হেজাৰ লোকৰ মৃত্যু হৈছিল। কথিত আছে যে এই বেমাৰ বিলাকৰ জন্মদাতা 'দেৱতা' আছিল বুলি—আৰু সেইবাবে দেৱতাক খেদিবলৈ মানুহে মন্ত্ৰজ্ঞ বেজ নিয়োগ কৰিছিল। টাইফইডক শীতল সান্নিপাত বুলি কবিৰাজী শাস্ত্ৰত বিদিত আছে। আজি কালি সচৰাচৰ তেজপৰীক্ষা কৰি আৰু লক্ষণ চাই এই বেমাৰ ডাক্তৰ সকলে নিৰ্ণয় কৰে আৰু নিৰ্নীত হোৱাৰ পিছত ঔষধ প্ৰয়োগ কৰে। সান্নিপাত জ্বৰৰ এতিয়া ভাল ঔষধ ওলাইছে—সময়মতে চিকিৎসা হলে ৰোগী আৰোগ্য লাভ কৰে। আজি কালিও টাইফডৰ আক্ৰমণ হয়—কিন্তু মানুহে আগৰ দৰে সন্ত্ৰস্ত নহয়—সন্ত্ৰস্ত হোৱাৰ কাৰণো নাই। কলাজ্বৰত আগেয়ে গাওঁৰ পিছত গাওঁ উচ্ছন্ন হৈছিল আজি কিন্তু কলাজ্বৰৰ বেমাৰী দেখাটো মনতেই নপৰে। কৰবাত ভিতৰুৱা ঠাইত এই বেমাৰে জন্মলাভ কৰিলেও—চিকিৎসাৰ উপযুক্ত ব্যৱস্থা থকা কাৰণে ভয়ৰ কাৰণ নাই।

কলেৰাৰ চিকিৎসা আগতে একেবাৰে নাছিল। এখন গাৱত কলেৰা আৰম্ভ হলে—মানুহ মৰি নোহোৱা হয়। চাফচিকুণতা, মাখিৰ অত্যাচাৰ এই বিলাকৰ সম্বন্ধে আগৰ মানুহে নেজানিছিল। এতিয়া কলেৰা আৰম্ভ হলেই ডাক্তৰে আগুৰি ধৰে—প্ৰয়োজনীয় ঔষধপাতি প্ৰদান কৰে আৰু অতি কমসংখ্যক মানুহ হে মৰে। ১৮৯৭ চনৰ বৰভুইকপৰ পিছত হোৱা কলেৰাত কিমান হেজাৰ মানুহ মৰিছে তাৰ হিচাব নাই। শ্মশানলৈ শ নিবৰ কাৰণে হেনো এদাল বাহেই যথেষ্ট আছিল—এটা মৰা শ শ্মশানত থবলৈ গৈ ঘুৰি আহি নৌপাওঁতেই হয় শ্মশানলৈ যোৱা কোনোবাজন বাটতে মৰিল, নাইবা ঘৰ আহি পাই দেখিলে যে আৰু এজন বা ততোধিক মানুহ ইতিমধ্যে মৰিল। সেইকাৰণে এই বেমাৰক মহামাৰি, 'মান্না' আদি শব্দেৰে বুজাইছিল।

মেলেৰিয়া বেমাৰ নিৰ্মূলৰ বাবে চৰকাৰে 'মেলেৰিয়া নিৰ্মূল আচনি' গ্ৰহণ কৰি বহুলাংশে মানুহক সকাহ দিব পাৰিছে—যদিও ঠায়ে ঠায়ে এই বেমাৰে চেগাচোৰোকাকৈ মাজে মাজে দেখা দি আছে।

এতিয়া মেলেৰিয়াৰ কুইনাইনৰ পীল সহজলভ্য। কুইনাইন তৈয়াৰ কৰা গছৰ খেতি মেঘালয়তো কৰা হৈছে। এই বিধ ঔষধ সহজলভ্য। মেলেৰিয়া হোৱা গম পালেই মেলেৰীয়া নিৰ্মূল আচনিৰ ডাক্তৰে বা বিভাগীয় কৰ্মচাৰীয়ে সাউৎ কৰে আহি ঔষধ দি যায়—বিনা পইছাতে তেজ নি পৰীক্ষা কৰি বেমাৰ নিৰ্ণয় কৰে।

আমাৰ সৰুকালত মেলেৰিয়াত নুভুগা মানুহ নাই বুলিলেই হয়। এবাৰ মেলেৰিয়াত আক্ৰান্ত হলে—সি কেবামাহ বা বছৰ ধৰি মাজে মাজে আক্ৰমণ কৰি আছিল—অৱশেষত প্লীহা ও যকৃতৰ ওপৰতো আক্ৰমণ কৰি ৰোগীক মাৰি পেলাইছিল। মই নিজে মেলেৰিয়াত বহু বছৰ ভূগিছিলো। চ'ত/বহাগ মাহত প্ৰায় ঘৰতেই মেলেৰিয়াৰ আক্ৰমণ হৈছিল—আনকি ৰোগীক পানীটুপি দিবলৈ পৰ্য্যন্ত গৃহস্থ ঘৰৰ মানুহ নোহোৱা হৈছিল। মেলেৰিয়া হলে কলিকতাত তৈয়াৰী 'ব্যাসিলিন' আৰু পুৰণি 'সুধা সমুদ্ৰ' নামৰ ঔষধ নিজে নিজে দোকানৰ পৰা কিনি নি ব্যৱহাৰ কৰিছিল। আমি এতিয়াহে বুজিছো—'ব্যাসিলিন' মানে পনীয়া কুইনাইন ঔষধ বটলত থাকে—ৰংটো ৰঙা; অতি দুৰ্গন্ধ—ভাবিব নোৱাৰা তিতা সুদামুখত খাব নোৱাৰি। তামোল চোবাই পেলাই দি—নাকটোত ধৰি একে উশাহতে এপালি খাব লাগে, আৰু নাকত ধৰি থাকোতেই অন্য এখন তামোল চোবাই মুখৰ তিতা ও গোন্ধ মাৰিব লাগে। তেতিয়া মেলেৰিয়াৰ মূল লক্ষণ আছিল কঁপি কঁপি জ্বৰ উঠা। আজি কিন্তু প্ৰায় ক্ষেত্ৰতেই কপঁনি নোহোৱা মেলেৰিয়া হ'ল। মেলেৰিয়াৰ লক্ষণৰো আমূল পৰিবৰ্ত্তন হ'ল।

এই কেইটা বেমাৰৰ উল্লেখ এই কাৰণেই কৰা হৈছে যে আমাৰ সৰুকালত অসহায় দৰ্শকৰ দৰে, চিকিৎসাহীন অবস্থাত জীয়াতু ভুগিবলগীয়া অবস্থা আছিল। স্বাধীনতা লাভৰ অলপ আগৰে পৰা দুই-চাৰিখন ডাক্তৰখানা, অত তত আৰম্ভ হল, আৰু স্বাধীনতাৰ পৰৱৰ্তী কালত প্ৰায়ে গাৱৰ কাষে পাজৰে, নাইবা সৰু সৰু চহৰ বোৰতো চিকিৎসাৰ ব্যৱস্থা হল। সাধাৰণ মানুহে এই চিকিৎসা কেন্দ্ৰ বিলাকৰ সুবিধা গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। চৰকাৰী ডাক্তৰখানাৰ উপৰিও দুই-চাৰিটা প্ৰাইভেট চিকিৎসা কেন্দ্ৰও আজি কালি খোলা গৈছে।

বিজ্ঞানৰ উন্নতিৰ লগত ডাক্তৰী চিকিৎসাই যি দৰে উন্নতি লাভ কৰিছে—আমাৰ সৰুকালত সেই সম্বন্ধে ধাৰণাই কৰিব পৰা হোৱা নাছিল। আমাৰ জীৱনতেই চিকিৎসাৰ ক্ষেত্ৰত আমি এটা নতুন যুগ—নতুন দিগন্তৰ দৰ্শণ পালো।

## তেতিয়াৰ খেলা-ধুলা আৰু আজিৰ

সৰুকালত আমি চামৰাৰ, ৰবৰৰ, কিম্বা প্লাষ্টিকৰ বল দেখা নাছিলো। তেতিয়াও কিন্তু বলখেলাৰ প্ৰচলন আছিল। আমি সাধাৰণত 'ৰবাব' টেঙাৰ (ছুকুমা টেঙা), আৰু ফটাচিটা কাপোৰৰ টোপোলা বান্ধি ঘুৰণীয়া গোলকৈ সজাই বলতৈয়াৰ কৰি খেলিছিলো। ইখন গাও আৰু ইখন চুবুৰীৰ লগত-সিখন গাও ও চুবুৰীৰ মাজত ফুটবল খেলাৰ মেট্‌ছ হৈছিল। মোৰ মনত পৰে যেতিয়া ১৬ বছৰমান বয়স হল—তেতিয়া কৰবাত কৰবাত চামৰাৰ বল দু-এটা প্ৰচলন হোৱা দেখিছিলো।

সৰু কালচোৱাত ফুটবলৰ উপৰিও আমি লৰা বিলাকে ভাণ্টা বা ভাটা খেলিছিলো, ধৰাহাউ খেলিছিলো, কাপোৰৰ বল তৈয়াৰ

কৰি ফালাবাহৰ হাঠাৰে হাঠা বল খেলিছিলো। এই হাঠা বল আছিল বৰ্ত্তমানৰ ক্ৰিকেটৰ অনুৰূপ। ধুপখেলিছিলো আৰু চকুবান্ধি বস্তু চিনাক্ত কৰা খেল খেলিছিলো। তাৰ উপৰিও হাফলুমৰা, চোৰধৰা আদি বিভিন্ন খেলা খেলিছিলো। গাওঁৰ সৰু সৰু খাল, পুখুৰী আৰু মৰানদীৰ জলাশয়ত সাতোঁৰ, চেলেকনি আদি খেলিছিলো আৰু ইজনে সিজনে মাজে মাজে প্ৰতিযোগিতাও হৈছিল।

তেতিয়া আমি খেলা খেলবোৰৰ বহুখেলৰ লগত বৰ্ত্তমানৰ খেলজগতৰ মুলতঃ সামঞ্জস্য থকা যেন লাগিলেও আজি কিন্তু খেলজগতত বহু পৰিবৰ্ত্তন চকুত পৰিছে। আমি খেলা ফুটবল খেলাত কেতিয়াবা ৩/৪ জন লোক হলেও খেলিছিলো—সকলো সময়তে ১১ জনীয়া দলৰ প্ৰয়োজন নাছিল—সংখ্যাগত লগৰীয়া সকলো সময়তে পোৱাৰ সুবিধাও নাছিল। হাঠা খেলাত কোনো সীমা বা বিশেষ নীতি নিয়ম নাছিল। সাতোৰাটোতো আছিল যেনে-তেনেকৈ আগবঢ়াটো।

তাৰ উপৰিও উল্লেখ যোগ্য কথা যে পৰিয়ালৰ লোকসকলে খেলা ধুলাত বেচি সময় নষ্ট কৰাটো পচণ্ড নকৰিছিল। খেলাৰ স্বাস্থ্যজনিত আৰু মানসিক জনিত প্ৰয়োজনীয়তা পৰিয়ালৰ লোকে অনুভব নকৰিছিল, বৰং সময়ৰ অপব্যবহাৰ বুলি ধৰি লৈছিল।

তাছ খেলা শিকাটো তেতিয়া সামাজিক অপৰাধ বুলি গাওঁৰ মানুহে ধৰি লৈছিল। লৰা-ছোৱালীক তাছ খেলিবলৈ নিদিছিল ; বয়সস্থৰ ভিতৰত কোনো কোনোৱে '২৮-ফুটীয়া' খেলা খেলিছিল ; ব্ৰিজ আদি খেল তেতিয়া গাৱৰ মানুহে নেজানিছিল। তাছ-খেলা শিকাৰ আগ্ৰহ আমাৰ মনতো উদয় হৈছিল। পুৰণি, পেলনি যোৱা তাছৰ পাত সংগ্ৰহ কৰি—বাহনিৰ তলত, খেৰনিৰ মাজত, কাটি দমকৈ থোৱা ধানখেৰৰ দমৰ আৰঁত আৰু তেনে ধৰণৰ অজানা ঠাই কিছুমানত—তাছখেলাৰ আখৰা দিছিলো। গৃহস্থৰ লোকে

দেখাপালে কিন্তু শাস্তি দিয়া নিয়মো আছিল। এনে পৰিবেশৰ মাজত আমি ডাঙৰ হৈছিলো।

আজি কিন্তু খেলৰ জগতখনৰ আমূল পৰিবৰ্তন হৈছে। শিক্ষানুষ্ঠান বিলাকত খেলৰ ব্যৱস্থা ৰখা হৈছে-চৰকাৰে স্বীকৃতি দি প্ৰতি বছৰে বাজেটত টকা ধাৰ্য্য কৰিছে। ভাল খেলাৰুক বেঙ্ক, জীৱন-ৰীমা, ৰেলৱে, তেলশোধনাগাৰ, সামৰিক বাহিনী, পুলিছ বাহিনী, ডাকবিভাগ আৰু বিভিন্ন অনুষ্ঠানত নিয়োগৰ ক্ষেত্ৰত অগ্ৰাধিকাৰ দিয়াৰ ব্যৱস্থা আছে। খেলৰ সময় খিনিৰ বাবে অফিছত বিনাকামে দৰমহা দি থকা হৈছে, প্ৰমোশ্যনো দিয়া হৈছে। খেলাবোৰ শিকাৰ কাৰণে বিভিন্ন শিক্ষাকেন্দ্ৰ, ষ্টেডীয়াম আদিৰ ব্যৱস্থা কৰা হৈছে। ভাল খেলাৰু সকলক আৰ্থিক পুৰস্কাৰ, বৃত্তি, পেন্সন আদি দিয়াৰ উপৰিও ৰাজ্য আৰু কেন্দ্ৰ চৰকাৰে বিভিন্ন লোভনীয় উপাধীৰে বিভুষিত কৰিছে। ভালখেলাৰুৰ আজিৰ দিনত আৰ্থিক দৈন্যতা নাই, আজিৰ দিনত চহৰে, গাৱেঁ-ভূঞে, কলে-কাৰখানাই খেলৰ প্ৰাধান্য বাঢ়িছে। খেলৰ প্ৰাধান্যই ৰাষ্ট্ৰীয় ৰূপ লোৱাৰ উপৰিও-ই আন্তৰ্জাতিক ক্ষেত্ৰ দখল কৰিছে।

ভাৰতৰ ইখন ৰাজ্যই সিখন ৰাজ্যই, ইটো অঞ্চলে সিটো অঞ্চলে খেলৰ প্ৰতিযোগিতা হোৱা দেখা গৈছে। এই প্ৰতিযোগিতাৰ মাধ্যমেৰে যুব-মানসিকতাৰ পৰিবৰ্ত্তন হৈছে—ভাতৃত্ব আৰু প্ৰীতিৰ অনুভূতি প্ৰসাৰিত হৈছে। বৃহত্তৰ জাতি গঠনৰ প্ৰক্ৰিয়াত আজিৰ খেল ধেমালিয়ে প্ৰভুত ভূমিকা গ্ৰহণ কৰিছে। তেনেকৈ আন্তৰ্জাতিক সম্পৰ্কৰ উন্নতিৰ ক্ষেত্ৰতো খেলৰ মাধ্যমেৰে যথেষ্ট সহায় হৈছে।

দূৰদৰ্শণৰ খেল প্ৰদৰ্শণ দেখি ভাবো—এই ৭০টা বছৰৰ ভিতৰতে অভুতপূৰ্ব পৰিবৰ্ত্তণ ; খেলৰ পৰিবৰ্ত্তন, পৰিবৰ্দ্ধন, নিয়ম-নীতিৰ সলনি, অভাবনীয় জন-স্বীকৃতি। আমি সৰুকালত দেখা আৰু খেলা—এই বোৰৰ বহুল পৰিবৰ্ত্তন হৈছে।

যি সকলে 'ৰাবাব' টেঙাৰ ফুটবলৰ কথা নেজানে তেওঁলোকৰ পক্ষে সেইবোৰ কথা আজিৰ দিনত সাধুকথাৰ হাঁহি-উঠা কথা যেন অনুমান হব ; কিন্তু আমাৰ লৰালি কালত সেয়েই বাস্তব আছিল।

স্বাধীনতা লাভৰ পিছত খেল জগতত উল্লেখনীয় প্ৰগতি আৰু উন্নতি হৈছে—আশাকৰো হৈ থাকিব ভবিষ্যতেও।

## সৰু কালৰ শিক্ষা

মোৰ একমাত্ৰ ককাইদেউ। তেওঁ হেনো মজলীয়া স্কুল পাচ কৰাৰ পিছত ১ বছৰমান চামতাৰ মাইনৰ স্কুলত পঢ়িছিল—খৰছৰ অভাবত পঢ়া নহল। পঢ়া-শুনাত ভাল আছিল। বেলেগ হোৱা সময়ত ডাঙৰ পিতা ৺বীৰ সেন ডেকাই হেনো পিতাক কথা দিছিল যে টেঙাবাৰীৰ পামৰ আৰু বলোৰাৰ পামৰ মাটিৰ অংশ লব নেলাগে—লৰাটোকে যিমান পাৰে পঢ়ুৱাব। তেনেদৰে মাজুজেঠা ৺যজ্ঞসেন ডেকাকো কৈছিল যে তেওৰ সৰু লৰা ৺কাশি সেন ডেকাক পঢ়া খৰছ দিব—উক্ত দুই ঠাইত মাটিৰ দাবী কৰিব নেলাগে। আমাৰ দেউতা, মাজুজেঠা আৰু ডাঙৰ পিতা হতৰ যথেষ্ট মাটিবাৰী আছিল—৩ খন পাম আছিল, গাৱতো বেলেগ মাটিবাৰী আছিল। তাৰ উপৰিও ডাঙৰ পিতাই মাহিলী ৪৲ টকা দৰমহাত প্ৰাইমাৰী স্কুলত শিক্ষকতা কৰিছিল। আজি ৪৲ টকা দৰমহা পোৱা চাকৰিৰ কথা শুনিলে হাঁহি উঠিব। কিন্তু এসময়ত সেয়েই বেচি দৰমহা আছিল। তেতিয়া ধানৰ মোণে ছয়অনা ('৩৭ পইছা)। আঠ অনাৰ বেচি নাছিল। কাপোৰ ঘৰতে বুইছিল, মিঠাতেল ঘৰৰে আছিল, মাছপুঠি নদী-বিল-পিতনি আদিত যথেষ্ট ৰকমে পাইছিল। তেতিয়া বজাৰত মাছ কিনাৰ প্ৰয়োজন নাছিল—দুই এজনী 'পোহাৰীয়ো' ধানৰ বদলি ঘৰে ঘৰেও মাছ যাচি ফুৰিছিল। তেতিয়া গাৱঁৰ

মানুহৰ কিনিবলগীয়া বস্তু নাছিল বুলিলেই হয়। ঘৰত সূতা কাটি কাপোৰ বুইছিল, তেল, চাউল খেছাৰী ও মাহৰ দাইল ঘৰতেই হৈছিল, নিমখৰ বদলি 'দখলাখাৰ' ব্যবহাৰ হৈছিল, মাছপুঠি ঘৰতেই মাৰিছিল। জীৱন নিৰ্ব্বাহৰ মানদণ্ড তেতিয়া অধস্তন আছিল। বিজুলি, বাছৰ যোগাযোগ, চহৰলৈ অহাৰ প্ৰয়োজনীয়তা, চাবোন-তেলৰ খৰছ নাছিলেই। তেতিয়াৰ ৪ টকাৰ মূল্য এতিয়াৰ দুহেজাৰ টকাতকৈ বেছি আছিল। যাক টকাৰ কথা।

পিছে ডাঙৰ পিতাই দিয়া প্ৰতিশ্ৰুতিমতে ককাইক আৰু জেঠাৰ লৰা ৺কাশি ডেকাক পঢ়া খৰছ দিয়া নহল, ৬ মাহ মানৰ পিছত পঢ়া খৰছ বন্ধ কৰি দিয়া হল গতিকে দুয়োজনৰেই পঢ়াৰ শেষ হল।

ককাইদেৰে খেতিত লাগিল। ডাঙৰ পিতাৰ লগত পিতা আৰু জেঠাহতৰ মাটিৰ বিবাদ ও মোকৰ্দ্দমা হল। আপোচসূত্ৰে মাটিবোৰ বিভাজিত হল। এইদৰে কৃষিকৰ্মত ব্যস্ত থকাৰ মাজতেই ককাইদেৰে মোক ঘৰতে পঢ়ুৱাব ধৰিলে, আৰু কিছুদিন পিছত বেলশৰৰ ১নং প্ৰাইমাৰী স্কুলত ভৰ্ত্তি কৰাই দিলে।

১নং স্কুলত ভৰ্ত্তি কৰাই দিয়াৰ আগতে কেইদিনমানৰ কাৰণে বৰভিঠাত অবস্থিত ২নং প্ৰাইমাৰী স্কুললৈ যাব দিছিল। সেই স্কুলৰ হেডপণ্ডিত আছিল পিপলীবাৰী গাওঁৰ নামী শিক্ষক ৺কমলাকান্ত হালৈ। এখেতেই স্বাধীনতা সংগ্ৰামী ৺দানী ৰাম হালৈৰ দেউতাক। পুৰণি অভিজ্ঞ শিক্ষক হিচাবে ৺কমলা বাবু জনাজাত আছিল। মই ২নং স্কুলত থকা কেদিনত দেখিলো ৺কমলা বাবুই যি কোনো এজন বয়সস্থ লৰাক ধপাতৰ চিলিমটো দি কয়—"গাৱঁৰ পৰা লগাই লৈ আহ।" বেছিভাগ লৰাই ধপাতৰ চিলিমত জুই দি লৈ আহে—কিন্তু স্কুল-ঘৰ পোৱাৰ আগেয়ে ৰাস্তাই ৰাস্তাই ধোৱা হুপি আহে। তেনে এজন লৰা আছিল ৺হুমে সেন ডেকা। হেডপণ্ডিত বাবুৰে জানে

যে লৰাবোৰে ধপাত হুপে। কেতিয়াবা ধোঁৱা নোলালে তেখেতে নিজে লৰাহতক 'ধোঁৱা উলিয়াই' দিবলৈ কয়। কোনো দিনে লৰাবিলাকক ধপাত হুপাত তেখেতে বাধা দিয়া নাছিল। ধপাঁতৰ অপকাৰিতা সম্বন্ধে তেতিয়া গাৱঁৰ মানুহে হয়তো ভালদৰে নজনাৰ পৰিণতি হিচাবে এনে ঘটনা হৈছিল। বহুতো পৰিয়ালত তেতিয়া দেখিছিলো-একেটা হোকাত বাপেক/পুতেক আনকি মাকেও হুঁপিছিল। অৱশ্যে এতিয়া ধপাতৰ অপকাৰিতা সম্পৰ্কে সাধাৰণ মানুহো সচেতন হৈছে। কিন্তু বিৰি, চিগাৰেট আৰু চিগাৰ ব্যৱহাৰৰ সংখ্যা কিছুমান অঞ্চলত ব্যাপক ৰূপত ব্যৱহাৰ হৈ আছে; আৰু তাৰ দ্বাৰা সমাজৰ ক্ষতি হৈছে।

বিজ্ঞানী সকলে উদ্ভাবন কৰিছে যে ধপাঁতৰ অপকাৰিতা বহুত। ই বিষৰ ক্ৰিয়া কৰে। হাওফাওত ক্ষতিসাধন কৰে, মস্তিষ্কৰো ক্ষতি কৰে। এই ধপাত সেৱনৰ কাৰণে বহুতো লোক কেন্সাৰ ৰোগত আক্ৰান্ত হয়। বৰ্তমান যুগত ধপাত সেৱনৰ বিৰুদ্ধে বিশ্ব-জুৰি জনমত সৃষ্টি হৈছে—আৰু বহুসংখ্যক লোকে ধপাত জাতীয় বস্তু সেৱনৰ পৰা বিৰত হৈছে। আমাৰ ভৱিষ্যত বংশধৰ সকলে চিগাৰেট, বিৰি, চিগাৰ, 'মলাধপাত' আদি 'ধোঁৱা হিচাবে' ব্যৱহাৰ বন্ধ কৰা উচিত হব। ই এটা জাতীয় কৰ্তব্য।

## ১নং প্ৰাইমাৰী স্কুল

পুৰণি ঐতিহ্যপূৰ্ণ বিল্লেশ্বৰ মন্দিৰৰ কাষতে এইখনি স্কুল অৱস্থিত। এতিয়া এই স্কুলখনৰ ওচৰতেই বেলশৰ উচ্চতৰ মাধ্যমিক স্কুল, ডাক্তৰখানা, পোষ্ট অফিছ, পাব্লিকহেলথ, চুপাৰিণ্টেও অফিছ আদি কেবাটাও অনুষ্ঠান আৰম্ভ হৈছে।

৭০ বছৰ আগত ১নং প্ৰাইমাৰী স্কুলখনেই মূখ্য শিক্ষানুষ্ঠান হিচাবে চলি আছিল। তেতিয়া সেই স্কুলত হেডপণ্ডিত আছিল ৺কল্যাণ সেন ডেকা আৰু সহকাৰী শিক্ষক আছিল কবয়া গাওঁৰ ৺পৃথু নাথ। শিক্ষক হিচাবে দুয়োজনেই কৃতি শিক্ষক আছিল। সমগ্ৰ অসমতে প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ দৰমহা ১২ টকালৈ বাঢ়িছিল,—কিন্তু কল্যাণ সেন ডেকা গুণী ও কৃতি শিক্ষক হিচাবে বিশেষ শিক্ষক ৰূপে দৰমহা পাইছিল ২০ টকাকৈ। এইজনা শিক্ষকৰ শিক্ষাদানত সেই অঞ্চলৰ পৰা বহু গুনি-জ্ঞানী ব্যক্তিৰ সৃষ্টি হৈছিল। তেখেতৰ গুণ নে দোষ নেজানো—দুই চাৰিজন নপঢ়া লৰাক মাজে মাজে বৰকৈ প্ৰহাৰ কৰিছিল—হাতভৰি সমানেই চলাইছিল আৰু মুখেৰেও গালি গালাজ পাৰিছিল। এনে ব্যবহাৰ স্বত্বেও লৰাবোৰে তেখেতক শ্ৰদ্ধা, সন্মান আৰু ভয়ৰ চকুৰে দেখিছিল।

স্কুলপৰিদৰ্শকে পৰিদৰ্শন কৰিবলৈ অহা সময়ত শিক্ষক সকলৰ ভয় ও শঙ্কাৰ চবিবোৰ আজিও মনত পৰে। পৰিদৰ্শকক তেতিয়া 'সীধা' অৰ্থাৎ খাদ্যযোগান দিয়াৰ নিয়ম আছিল, কোনো লিখিত নিয়ম নহয়—অলিখিত কন্‌ভেনশ্যান। পৰিদৰ্শক আহিলে এজোৰ পাৰ, যেনে তেনেই যোগাৰ কৰা হৈছিল আৰু স্কুল ঘৰতেই তেখেতক ৰান্ধি খুওৱাৰ ব্যৱস্থা কৰা হৈছিল। তেতিয়া পৰিদৰ্শক যাব লাগিছিল জিলা সদৰৰ পৰা। পৰিদৰ্শকে ছাত্ৰ সকলক কি সুধিব পাৰে তেনে সম্ভাব্য প্ৰশ্নবোৰ ৩।৪ দিন আগৰে পৰা ছাত্ৰ সকলক শিকোৱা হৈছিল। স্কুললৈ যাতে পৰিস্কাৰ কাপোৰ-কানি পিন্ধি আহে—তাৰো নিৰ্দ্দেশ দিয়া আছিল। পিছে তেতিয়া বেচিভাগ ছাত্ৰ আঠুৰ ওপৰত পৰা ঘৰতবোৱা গামোছা পিন্ধি অহা ছাত্ৰ। কাৰো কাৰো গাত কামিজ বা গেঞ্জি নাছিলেই—এডুখুৰি লুজকাপোৰ গাত লৈ স্কুললৈ আহে। ভৰিত কোনো জুতা বা চেন্দেল

নাছিল। সেই সময়ত আমাৰ স্কুলখনৰ ভিতৰত মাত্ৰ এজন লৰাই মাজে মাজে এজোৰ জোতা আৰু এটা হাফ-পেণ্ট পিন্ধি অহা দেখিছিলো। তেওঁৰ জুতাজোৰলৈ চাই আমি বহুতেই ভাবো আমালোকেও এজোৰকৈ জুতা পোৱা হেতেন!

তেতিয়া কাপোৰ ধোৱা চাবোনৰ প্ৰচলন গাওঁ অঞ্চলত সোমোৱা নাছিল। জুৰে পোৱা ছাইৰ 'খাৰ' তৈয়াৰ কৰি—জুইত উহাই কাপোৰ ধোৱা নিয়ম আছিল। নীলৰ ব্যৱহাৰ মনত নপৰে। স্কুললৈ চাফচিকুনকৈ আহিবলৈ কলেও দৰাচলতে সি হৈ নুঠিছিল। এই অৱস্থা কেৱল ১নং স্কুলৰেই নহয়—সমগ্ৰ অসমৰ গাওঁ অঞ্চলৰ স্কুল সমূহৰ ছাত্ৰ সমাজৰ অৱস্থা।

আমি প্ৰাইমাৰীত পঢ়া সময়ত কোনো ছোৱালী স্কুললৈ অহা নাছিল; ছোৱালীৰ কথাই নকও লৰাৰ ভিতৰতো বহু লৰা নপঢ়াকৈ আছিল। মাক বাপেৰৰ কথা আছিল—আমাৰ লৰাই হালমাৰিব খেতি কৰিব—পঢ়িব আকউ কিয় লাগিছে।

তেতিয়া থালিত লাগি থকা ছাইবোৰ ধুই আনি, কিম্বা চাউল ভাজি দেৱাই লৈ—আমি চিয়াঁহী তৈয়াৰ কৰিছিলো।

আমি প্ৰাইমাৰী শিক্ষা সমাপন কৰি হাইস্কুলৰ শেষৰ ফালে পঢ়া অৱস্থাত—অৰ্থাৎ ৭/৮ বছৰৰ পিছত দুই এজনী ছোৱালী গৈ প্ৰাইমাৰী স্কুলত ভৰ্ত্তি হয়। মোৰেই ভতিজা ছোৱালী পদ্মাই প্ৰথম প্ৰাইমাৰী স্কুলত নাম লগায়—তাকেলৈ কিমান ভ্ৰূকুতি, সমালোচনা অপপ্ৰচাৰ আৰম্ভ হৈছিল—তাৰ সীমা নাই। নাৰী-শিক্ষাৰ প্ৰতি তেতিয়ালৈ গাওঁৰ মানুহৰ কোনো ধাৰণাই নাছিল। আজি কিন্তু সেই অৱস্থাৰ সম্পূৰ্ণ পৰিবৰ্ত্তন হৈছে—আৰু এই পৰিবৰ্ত্তন ত্বৰান্বিত হৈছে স্বাধীনতা লাভৰ পিছত। স্ত্ৰী-শিক্ষাৰ প্ৰয়োজনীয়তাৰ কথা মানুহে পূৰামাত্ৰাই অনুভৱ কৰিছে—প্ৰায় স্কুলবিলাকতেই ছাত্ৰীৰ

সংখ্যা যথেষ্ট ৰকমে বাঢ়িছে। গাওঁ আৰু চহৰ উভয় অঞ্চলৰ ছোৱালী সকলে সমানে স্কুল কলেজত পঢ়া কৰিছে। ছোৱালীৰ ভিতৰত ডাক্তৰ, ইঞ্জিনীয়াৰ অধ্যাপিকা, আৰু অফিছৰ মুখ্য মুখ্য চাকৰি বাকৰিত নিয়োগ পাইছে আৰু তেওঁলোকে যথেষ্ট কাৰ্য্যদক্ষতাৰ প্ৰমাণ দিব পাৰিছে। আজি কেবছৰ মানৰ ভিতৰত স্কুল-কলেজৰ বাৰ্ষিক ফলাফলৰ ক্ষেত্ৰতো মহিলা সকলে আগভাগ লব পাৰিছে।

খেলা-ধূলাৰ ক্ষেত্ৰতো মহিলা সকলে পাৰদৰ্শিতা দেখুৱাব পাৰিছে। দেশৰ এই বৃহত্তৰ সংখ্যক মহিলা শ্ৰেণীটো শিক্ষাদীক্ষাত আগবাঢ়ি আহিলে—সমগ্ৰ দেশখনৰেই পৰিস্থিতিৰ যথেষ্ট পৰিবৰ্ত্তণ আহিব —সন্দেহ নাই। তাহানী দিনৰ মহিলা আৰু আজিৰ শিক্ষিতা মহিলাৰ ভিতৰত যথেষ্ট প্ৰভেদ বিদ্যমান।

কেবছৰ মানৰ পৰা চহৰত ইংৰাজী শিক্ষাৰ 'প্ৰাথমিক' ''প্ৰী-প্ৰাথমিক'' আদি শিক্ষাৰ অনুষ্ঠান কেতবোৰ ব্যক্তিগত খণ্ডত আৰু চৰকাৰী পৰ্য্যায়তো গঢ়ি উঠিছে। নিজৰ সন্তানৰ ভবিষ্যত কামনা কৰি—চহৰৰ অধিক সংখ্যক পৰিয়ালেই লৰা-ছোৱালীহতক তেনেকুৱা স্কুলত ভৰ্ত্তি কৰোৱায়। তাৰ কাৰণে বেচি মাছুল দিব লাগে—লৰা-ছোৱালীক 'টাই', ''নেকটাই'', 'বেগ', 'পেন্ট', ভাল হাফচাৰ্ট জুতা-মোজাৰে বিশেষ ধৰণে সজাব লাগে। এনে পোছাকত লৰা-ছোৱালীহতক আকৰ্ষণীয় দেখি—মনতো ভাল লাগে। আমি প্ৰাইমাৰীত পঢ়াদিনত এজন ছাত্ৰৰো এনে ধুনীয়া মূল্যবান পোছাক নাছিল—বা অভিভাৱক সকলেও দিব পৰা অবস্থাত নাছিল। গতিকে তেতিয়াৰ মানসিকতা, আৰু আজিৰ যুগৰ লৰা-ছোৱালীৰ মানসিকতাৰ মাজত যথেষ্ট পাৰ্থক্য বিৰাজমান—।

মই ব্যক্তিগত ভাবে অনুভব কৰো যে যিকোনো কাৰণত নহওক কিয় আমাৰ শিক্ষাদানৰ ক্ষেত্ৰতো বৰ্ত্তমান কালত বিশেষ বিশেষ

বৈষম্য চকুত পৰা হৈছে। সাধাৰণ শ্ৰেণীৰ শিক্ষাদানৰ বাহিৰত-- যি পৰিস্থিতি সৃষ্টি হৈছে দেখাযায় ইয়াতো শ্ৰেণী বৈষম্য বিদ্যমান। এনে শ্ৰেণী বৈষম্যই ভবিষ্যতৰ সমাজ গঢ়াৰ মুলশক্তি—ভবিষ্যতৰ ছাত্ৰশক্তিক বিভিন্ন পথত, বিভিন্ন ধাৰাত গতি কৰোৱাত, আৰু প্ৰেম-প্ৰীতি ভালপোৱাৰ জগতখন গঢ়িতোলাত বিধি-পথালি দিব বুলি শঙ্কা আৰু সন্দেহৰ উদ্ৰেক হয়। এই সম্পৰ্কত শিক্ষাবিভাগৰ গঢ়দিওতা সকলে বিশেষকৈ চৰকাৰে মনোনিবেশ কৰা উচিত।

দেখাগৈছে যে বৰ্ত্তমানৰ প্ৰাইমাৰী অবস্থাতেই টিউশ্যনৰ ব্যবস্থা কৰা হয়—তাৰ কাৰণে মাহিলী ১০০/২০০, টকীয়া মাচুল টিউটৰক দিবলগীয়া হয়। বৰ্ত্তমানৰ শিক্ষাদনৰ পদ্ধতিত লৰা-ছোৱালীক উপযুক্ত ধৰণে আৰু পৰিমাণে শিক্ষাদান কৰা নহয় বুলি এটা ধাৰণাৰো সৃষ্টি হৈছে। যি কোনো কাৰণত এই ধাৰণা দৃঢ়ভাবে বদ্ধমূল হৈছে। গতিকে নিজৰ লৰা-ছোৱালীৰ ভবিষ্যতৰ লক্ষ্য ৰাখি যি সকলে পাৰে টিউটৰ নিয়োগ কৰে। আমাৰ দিনত টিউশ্যন কৰাৰ ব্যবস্থা নাছিল বুলিলেই হয়। কিবা বুজিব লাগিলে—আবেলি পৰত শিক্ষকৰ ঘৰলৈ গৈ বুজি লোৱা হৈছিল—তাৰ কাৰণে কোনো পাৰিশ্ৰমিক দানৰ প্ৰয়োজন নাছিল। এতিয়া দেখিছো টিউটৰ নিয়োগ নকৰিলেই নহয়—এনে এটা পৰিস্থিতিৰ সৃষ্টি হৈছে। দেশৰ সামূহিক আৰু বৃহত্তৰ ভবিষ্য-স্বাৰ্থলৈ মনত ৰাখি আমাৰ শিক্ষাবিভাগে এই বিষয়টোলৈ মনোযোগ দিয়া উচিত—আৰু এই পৰিস্থিতিৰ নিৰাময় কৰিব পাৰিনেকি তাৰ ব্যবস্থা কৰা উচিত।

বৰ্ত্তমান সময়ত বহু সংখ্যক প্ৰাইমাৰী স্কুল স্থাপিত হৈছে। জনসাধাৰণৰ ইচ্ছা আৰু আকাঙ্ক্ষাৰ কাৰণে দিনে দিনে স্কুলৰ সংখ্যা বাঢ়িছে। ৰাইজে কষ্টকৰি মাটিদিয়ে, ঘৰসাজে, ছাত্ৰ যোগাৰ কৰে, শিক্ষক নিয়োগ কৰে—আৰু চৰকাৰক আবেদন/অনুৰোধ জনাই স্কুলখন মঞ্জুৰ কৰাই লয়। গাঁৱে ভূঞে মেট্ৰিকুলেট, পি-উ পাছ

বা গ্ৰেজুৱেটৰ সংখ্যা বৰ্ত্তমান কালত বহুসংখ্যক বৃদ্ধি পোৱাত শিক্ষক নিয়োগৰ সমস্যা নাই বুলিলেই হয়। ভবিষ্যতৰ আশাকৰি বিনা-দৰমহাতে বা নামমাত্ৰ দৰমহাতে শিক্ষক নিয়োগ কৰিব পাৰি।

এই বৃহৎসংখ্যক প্ৰাইমাৰী স্কুলত দেশৰ লাখ লাখ লৰা-ছোৱালীয়ে শিক্ষা লাভ কৰে। এই সকলেই দেশৰ ভবিষ্যতৰ আশাৰ ৰেঙণী। গতিকে প্ৰাইমাৰী শিক্ষাদানৰ ক্ষেত্ৰত চৰকাৰে বিশেষ ভাৱে মনোযোগ দিয়া উচিত। বহু বছৰৰ শিক্ষা-ব্যবস্থা, পাঠদান বাদ দি—একেটা উন্নত পদ্ধতিৰ ব্যৱস্থা প্ৰচলনৰ নিতান্তই প্ৰয়োজন বুলি ধাৰণা হয়।

## মজলীয়া আৰু হাইস্কুলৰ শিক্ষা

ইতিমধ্যে ককাইদেৱে মণ্ডল চাকৰি পাই নৰ্থলক্ষীমপুৰত জৰিপৰ কামত সোমাল। বাইদেউকেজনীৰো বিয়া হ'ল। ককাইদেৱে বিয়া কৰালে। পিতাদেৱ খেতিৰ কামত ঢলপুৰাতে ওলায় যায় আৰু ৪।৫ মাইল দূৰৰ বাকেৰীকুছিৰ পৰা ৰাতি ৮।৯ বজাত ঘৰলৈ আহে। ঘৰত মই থাকো—দিনটো খেলি ফুৰো, আৰু ককাইদেউৰ নবৌ ঘৰত থাকে। মোতকৈ বৌজনী কেইবছৰমানৰ ডাঙৰ আছিল। বেলশৰৰ জৰিয়াপাৰাতেই বিয়া হৈছিল। গতিকে মোৰ ওপৰত কাৰো কৰ্তৃত্ব নোহোৱা হ'ল।

প্ৰাইমাৰী স্কুলৰপৰা উত্তীৰ্ণ হৈ ঢকুৱাবান্ধাত নতুনকৈ স্থাপিত হোৱা ককয়া মাইনৰ স্কুলত নাম লিখিলো—লগৰ লৰাবোৰো তাতেই পঢ়ে। বেলশৰত তেতিয়া এম-ই বা হাইস্কুল হোৱা নাছিল। স্কুললৈ মোৰ প্ৰায়ে যোৱা নহয়—কিতাপ-বহী লৈ ওলাই যাওঁ; কিন্তু খগেন সেন ডেকা, হৰেন্দ্ৰ সেন ডেকাহতৰ পৰামৰ্শ অনুসাৰে বাটতে খেলাধুলা কৰি সময় কটাও। মাজে মাজে ৰাস্তাৰ হোলাত

নিজে ভিজি লওঁ আৰু পৰিছো বুলি ঘৰলৈ ঘুৰি আহি খেল-ধেমালিত মগ্ন হওঁ। মাজে মাজে ধাননিৰ মাজত ১৷২ ঘণ্টা বহি থাকি—ঘৰলৈ ঘুৰি আহি স্কুল ছুটি দিয়া বুলি ঘৰত ফাকি দিওঁ। ইংৰাজী স্কুলৰ তেতিয়াৰ তৃতীয় শ্ৰেণীৰপৰা চতুৰ্থ শ্ৰেণীলৈ প্ৰমোশ্যন ললো। ককাদেউ মাজে মাজে ঘৰলৈ আহি জানিবলৈ পালে যে মই ভালদৰে পঢ়া নাই। তেখেতে মোক গন্ধিয়া গাওঁৰ এম-ভি (মজলীয়া স্কুল) স্কুলত নাম লগাবৰ পৰামৰ্শ দিলে আৰু নামটো লগাই দিলে। তেতিয়া মোৰ আগৰ পৰামৰ্শদাতা বন্ধুসকলক নোপোৱা হলো—গতিকে বাধ্যহৈ স্কুলত নিয়মীয়া হলো। হেডপণ্ডিত হিচাবে কিছুদিন ৺নৰেশ্বৰ মেধিক, আৰু কিছুদিন কৌতুক—কাইথেলী অঙ্ক প্ৰণেতা ৺দণ্ডীৰাম দত্তক পালো। এম-ভি স্কুলত পঢ়াত মন বহিল—পৰীক্ষা-বোৰত ভাল ফল কৰিলো—মাজে মাজে প্ৰথম/দ্বিতীয় স্থান পালো। শিক্ষক সকলেও বৰ মৰম কৰিব ধৰিলে। ৺লোহিত শৰ্মা, ৺চিন্তামণী শৰ্মা আদি শিক্ষকৰ মৰমত নতুন নতুন উপদেশ আৰু প্ৰেৰণা পালো।

## ৺গিৰিধৰ শৰ্মাদেৱৰ শিক্ষাদান

এটা সু-খবৰ হল আৰ্য্যবিদ্যাপীঠ কলেজৰ প্ৰতিষ্ঠাতা অধ্যক্ষ গিৰিধৰ শৰ্মাদেৱে মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত—গুৱাহাটী লোকেলবোৰ্ডে পতা শিক্ষক বাচনি পৰীক্ষাত গুৱাহাটী মহকুমাৰ ভিতৰতে প্ৰথম স্থান দখল কৰে। প্ৰাইমাৰী স্কুলবোৰ তেতিয়া লোকেলবোৰ্ডৰ দ্বাৰা পৰিচালিত হৈছিল। অসমৰ ভিতৰত শিক্ষা বাচনি পৰীক্ষা এইটোৱেই প্ৰথম ও পহিলা আছিল।

৺গিৰিধৰ শৰ্মাদেৱৰ সৰু ভাই উমা শৰ্মাদেৱ তেতিয়া নলবাৰী গৰ্ডন হাইস্কুৰ ছাত্ৰ আছিল। ভনীয়েকৰ বিয়া হৈ গৈছিল। ঘৰত বিধবা মাকৰ বাহিৰে কোনো নাছিল। আৰ্থিক অবস্থা খুব বেয়া আছিল। খৰছৰ অভাবত পঢ়িব নোৱাৰি এই মেধাবী মানুহজনে

বোৰ্ডৰ প্ৰাইমাৰী শিক্ষক বাছনি পৰীক্ষাত বহিছিল। এখেতৰ ঘৰ ককয়া গাওঁৰ লেটাৰবড়ীত, আমাৰ ঘৰৰপৰা প্ৰায় ১ মাইলমান দূৰ।

বোৰ্ডে ৺শৰ্মাক গন্ধিয়া মজলীয়া স্কুলৰ প্ৰাইমাৰী শাখাত শিক্ষাদানৰ কাৰণে নিয়োগ কৰিলে। কিন্তু শৰ্মাৰ বুদ্ধিমত্তা, শিক্ষাগত অৰ্হতা আৰু যোগ্যতা থকা হেতুকে স্কুলৰ হেডপণ্ডিতে এম-ভি স্কুলৰ শ্ৰেণীত পঢ়ুৱাবলৈ অনুমতি দিলে। আমি ৺শৰ্মাদেৱক আমাৰ শিক্ষক হিচাবে পালো। প্ৰায় ২ বছৰ কাল শৰ্মাদেৱে আমাক সাহিত্য আৰু ব্যকৰণ পঢ়ুৱাইছিল। তেখেতৰ শিক্ষাদানৰ পদ্ধতি নতুন ধৰণৰ ও আকৰ্ষণীয় আছিল।

তেখেতে এই কালচোৱাৰ মাজতে এটা ডাঙৰ কাম কৰিলে। সেই সময়ত গন্ধিয়া গাওঁৰ ৰাজহুৱা লাইব্ৰেৰীত মূল্যবান বঙালী কিতাপ কিছুমান সংগৃহীত হৈ আছিল। তাৰপৰা বাচি বাচি আনি শৰ্মাদেৱে আমাক বঙ্কিম গ্ৰন্থাবলী, শৰৎ গ্ৰন্থাবলী, ৰমেশ গ্ৰন্থাবলী, মাইকেল গ্ৰন্থাবলী আৰু কিছুমান মূল্যবান কিতাপ পঢ়ুৱাইছিল- অবসৰ সময় নিৰ্দ্ধাৰণ কৰি, আৰু তেনে শিক্ষাদানৰ ফলত আমালোক যথেষ্ট উৎসাহিত, আকৰ্ষিত আৰু উৎফুল্লিত হৈছিলো। ভবিষ্যত জীৱনত এইবোৰে আমাক সহায় কৰিছিল।

ফাইনেল পৰীক্ষাত ৩।৪ মাহ আগৰেপৰা আমি ৪ জন প্ৰতিদ্বন্দ্বী ছাত্ৰ—মই, গৌৰি শৰ্মা, শৰৎ ভাগবতী আৰু ৺তাৰক শৰ্মা—শৰ্মাদেৱৰ লেতাবৰবীৰ ঘৰত পঢ়াৰ উদ্দেশ্যেৰে আহিলো। এই কালচোৱাত মাননীয় প্ৰভাত চন্দ্ৰ শৰ্মা, উমা শৰ্মা আৰু কেবাজনো বিদ্বান ও বুদ্ধিমান লোকৰ লগত আমাৰ পৰিচিতি হৈছিল। মজলীয়া স্কুলৰ শিক্ষাই আমাৰ জীৱনত বহুতো অবিহণা যোগাইছিল।

## ঘৰৰ লগত বিবাদৰ আৰম্ভ

সেইবাৰেই নলবাৰী চহৰত প্ৰথম মজলীয়া পৰীক্ষাৰ কেন্দ্ৰ স্থাপিত হৈছিল, তাৰ আগেয়ে গুৱাহাটী কেন্দ্ৰত পৰীক্ষা দিব লগীয়া হৈছিল। অঙ্কৰ পৰীক্ষাৰ দিনা ঘনকান্ত ৰাজবংশী নামৰ আমাৰ লগৰ ছাত্ৰ এজনে মই বহা বেঞ্চখনৰ অপৰমূৰৰ পৰীক্ষাৰ্থীৰ লেবেলখন উঠাই দি সেই ঠাইতে বহিল। মোক কলে "মিষ্টাৰ অলপ দেখুৱাবা।" পৰীক্ষা শেষ হোৱাৰ পিছত মোক আৰু ঘনকান্তক অফিছলৈ মাতি নিলে। দেখিলো ঘনকান্তই মোৰ অঙ্কৰ বহী এনেদৰে নকল কৰিছে—আনকি বহীৰ ওপৰৰ ৰোল নং, নামলিখা ঠাইতো মোৰ নামটো ও ৰোলনম্বৰটো লিখি দিছে। এই অভুত-পূৰ্ব নকল কৰা পদ্ধতি জীবনত প্ৰথম দেখিলো। ঘনকান্তক পৰীক্ষাৰ পৰা বাহিৰ কৰি দিলে। প্ৰথম বিভাগত মজলীয়া স্কুলৰ পৰীক্ষাত উত্তীৰ্ণ হলো। ককাইদেৱে কলে "আৰু পঢ়াৰ দৰ্কাৰ নাই; নৰ্মালস্কুলত পঢ়—শিক্ষক হোৱা ভাল।" মই নৰ্মালস্কুলত পঢ়াৰ মন নকৰিলো। তেতিয়া অসম উপত্যকাত একমাত্ৰ নৰ্মালস্কুল আছিল—যোৰহাটত। আমাৰ গাঁৱত কেবাজনো নৰ্মাল পাছ শিক্ষক আছিল। তেখেত সকল মিতব্যয়ী, কৰ্মী আৰু সকলো বিষয়তে একানপটীয়াকৈ লগা অভ্যাসত পৰিণত হোৱা লোক। তেখেত সকলৰ জীবনৰপৰা শিকিব-লগীয়া বহু কথা আছে।

নৰ্মাল পঢ়িবলৈ অমত হোৱাত ককাইদেৱে এম-ই স্কুলৰ খৰচ বহন কৰিবলৈ আপত্তি জনালে। তথাপিও পিতাক প্ৰভাবিত কৰি বেলশৰত নতুনকৈ স্থাপিত হোৱা মাইনৰ স্কুলৰ ৫মমান শ্ৰেণীত ভৰ্ত্তি হলো, আৰু সময়ত ভাল ফলেৰে সৈতে মাইনৰ স্কুলৰ পৰীক্ষা শেষ কৰিলো। হাইস্কুলত পঢ়িবলৈ খৰছ নিদিয়া-টোকেই ককাইদেৱে স্থিৰ কৰিলে। আমাৰ ভিতৰত বিবাদ আৰু

মনোমালিন্য বাঢ়ি থাকিল। ঘৰৰপৰা বাহিৰ হোৱাটোকেই স্থিৰ কৰিলো।

এদিন দুপৰীয়া জোৰকৈ ঘৰৰপৰা এজোৰা চান্দিৰ মুঠি আৰু কিবা-কিবি লৈ—বনগাওঁৰ ৰেবতী চক্ৰবৰ্ত্তীৰ লগত গুৱাহাটী উঠিলো—উদ্দেশ্য পঢ়াটো। জোৰ পুখুৰীৰ উত্তৰপাৰত ৰেবতীৰ দেউতাক ৺তাৰানাথ চক্ৰবৰ্ত্তীৰ ফাৰ্মাছী আছিল। তাতেই ৰাতিৰ সাজখালো—পুৱাবেলা ৺চন্দ্ৰ পদ্দাৰ (চন্দ্ৰ মজুমদাৰৰ) উজানবজাৰ চকত থকা দোকানলৈ আহিলো। ভাৰত মজুমদাৰক দোকানত পালো—তেও খোৱা-বোৱাৰ কথা সোধাত লাজতে খাই অহা বুলি কলো। ফলত সিদিনাৰ সমস্ত দিনটো লঘোনে গল। সেই দোকানতে সেই সময়ৰ নামজ্বলা ৺চন্দ্ৰপ্ৰভা শইকীয়ানীক লগ পালো—পৰিচয় হল। তেতিয়া চিটিবাছ নাছিল, ৰিক্সাবিলাকো হাতেৰে টানিছিল এতিয়াৰ দৰে মটৰ গাড়ী আৰু অটোৰিক্সা আদিও নাছিল। শ্ৰীযুতা শইকীয়ানীয়ে নিজে চাইকেল চলাই ফুৰাচকা কৰা দেখিছিলো।

সেই সময়ত বেলশৰ গাওঁৰ সুৰেণ মালাকৰ আৰু শ্ৰীভাৰত সেন ডেকা কটন কলেজত পঢ়ে। তেওঁলোকে কিছুটকা সংগ্ৰহ কৰি পঢ়িবৰ কাৰণে মোক চামটাত বিয়া দিয়া বাইদেউ শ্ৰীযুতা ৰামেশ্বৰী বৰ্মনৰ ঘৰলৈ আহিবলৈ দিলে। ভিনদেউ ৺ধনেশ্বৰ বৰ্মন তেওঁৰ ককায়েক ৺কালিৰাম বৰ্মন আৰু তেওঁলোকৰ মাক আইটাজনীয়ে বৰ মৰম আৰু আদৰেৰে মোক প্ৰায় ২বছৰমান তেওলোকৰ ঘৰতে ৰাখিলে আৰু চামটা হাইস্কুলত পঢ়া আৰম্ভ কৰিলো।

নৱম মান শ্ৰেণীত পঢ়োতে মোমাইদেউ ৺পুষ্প তালুকদাৰে তেওঁৰ ঘৰলৈ নিলে—। মোমাইদেৱৰ ঘৰত মেট্ৰিক দিয়ালৈকে থাকিলো। মোমাইদেউৰ লৰা-ছোৱালী আৰু মামীয়ে বৰ মৰম কৰি মোক ৰাখিলে।

## কলিকতালৈ পলায়ন

তেতিয়া আমি নৱমমান শ্ৰেণীত পঢ়ো। মোমাইদেৱ, ৺যোগেশ্বৰ তালুকদাৰ দাদা আৰু সম্পৰ্কীয় মোমাই ৺কালিৰাম বৰ্মন, উকীলদেৱ লিকতালৈ যাব হিন্দুমহাসভাৰ সৰ্বভাৰতীয় অধিবেশনত যোগ দিবলৈ। এই সম্বন্ধে মোমাইদেৱৰ ঘৰত কেবাদিনো সন্ধিয়া আলোচনা হল। আলোচনাবোৰ শুনি শুনি মোৰ ও মোমাইৰ অন্য এজন লৰা শ্ৰীমাধৱ তালুকদাৰৰো মন হল কলিকতালৈ যাবলৈ। ইতিমধ্যে মোমাইহঁত কলিকতালৈ যাত্ৰা কৰিলে।

তেওঁলোক যোৱাৰ পিছত মই, মাধৱ আৰু বনগাওঁৰ শ্ৰীধৰণী বৰ্মনে মিলি স্থিৰ কৰিলো আমিও কলিকতালৈ যাম। মোৰ হাতত এটা পইছাও নাই, মাধৱৰ হাতত টকা ৫্টা আছিল বাকী পইছা শ্ৰীধৰণী বৰ্মনে যোগাৰ কৰা কথা। মোক ধৰণীৰ ঘৰলৈ যাব দি মাধৱ তালুকদাৰ আগধৰি নলবাৰীত থকা শ্ৰীশৰৎ তহবিলদাৰৰ বাসা-স্থানলৈ গল। শৰৎ তহবিলদাৰো যোৱাৰ কথা।

মই ধৰণীৰ দেউতাকৰ লগত বহি ভাত খাই থাকোতেই পাকতে ধৰণীয়ে দোকানৰ লোহাৰ চন্দুক খুলি—জমা ৰখা সোণ কিছু আৰু টকা কিছু মনে মনে হাত কৰিলে। ৰাতি ১২টা মান বজাত ধৰণীৰ সৰু সৰু ভাই দুজন শুই পৰাত আমি খোজকাঢ়ি নলবাৰী উঠিলো,—কথা আছিল পুৱাৰাতিৰ ৪টা বজাৰ ট্ৰেইনত কলিকতালৈ যাব লাগিব।

শৰৎ তহবিলদাৰ নোযোৱা হল। আমি তিনিওজনে ষ্টেশ্যন পাই জানিলো যে ট্ৰেইনখন মাল গাড়ীহে। নলবাৰীত থাকিলে ধৰণীৰ পৰিয়ালে বিচাৰি আহিব—গতিকে সেই ট্ৰেইনত ড্ৰাইভাৰক দহ অনা পইছা দি আমি টিহুলৈ গলো। ষ্টেশ্যনতেই পুৱা ১১টা বজালৈ লঘোনে ভোকে থাকি—১১টা বজাৰ ট্ৰেইনত কলিকতালৈ যাত্ৰা কৰিলো।

মই অলপ-অচৰপ বঙলা জানিছিলো—বাকী ২ জনে নেজানে। শিয়ালদহ ষ্টেশ্যন পালো। ষ্টেশ্যন দেখি আমি বিবুদ্ধি হলো। ট্ৰেইনৰ গাৰ্ডজনৰ পৰা মিটিঙৰ ঠাই, আৰু এটা সস্তীয়া পাইছ-চিষ্টেম হোটেলৰ ঠিকনা লৈছিলো।

ঘোৰা গাড়ী এখন ভাৰা ললো। গাড়ীচালকে জানিলে যে আমি নতুন মানুহ—গতিকে আধাফাৰ্লংমান গৈয়েই সি ৫৲ টকা ভাৰা জোৰকৈ ললে। তেতিয়া ৫ টকা মানে এতিয়াৰ ৫০০ টকাৰো বেছি। আমি বুজিলো যে আমাক ঠগিলে।

পাইছ চিষ্টেম হোটেল এটা উলিয়ালো। দুঅনাৰ পৰা ১৪ পইছাত খাব পাৰি—থাকিবৰো ঠাই পায়। থাকিলো। কিন্তু উৰহৰ অত্যাচাৰত ৰাতি কাৰো টোপনী নাহে। তাতেই ছিলেটৰ ডেকা এজনক পালো। তেওঁৰ সহায়ত কলিকতাখন চাবলৈ ললো। হিন্দুমহাসভাৰ পেণ্ডেলতো সোমালো। প্ৰকাণ্ড পেণ্ডেল সভাপতি ৺শ্যামাপ্ৰসাদ মুখাৰ্জীয়ে ওজস্বিনী বক্তৃতা দিছে। বক্তৃতাবোৰৰ বেছিভাগেই বুজি নেপালো—হিন্দুমহাসভা চাবলৈ অহাৰ সাৰ্থকতা সিমানতে শেষ হল। কলিকতা চোৱাকেই ঠিক কৰিলো। চিলঠীয়া বন্ধুজন বৰ চালাক ও ঠগ। নানান অজুহাতত বহু টকা খৰছ কৰালে। ১০।১২ দিনমান থকাৰ পিছত ধৰণীয়ে কলে তেওঁৰ হাতত আৰু টকা নাই। তেওঁ ঘৰলৈ ঘুৰি নেযায়—চিলঠীয়া বন্ধুজনৰ লগত বোম্বে-নাগপুৰলৈ যাব আৰু তাত কিবা পঢ়িব। আমাক ঘৰলৈ আহিবলৈ কলে আৰু টিকট দুটা কিনি দিলে।

স্কুললৈ গলো। হেডমাষ্টৰ ৺হোমেশ্বৰ দেৱশৰ্মাই সুধিলে "মোৰ কাপোৰবোৰ কি কৰিলা? ধৰণী ক'ত" —পিছত বুজি পালো যে ধৰণীয়ে ছাৰৰ বিছনা আদি লৈ গৈছিল—সেই সময়ত ছাৰ তেওলোকৰ ঘৰতে থাকি স্কুললৈ অহা যোৱা কৰিছিল।

পিছত ঘৰৰ পৰা মাহুহ গৈ ধৰণীক লৈ আহিল। কলিকতা দৰ্শনত আমাৰ যথেষ্ট অভিজ্ঞতা হৈছিল। সেই সময়ত বৰদিনৰ বন্ধ আছিল—আৰু মাত্ৰ ১০ দহটকা দিলেই এমাহকাল সৰ্ব্ব-ভাৰতত ভ্ৰমণ কৰাৰ সুযোগ আছিল। আমি এই দহটকীয়া নিৰ্দ্দিষ্ট ভাৰাৰেই ভ্ৰমণ কৰিছিলো।

কলিকতাখন সুবৃহৎ বিশাল নগৰী—ভাষাৰ আদান প্ৰদানো পৃথক পৃথক…মুলতঃ বঙালী ভাষা। আচাৰ-ব্যৱহাৰ, ভাষা আৰু চলন ফুৰণত এই চহৰখনক পৰ যেন নেলাগে। মানুহবোৰ পৰিচিত মানুহৰ দৰেই—ব্যৱহাৰো আমাৰ অসমীয়া মানুহৰ দৰে। ইয়াৰ বিশাল বিশাল অট্টালিকা, ৰেলৰে ষ্টেশ্যন, দোকানপোহাৰ ভিক্টৰীয়া মেমোৰিয়েল, যান-বাহন আৰু বিভিন্ন ধৰণৰ আলোক সজ্জাই আমাক মোহিত কৰিছিল।

১৯৪১ চনত মেট্ৰিক পৰীক্ষা দিলো গুৱাহাটী কেন্দ্ৰত। বুৰঞ্জীত লেটাৰ সহ প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিলো। বুৰঞ্জীৰ শিক্ষাগুৰু ৺শৰৎ চন্দ্ৰ গোস্বামী দেৱৰ প্ৰশংসা আৰু তেওঁ প্ৰকাশ কৰা আনন্দৰ কথা পাহৰিব নোৱাৰো। বুৰঞ্জীত লেটাৰ পোৱা ছাত্ৰ ময়েই প্ৰথম।

তেতিয়াৰ শিক্ষক সকলে শিক্ষাদানত যথেষ্ট কষ্ট ও যত্ন কৰিছিল। একাগ্ৰতা আৰু নিষ্ঠাৰে ছাত্ৰ সকলক শিক্ষা দান দিছিল। ছাত্ৰ সকলক মৰম আৰু প্ৰীতিৰে চাইছিল আৰু ছাত্ৰ সকলৰ পৰা যথেষ্ট শ্ৰদ্ধা আৰু সন্মান আহৰণ কৰিব পাৰিছিল।

আজিৰ ছাত্ৰ আৰু শিক্ষকৰ যি সম্বন্ধ—বহুতো সময়ত সি যন্ত্ৰবৎ; গতিকে ভুল বুজাবুজি আৰু কাজিয়া পেচাল উদ্ভব হোৱা দেখা যায়। এই পৰিস্থিতি আমাৰ পৰম্পৰা বিৰোধী।

## ১৯৩০ চনত আন্দোলনৰ প্ৰভাৱ

১ নং বেলশাৰ প্ৰাইমাৰী স্কুলৰ 'খ'-মান নে প্ৰথমমান শ্ৰেণীত তেতিয়া পঢ়ি আছিলো। কেদিনমানৰ পৰাই ৰাস্তাই ঘাটে "বন্দে মাতৰম" "বিদেশী বৰ্জন" "সুতা কটা প্ৰচলন আদি ধ্বনিৰে শ শ মানুহে বিভিন্ন সময়ত শোভাযাত্ৰা কৰি আমাৰ ঘৰৰ দুৱাৰ মুখেদি যোৱা দেখো। শুনি শুনি শ্লোগানবোৰ আমাৰ লগৰ লৰাবিলাকৰ মুখস্থ হৈ গৈছিল। আমি কিন্তু অৰ্থবোৰ ভালদৰে অনুধাবন কৰিব পৰা নাছিলো।

শোভাযাত্ৰাকাৰী সকলৰ মুৰত খদ্দৰৰ গান্ধিটুপী, গাত হাতে-কটা খদ্দৰৰ চোলা ও ধুতি। কাৰো কাৰোবাৰ চোলাত দুই-চাৰিটা বেজ দেখিছিলো। মনত পৰে এই শোভাযাত্ৰা বিলাকৰ আগশাৰিত বেলশৰৰ শিঙিমাৰাৰ (বৰাখাট) ৺হৰেশ্বৰ বৰ্মন, ৺ৰজত মেধি, নবীণ মেধি আদিয়ে বিভিন্ন সময়ত পতাকা হাতত লৈ নেতৃত্ব কৰিছিল, আৰু শ্লোগান দিছিল।

বোধকৰো সেই অঞ্চলৰ বহু গাঁৱৰ পৰা শিক্ষিত লোক সকল আহি এই শোভাযাত্ৰা বিলাকত যোগদান কৰিছিল। বহুতক চিনি নেপাইছিলো।

তেনে এটা সময়তে এদিনৰ কথা। ৺পিতৰাম খুড়াক চোতালত কাপোৰৰ বাতি কাঢ়ি থকা অৱস্থাত—দুপৰীয়া সময়ত ৮/১০ জন ডেকা ভলেন্টিয়াৰ সোমাই আহিল। আমি চোতালত খেলি আছিলো।

তেওঁলোক চোতালত বহি পৰিল। দাবী কৰিলে যে বিলাতী সুতাৰ বাতি কাঢ়িব নোৱাৰিব, কাপোৰ বব বা ব্যৱহাৰ কৰিব নোৱাৰব। সুতাখিনি পুৰি পেলাব লাগে—নহলে তেওঁলোকক দিব লাগে।

পইছা খৰছ কৰি কিনি অনা সুতা—কষ্ট কৰি ৰাতি কাঢ়িছে ইমান লোকচান ভৰি দিয়ে কেনেকৈ ? এইলৈ গিৰিহতৰ লগত কথা-কটাকটি হল। গিৰিহতে ক'লে ইয়াৰ পিছত আৰু বিলাতী সুতা নিকিনে—এইবাৰলৈ এৰিব লাগে।

ভলেন্টিয়াৰ সকলে কলে যে মহাত্মা গান্ধীৰ নিৰ্দ্দেশ বিলাতী বস্তু বৰ্জন কৰিব লাগে—তেহে দেশ স্বাধীন হব ইত্যাদি।

দিনৰ ১১ বজা মানৰ পৰা ৰাতি ১২ বজালৈকে এইদৰে কথা কটাকটি চলিল। গাওঁৰ মানুহ বিলাকো জমা হল। এই মানুহ বিলাকেও প্ৰথমে আপত্তি কৰিছিল। অৱশেষত ভলেন্টিয়াৰ সকলৰ বুজনিত সকলোৱে উপলব্ধি কৰিলে আৰু গাওঁৰ মানুহৰ উপদেশ মতে ৰাতি কঢ়া সুতাখিনি ভলন্টিয়াৰ সকলক ৰাতি ১২ বজাত গটাই দিলে—আৰু গুৰা সান্দহেৰে আপ্যায়ন কৰি সন্মান সহকাৰে বিদায় দিলে। এই গোটেই চোৰা সময় ৺পিতৰাম খুড়াৰ ছোটালত থাকি বহুকথা শুনিলো। সকলো কথা নুবুজিলেও বহুকথা বুজিলো। আমাৰ দেশখন বৃটিছৰ অধিনত থকা, আৰু তাৰ পৰা দেশখনক মুক্ত কৰাৰ আন্দোলনৰ সম্পৰ্কে সাধাৰণ ভাবে আভাষ পালো।

ইয়াৰ পিচত ভলেন্টিয়াৰ সকলে শোভাযাত্ৰা কৰি ওলালেই আমি চাবলৈ ওলাই আহো আৰু যিমানদুৰ পৰ্য্যন্ত সম্ভৱ হয় লগে লগে যাও—এনেকৈ যোৱাটো এটা আনন্দৰ কথা আছিল। পিছত জানিলো—হাজো, সৰ্থেবাৰী, গৱাদল আদি অঞ্চলৰ পৰা আহি বহু ভলেন্টিয়াৰে বেলশৰৰ আন্দোলনত যোগদান কৰিছিল।

ইয়াৰ কিছুদিন পিছত দেখিলো যে ৺ৰজত মেধি, আৰু নবীন মেধিৰ নেতৃত্বত ৺বিল্লেশ্বৰ দেৱালয়ত নমঃশূদ্ৰ আৰু কৈবৰ্ত্ত সম্প্ৰদায়ৰ লোকৰ প্ৰৱেশৰ বাবে জাগৰণ। এদিনাখন কেবাখনো

গাঁৱৰ পৰা নমঃশূদ্ৰ আৰু কৈবৰ্ত্ত সম্প্ৰদায়ৰ লোকক মাতি অনা হল, বিল্লেশ্বৰ দেৱালয়ত নামপতা হল আৰু মূল নামঘৰত তেওঁলোকক সোমাব দিয়া হল। কোৱা হল “মহাত্মাগান্ধীয়ে দেশৰ হৰিজন সকলক হিন্দুমন্দিৰত সোমাবলৈ আৰু মন্দিৰ ব্যবহাৰ কৰিবলৈ দিবলৈ অনুৰোধ জনাইছে—ইয়াৰ দ্বাৰা দেশৰ প্ৰগতি, ঐক্য আৰু সংহতি বাঢ়িব।”

কিছুলোকে প্ৰথমে আপত্তি কৰিছিল—মন্দিৰ চুৱা যাব বুলি। পিচত বুজাই কোৱাত বুজি পালে আৰু সকলোৱে হৰিধ্বনি কৰি নমঃশূদ্ৰ আৰু কৈবৰ্ত্ত ৰাইজক বিল্লেশ্বৰ হিন্দু মন্দিৰত প্ৰবেশাধিকাৰ দিলে।

এই দুটা ঘটনাই মোৰ লৰালিকালৰ মনত বেচ সাঁচ বহুৱালে। গান্ধীজীৰ প্ৰতি অগাধ শ্ৰদ্ধা আৰু সন্মানৰ ভাব মনৰ মাজতে জাগ্ৰত হল। ডাঙৰ হলে মইো এইবোৰ কামত আত্মনিয়োগ কৰিম বুলি স্থিৰ কৰিলো।

## সুতাকটা আন্দোলনৰ নৱজীৱন

তেতিয়াও গাঁৱৰ অসমীয়া মানুহে কপাহৰ পাঁজি তৈয়াৰ কৰি যতঁৰত সুতা কাটিছিল, আৰু সেই সুতাৰে যি হয় কাপোৰ বুই সেই কাপোৰ ব্যবহাৰ কৰিছিল। বিদেশী সুতা কিনা প্ৰচলন কিছু পৰিমানে আৰম্ভন হলেও সুতাকটা আৰু সেই সুতাৰে কাপোৰ বোৱা প্ৰচলন অসমত চলি আছিল। গান্ধীজীয়ে বিদেশী সুতা ও কাপোৰ বৰ্জন কৰিবলৈ দিয়া পৰামৰ্শৰ পিছত সেই পৰামৰ্শই সমগ্ৰ ভাৰততে ব্যাপক আন্দোলনৰ ৰূপ লৈছিল আৰু সুতাকটা প্ৰচলন সেইদৰে অসমতো বাঢ়িছিল। বেলশৰৰ ৺থিৰসেন দা মহাজনে কলিকতাৰ পৰা লোহাৰ সুতাকটা তাকুৰী কিছু আনিছিল

আমালোকেও কিছুদিন সেই ভাকুৰীতেই সূতা কটা অভ্যাস কৰিছিলো—আৰু লগৰ বিলাককো উদ্বুদ্ধ কৰিছিলো।

ভাওৰ হোৰাত জানিলো যে বৃটিছৰ কাপোৰ কলবোৰৰ কাপোৰ ভাৰতত বিক্ৰী কৰি বৃটিছ মিলমালিক সকলে কোটি কোটি টকাৰ লাভ কৰিছে, আৰু লাঙ্কাছায়াৰ আৰু মানছেষ্টাৰ আদি ঠাইত থকা বৃটিছৰ কাপোৰৰ কল বিলাক যথেষ্ট সমৃদ্ধিশালী কৰিছে। গান্ধীজীয়ে 'বিদেশী বৰ্জনৰ' আন্দোলন আৰম্ভ কৰা সময়ত আহমদাবাদ আৰু বোম্বে আদি কেইখনমান চহৰত ভাৰতৰ ব্যবসায়ী সকলে কাপোৰৰ মিল স্থাপন কৰিছিল, কিন্তু বৃটিছৰ লগত প্ৰতিযোগিতাত তেওঁলোক আগবাঢ়িব পৰা নাছিল। 'বিদেশী বৰ্জন, আন্দোলনৰ সহায়ত ভাৰতৰ মিল বিলাক যথেষ্ট পৰিমানে উপকৃত হয়, জনসাধাৰণেও নিজৰ তৈয়াৰী কাপোৰ ব্যবহাৰ কৰি লাভবান হয়,—দেশৰ অৰ্থনীতিৰো উন্নতি সাধন হয়, আৰু বৃটিছৰ কাপোৰ ও অন্যান্য সামগ্ৰীৰ বজাৰ শঙ্কুচিত হয়। তাৰ দ্বাৰা বৃটিছৰ শাসন কাৰ্য্যৰ ওপৰতো আঘাত পৰে।

সেই সময়ত জাপানী বস্তু কিছুমানেও ভাৰতত প্ৰবেশ লাভ কৰে। জাপানৰ কাপোৰ, চাইকেল, লেম্প আদি বস্তুবোৰ ভাৰতৰ বজাৰত সোমাইছিল। তেনেদৰে জাৰ্মানৰ বস্তুও ভাৰতত প্ৰবেশ কৰিছিল। জাৰ্মানৰ উৎপাদিত বস্তুবোৰ মজবুত আছিল—দামো তুলনামুলকভাবে কম আছিল আৰু গ্ৰাহক বিলাকে পচণ্ড কৰিছিল।

মনত পৰে যে ১৯৩৭ চনৰ নিৰ্বাচনৰ সময়ত জাপানৰ ছাইকেলৰ দাম খনে ২০/২৫ টকাত বিক্ৰী হৈছিল। আটাইতকৈ ফাইন জাপানী ধুতি বাৰ অনা/চৈধ্য অনা দামত পোৱা আছিল। এতিয় তেনে কোৱা ৷টীৰ ধুতিৰ দাম ১৫০/১৮০ টকা হলগৈ।

৺গান্ধীজীৰ নেতৃত্বত চলা ১৯৩০ চনৰ আন্দোলনৰ পিছত জানিছো—গোটেই দেশতে ব্যাপক আৰু বিস্তৃত ভাবে হৈছিল। হেজাৰ হেজাৰ লোকে স্ব-ইচ্ছাই এই আন্দোলনত যোগ দিছিল বিদেশী বস্তুবোৰ নিজে নিজে জুইত পুৰি পেলাইছিল। ৰাইজৰ আন্দোলন দমন কৰিবলৈ বৃটিছ চৰকাৰে বহু যুৱকক গ্ৰেপ্তাৰ কৰিছিল, লাঠি চালনা কৰিছিল, গুলি চালনা কৰিছিল। নিৰ্ম্মম অত্যাচাৰ চলাইছিল। এই আন্দোলন দমন নোহোৱাত আপোচ আলোচনাৰ কাৰণে বৃটিছ চৰকাৰে গান্ধীজীক বিলাতলৈ নিমন্ত্ৰণ কৰিছিল—এনেদৰে তিনিবাৰ আলোচনাৰ কাৰণে নিমন্ত্ৰণ কৰিছিল। এই আলোচনাক 'ৰাউণ্ড-টেবুল কনফাৰেন্স' নামেৰে অভিহিত কৰা হৈছিল। এই আলোচনাত গান্ধীজীয়ে লোৱা ভূমিকা ঐতিহাসিক আছিল। বিভিন্ন কিতাপপত্ৰত এই আলোচনাৰ কথা উল্লেখ আছে। তাৰ পিছতেই বৃটিছ চৰকাৰে ১৯৩৫ চনৰ শাসন-সংস্কাৰ মূলক আইন প্ৰণয়ণ কৰিবলৈ বাধ্য হয়, আৰু সেই আইনৰ মাধ্যমেৰে ১৯৩৭ চনৰ নিৰ্ব্বাচন অনুষ্ঠিত হয়। ১৯৩৫ চনৰ এই সংস্কাৰমূলক আইনত ভাৰতৰ জনসাধাৰণৰ আস্থা স্থাপন হোৱা নাছিল, বৰং ভাৰতৰ জনসাধাৰণে ধাৰণা কৰিছিল যে বিভিন্ন গোষ্ঠীগত প্ৰভাবেৰে দেশৰ মাজত বিভেদ আনিবলৈ এই আইনে প্ৰচেষ্টা চলাইছে, আৰু ভাৰতৰ জাগ্ৰত জনসাধাৰণৰ স্বাধীনতা আন্দোলন খৰ্ব কৰাৰ ষড়যন্ত্ৰ কৰা হৈছে। এই সম্বন্ধে বহু বিজ্ঞ লোকৰ প্ৰবন্ধ, কিতাপ-পত্ৰ প্ৰকাশিত হৈছে।

## একক সত্যাগ্ৰহ

ভাৰতৰ উদ্বেলিত জনসাধাৰণৰ আন্দোলনমুখী ধাৰা ক্ৰমে বাঢ়িল। ইতিমধ্যে দেশত বহু ঘটনাৰ সৃষ্টি হল। ইয়াৰ কেবছৰমান

আগতে বঙ্গদেশত অনুশীলন, যুগান্তৰ পাৰ্টি আদি নামেৰে কেবা-টাও বিপ্লৱী সংগঠন গঢ়ি উঠিছিল। এই সংগঠন বিলাকে অস্ত্ৰ-সংগ্ৰাম কৰাৰ মানসেৰে নিজকে প্ৰস্তুত কৰিছিল। এওঁলোকক চৰকাৰী ভাষাত 'সন্ত্ৰাসবাদী', নৈৰাজ্যবাদী আদি নামেৰে নামা-কৰণ কৰা হৈছিল। তেনেদৰে পাঞ্জাবতো গদৰ পাৰ্টি আদি নামেৰে কেবাটাও সংগ্ৰামী সংগঠন গঢ়ি উঠিছিল। জালিয়ানাবাগৰ হত্যা-কাণ্ডৰ পিছত এই সংগঠন বিলাকে যথেষ্ট সক্ৰিয় আৰু সংগ্ৰামী হৈছিল। অন্ধ্ৰ, বৰ্তমানৰ কেৰেলা, মাদ্ৰাজ আৰু মহাৰাষ্ট্ৰতো বিভিন্ন অংশত অস্ত্ৰসংগ্ৰামী, স্বাধীনতাকামী দলবোৰে জন্ম লাভ কৰিছিল। ইতিমধ্যে ভাৰতবৰ্ষৰ অ'ত ত'ত কমিউনিষ্ট দল বিলাকেও জন্ম-গ্ৰহণ কৰি স্থানীয় ভাবে শক্তি সংগ্ৰহ কৰিছিল। কিছুমানে কংগ্ৰেছ দলৰ ভিতৰতে থাকি কংগ্ৰেছক বেচি বিপ্লৱী সংগঠন হিচাবে গঢ় দিবলৈ যত্ন কৰিছিল। তেনেদৰে ছোচিয়েলিষ্ট সংগঠন সমূহেও কংগ্ৰেছ দলৰ ভিতৰতে থাকি নিজৰ কাম-কাজ চলাই আছিল। বিভিন্ন দলে কংগ্ৰেছ দলৰ বাহিৰত আৰু ভিতৰত থাকি কংগ্ৰেছ দলটোকেই প্ৰভাবিত কৰিব পাৰিছিল। এওঁলোকে ১৯৩৫ চনৰ শাসন সংস্কাৰৰ বিৰোধিতা কৰিছিল। জনসাধাৰণে বৃটিছ চৰকাৰক চকুৰে দেখিব নোৱাৰা হৈছিল আৰু বহুঠাইত আক্ৰ-মনাত্মক ভূমিকা গ্ৰহণ কৰিছিল। ইতিমধ্য ২য় মহাসমৰ পৃথিবীত আৰম্ভ হৈছিল। বৃটিছ চৰকাৰো যুদ্ধ-প্ৰচেষ্টাত বেয়াকৈ জড়িত হৈ পৰিছিল। এই সময়টোতেই বৃটিছক শেষ আঘাত দিয়াটো সুবিবেচনাৰ কাম হব বুলি বহুতে ধাৰণা কৰিছিল।

এনে এটা সময়তে মহাত্মাজীয়ে একক সত্যাগ্ৰহ আন্দোলন ঘোষণা কৰিলে আৰু বিনোৱাজীক তেখেতৰ নিৰ্ব্বাচিত প্ৰথম সত্যাগ্ৰহী ৰূপে নিৰ্ব্বাচন কৰিলে। এই সত্যাগ্ৰহ আন্দোলন কৰাৰ

কাৰণে বচা বচা মানুহ নিৰ্ব্বাচন কৰা হৈছিল। এই নিৰ্ব্বাচিত লোক সকলে—সুনিৰ্দ্দিষ্ট ঠাইত, নিৰ্দ্দিষ্ট সময় ও তাৰিখমতে সেই ঠাইত উপস্থিত থাকিব লাগিছিল—আৰু সমবেত জনতাৰ মাজত সত্যাগ্ৰহৰ শ্লোগান দিব লাগিছিল। পুলিছে তেনে সত্যাগ্ৰহীক গ্ৰেপ্তাৰ কৰি জেললৈ পঠিৱাইছিল। এই সত্যাগ্ৰহ আন্দোলন ভাৰতৰ সকলো ৰাজ্যত হৈছিল—আৰু বহু সত্যাগ্ৰহী জেলত আবদ্ধ হবলগীয়া হৈছিল।

সত্যাগ্ৰহ আন্দোলনৰ বহুতেই সেই সময়ত বিৰোধ কৰিছিল। গান্ধীজীয়ে কাৰো কথালৈ কৰ্ণপাত নকৰি দৃঢ়ভাবে এই আন্দোলন পৰিচালনা কৰিছিল। এই আন্দোলনৰ প্ৰভাব বৃটিছ চৰকাৰৰ ওপৰত নপৰা নহয়, কিন্তু চৰকাৰে ইয়াক সহজে চম্ভালিছিল।

## দ্বিতীয় মহাযুদ্ধ

দ্বিতীয় বিশ্বযুদ্ধ আৰম্ভ হল। প্ৰথম বিশ্বমহাযুদ্ধৰ কথা আমি বুৰঞ্জীৰ পৰা জানো—সেই যুদ্ধ ১৯১৪ চনৰ পৰা ১৯১৮ চনলৈ চাৰিবছৰ কাল চলিছিল। বহুত ক্ষয়ক্ষতি, বহু নৰহত্যা, সম্পত্তি বিনাশৰ পিছত ১ম মহাযুদ্ধৰ সামৰণী পৰিছিল। প্ৰথম মহাযুদ্ধৰ সময়ত বৃটিছে ভাৰতৰ ক্ষেত্ৰত দিবখোজা সুবিধাৰূপে নিদি ১৯১৯ চনৰ সাম্প্ৰদায়িক দ্বিজাতিতত্বৰ শাসন সংস্কাৰ দিছিল,—আৰু সেই শাসন সংস্কাৰ ভাৰতৰ প্ৰতিকুলে হোৱাত ৰাইজে প্ৰত্যাখান কৰিছিল।

দ্বিতীয় বিশ্ব মহাযুদ্ধ এফালে আছিল ইটালী, জাৰ্মান, জাপান আৰু অন্যফালে আছিল ইংৰাজ, আমেৰিকা, ফ্ৰান্স, ছোভিয়েট ইউনিয়ন। প্ৰথম ফালটোক চক্ৰশক্তি আৰু দ্বিতীয় ফাল-টোক মিত্ৰশক্তিৰূপে নামাকৰণ কৰা হৈছিল। আফ্ৰিকাৰ অবি-

অবিচিনীয়া আৰু কেইটামান অংশত, সমগ্ৰ ইউৰোপত, ছোভিয়েট ৰাছিয়া, জাপান, চীন, হংকং বাৰ্মা, চিঙ্গাপুৰ আৰু দক্ষিণপূৱ এচিয়াৰ উল্লেখযোগ্য ঠাই কেতবোৰত মহাযুদ্ধৰ ফিৰিঙটি জ্বলি উঠিছিল। প্ৰায় ৫ কোটি মানুহ এই যুদ্ধত নিহত হয়, আৰু কোটি টকাৰ সম্পত্তি বিনাশ হয়। জাৰ্মানীৰ দ্বাৰা ছোভিয়েট ইউনিয়ন আক্ৰান্ত হোৱাত যুদ্ধৰ প্ৰকৃতি পৰিবৰ্ত্তণ হয়। জাৰ্মানীয়ে ছোভিয়েটক আক্ৰমন নকৰো বুলি প্ৰতিশ্ৰুতি দিছিল আৰু দুয়ো দেশৰ মাজত অনাক্ৰমন চুক্তি সম্পাদিত হৈছিল। এই চুক্তি ভঙ্গ কৰি জাৰ্মাণীয়ে ছোভিয়েট ৰুছিয়াক আক্ৰমণ কৰি অতি তীব্ৰ গতিত ছোভিয়েটৰ বিস্তৃত ভুখণ্ড দখল কৰে। এনে এটা অৱস্থাৰ সৃষ্টি হৈছিল যে হিটলাৰৰ জাৰ্মানীয়ে যেন কিছুদিনৰ ভিতৰতেই ছোভিয়েটক পৰাভুত কৰি জয়ী হব। জাৰ্মানীয়ে হেনো প্ল্যান কৰিছিল—ছোভিয়েটক পৰাভুত কৰি আফগানিস্তানৰ ওপৰেদি পাৰ হৈ—ভাৰতবৰ্ষক আক্ৰমণ ও পৰাভুত কৰি কলম্বোলৈ ঢাপলি মেলিব, আনহাতে জাপানে চীনক পৰাভুত কৰি হংকং ইন্দোনেচীয়া আদি দখল কৰি চিঙ্গাপুৰলৈ সাম্ৰাজ্য বিস্তাৰ কৰিব।

পৃথিবীৰ প্ৰথম সমাজতান্ত্ৰিক দেশ ছোভিয়েট ধ্বংস হলে মিত্ৰশক্তিৰ বাকী তিনিখন দেশেও পেটে পেটে ভাল পায়। তেতিয়ালৈ সমাজতান্ত্ৰিক ৰুছিয়া বিশ্বসাম্ৰাজ্যবাদী শক্তিৰ চকুৰ হুল আছিল আৰু ছোভিয়েটক ধ্বংস কৰিবলৈ বিপ্লৱৰ পিচতেই এই দেশ বিলাকে প্ৰতিবিপ্লৱী অভ্যুত্থান ঘটাবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। ছোভিয়েটক আক্ৰমণ কৰা সময়ত ছক্ৰশক্তিক ব্যস্ত কৰিবলৈ "দ্বিতীয় যুদ্ধফ্ৰণ্ট" খোলাৰ সিদ্ধান্ত পৰ্য্যন্ত কাৰ্য্যকৰী নকৰিলে।

পৃথিবীৰ কমুনিষ্ট শক্তিবিলাকে ছোভিয়েটক জাৰ্মাণীয়ে আক্ৰমণ কৰাৰ লগে লগেই সাম্ৰাজ্যবাদী যুদ্ধৰ প্ৰকৃতিৰ পৰিবৰ্ত্তন হোৱা বুলি মত প্ৰকাশ কৰে—আৰু এই যুদ্ধক জনযুদ্ধ বুলি আখ্যা দিয়ে। এই যুদ্ধ 'জনযুদ্ধ' নে 'সাম্ৰাজ্যবাদী যুদ্ধ' এইলৈ পৃথিবী জুৰি বিতৰ্কৰ সৃষ্টি হয়। ভাৰতৰ কমিউনিষ্ট দলে (চি-পিআয়ে) জনযুদ্ধ বুলি, সমৰ্থন কৰে, কিন্তু ভাৰতৰ বিপ্লবী কমিউনিষ্ট দলে (আৰ. চি. পি আয়ে) এই যুদ্ধৰ প্ৰকৃতি 'সাম্ৰাজ্যবাদী' বুলি আখ্যা দিয়ে। আমি তেতিয়া বিপ্লবী কমিউনিষ্ট দলত আছিলোঁ।

দ্বিতীয় বিশ্বযুদ্ধৰ শেষৰ ফালে বাধাহৈ জাপানে যুদ্ধ ফ্ৰন্ট এটা খুলিলে। জাপানে প্ৰচণ্ড গতিত আক্ৰমণ কৰি ১৯৪১ চনৰ ৬. ডিচেম্বৰৰ দিনা চিঙ্গাপুৰ দখল কৰিলে—এই চিঙ্গাপুৰ চহৰ দক্ষিণ-পূব এচিয়াৰ প্ৰাণকেন্দ্ৰ। ইতিমধ্যে দেশনেতা সুভাষ চন্দ্ৰ বসুৰ আজাদ-হিন্দ বাহিনীয়ে জাপানৰ সমৰ্থন লাভ কৰি ভাৰতৰ পূব প্ৰান্তত আক্ৰমণ কৰি কিছু ঠাই দখল কৰে আৰু বৃটিছ সৈন্য বাহিনীৰ সমুখীন হয়। ছোভিয়েট ৰুচিয়াৰ সৈন্যবাহিনী আৰু প্ৰতিৰক্ষা বাহিনী বিলাকে জীৱন-মৰণ পণ কৰি, সকলো শক্তি সংহত কৰি প্ৰাণপনে যুঁজিলে। লেলিনগ্ৰাডৰ যুদ্ধত ছোভিয়েট বাহিনীৰ সৈন্য প্ৰতি ইঞ্চি ঠাইত বোলে এজনকৈ মৰিল। ছোভিয়েটে "পোৰা মাটি" নীতি গ্ৰহণ কৰি পৰাজিত ঠাইবোৰৰ আৰু আশু পৰাজিত হবৰ আশংকা থকা ঠাইবোৰৰ কলকাৰখানা, খাদ্যবস্তু, শস্যাদি—শত্ৰুৰ হাতত যাতে নপৰে—তাৰ কাৰণে নিজে নিজে ধ্বংস কৰিলে। পৃথিবীত কোনো দিনে নোহোৱা এই ভীষণতম মহাযুদ্ধত ছোভিয়েটৰ প্ৰায় দুইকোটি লোক মৰিল, বহু হেজাৰ কোটি টকাৰ সম্পদ নিঃশেষ হল। জাৰ্মানবাহিনী অৱশেষত পৰাজিত ও বন্দী হল। ছোভিয়েটৰ পূবখণ্ডত আৰু মহাচীনৰ

উত্তৰ পূব খণ্ডত ইতিমধ্যে জাপানে কিছু ঠাই দখল কৰিছিল। চীন ও ছোভিয়েটৰ ভুখণ্ডৰ পৰা ছোভিয়েট সৈন্যবাহিনীয়ে জাপানী সৈন্যক খেদি পঠিয়ালে।

দ্বিতীয় মহাযুদ্ধৰ ফলশ্ৰুতি হিচাবেই বাল্টিক সাগৰৰ উপকূলৰ দেশবিলাক জাৰ্মাণীৰ পৰা মুক্ত হল, আৰু প্ৰায় ৪০ বছৰৰ ওপৰকাল ছোভিয়েটৰ অঙ্গৰাজ্য হিচাবে থাকিল। এতিয়া অবশ্যে এই বিলাক দেশ পুনৰ স্বাধীন হল।

ছোভিয়েট সৈন্য বাহিনীয়ে ফেচিষ্ট জাৰ্মাণীক পৰাস্ত কৰাৰ পৰিণতি হিচাবেই পূব ইউৰোপৰ কেখনমান দেশ যেনে পোল্যাণ্ড, জুগোশ্লাভিয়া, ছেকোশ্লোভাকিয়া ৰুমানিয়া, বুলগেৰিয়া, আলবেণীয়া আদি কেবাখনো দেশত কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত চৰকাৰ প্ৰতিষ্ঠিত হৈছিল—আৰু এই দেশ বিলাকৰ কমিউনিষ্ট চৰকাৰ ৪০ বছৰৰো বেচি কাল তিষ্ঠি আছিল।

ইয়াতে উল্লেখ কৰা দৰকাৰ যে জাৰ্মানীৰ পূব খণ্ডত কমিউনিষ্ট চৰকাৰ আৰু পশ্চিম খণ্ডত মাৰ্কিন, ফ্ৰান্স আৰু ইংলণ্ডৰ প্ৰভাবাধীন চৰকাৰ প্ৰতিষ্ঠা হৈছিল; প্ৰায় ৪০ বছৰৰ ওপৰকাল বিভক্ত জাৰ্মানীত পৃথক পৃথক পদ্ধতিৰ দুটা চৰকাৰ চলিছিল। অবশ্যে বৰ্ত্তমান দুয়ো জাৰ্মানী ঐক্যবদ্ধ হৈছে।

ইয়াতে কোৱা উচিত হব যে জাৰ্মনীৰ পৰাজয়ৰ পিছত প্ৰাধান্য বিস্তাৰৰ প্ৰতিযোগিতা মিত্ৰশক্তিৰ মাজতে উদ্ভব হয় আৰু মাৰ্কিন সৈন্য বাহিনীয়ে পৰাজিত পূব জাৰ্মানীৰ মূল্যবান ঘৰ, পৌৰাণিক ঐতিহাসিক অনুষ্ঠান আৰু মূল্যবান কল কাৰখানা কেতবোৰ বোমাৰে আক্ৰমণ কৰি ধ্বংস কৰি পেলায়।

তেনেকৈ একেবাৰে শেষৰ ফালে—মাৰ্কিন চৰকাৰে জাপানৰ হিৰোচিমা আৰু নাগাচাকিত—অনাবশ্যকতা স্বত্বেও বিধ্বংসী আনবিক

বোমা প্ৰয়োগ কৰি ধ্বংস যজ্ঞ সৃষ্টি কৰে আৰু জোৰকৈ জাপানৰ ওপৰত্তে সামৰিক আধিপত্য বিস্তাৰ কৰে।

াপানী আক্ৰমণৰ বিৰুদ্ধে যুজি চীন দেশৰ কমিউনিষ্ট দলে যথেষ্ট শক্তি সংগ্ৰহ কৰি—জনমানসত প্ৰিয় হয়, আৰু মহাযুদ্ধৰ পিছত মহাচীনত কমিউনিষ্ট চৰকাৰ প্ৰতিষ্ঠা হয় ১৯৪৮ চনত। সেইদৰে উত্তৰ কোৰিয়া আৰু মঙ্গোলিয়াতো কমিউনিষ্ট চৰকাৰ স্থাপন হয়।

দ্বিতীয় মহাযুদ্ধত বৃটিছ সাম্ৰাজ্যবাদ প্ৰভূত ক্ষয়-ক্ষতিৰ সমুখীন হয়। হিটলাৰৰ ৰকেট আক্ৰমণত বহুত মানুহৰ বাসগৃহ ধ্বংস হয়, কল-কাৰখানা নষ্ট হয়; যুদ্ধৰ পিছত বৃটেণত বাসগৃহৰ সমস্যা গভীৰ হৈ পৰিছিল।

বৃটিছ চৰকাৰৰ বহুকোটি টকা ঋণ হয়। উপনিবেশ বিলাকৰ ওচৰতো ঋণী হয়। বৃটিছ চৰকাৰ তৃতীয় শ্ৰেণীৰ ৰাষ্ট্ৰত পৰিণত হয়। ইতিমধ্যে বৃটিছৰ দখলাধীন দেশবিলাকত স্বাধীনতাৰ জোৱাৰ সৃষ্টি হয়, আৰু সেই জোৱাৰ বন্ধ কৰিবলৈ বৃটিছ সাম্ৰাজ্যবাদ শক্তিহীন হয়।

১৯৪৫ চনৰ ৭ মে তাৰিখে জাৰ্মানীয়ে আত্মসমৰ্পণ কৰে আৰু জাপানে আত্মসমৰ্পণ কৰে সেই বছৰৰে ১৪ আগষ্টৰ দিনা। ১৯৩৯ চনত ভাৰতীয় সৈন্য বাহিনীৰ সংখ্যা আছিল ২ লাখ, কিন্তু মহাযুদ্ধৰ সময়ত এই সংখ্যা বাঢ়ি হল প্ৰায় ২২ লাখ। ভাৰতীয় সৈন্যই পূব আফ্ৰিকাত ছিদ্দিবাৰাউণী নামৰ ঠাইত ইটালীৰ সৈন্যক পৰাজিত কৰিলে।

বৃটিছে জাপানৰ বিৰুদ্ধে প্ৰায় ১০ লাখ সৈন্য নিয়োগ কৰিছিল। এই ১০ লাখৰ ভিতৰত ৭ লাখেই ভাৰতীয় সৈন্য।

দ্বিতীয় মহাসমৰত ভাৰতৰ সৈন্য মৰা পৰে ২৪,৩৩৮ জন, ইয়াৰ উপৰি ১১,৭৫৪ জন নিখোজ হয়, ৬৪,৩৫৪ জন আহত হয়, আৰু শত্ৰুপক্ষৰ হাতত বন্দী হয় ৭৯,৪৮৯ জন।

২য় মহাসমৰৰ ভিতৰত ভাৰততেই যুদ্ধৰ অস্ত্রনির্মাণৰ কাৰখানা স্থাপন হয় আৰু ইয়াত উৎপাদিত অস্ত্র বিদেশলৈকো পঠিওৱা হয়। ভাৰতৰ জাহাজ নির্মাণৰ কাৰখানাও আধুনিক ভাবে কৰা হল। ভাৰতৰ নৌ-বাহিনী আৰু বিমান বাহিনীয়ে যুদ্ধৰ সময়ত কৃতিত্ব প্রদর্শন কৰিলে।

যুদ্ধৰ শেষত দেখা গল যে ১২৫ কোটি পাউণ্ডত বৃটিছ চৰকাৰ ভাৰতৰ ওচৰত ঋণী হল।

## যুদ্ধোত্তৰ পৰিস্থিতি

যুদ্ধোত্তৰ পৰিস্থিতিত পৃথিবীৰ প্রায় দেশতেই মুদ্রাস্ফীতি, মূল্যবৃদ্ধি আকাশলঙ্ঘা হয়। আমাৰ দেশতো নিত্য প্রয়োজনীয় সামগ্রীৰ দাম সীমাহীন হিচাবে বাঢ়ে; সাধাৰণ মানুহৰ আর্থিক জীৱন বিপদ শঙ্কুল হৈ পৰে।

কাম-কাজ প্রত্যেক দেশতেই কমি যায়—বেকাৰ সমস্যাই তীব্রতৰ ৰূপ ধাৰণ কৰে। কর্মহীন বেকাৰ যুবক, যুদ্ধত কামৰ পৰা বিতাৰিত কর্মচাৰী, চাকৰিয়ালৰ কর্মসংস্থান নোহোৱা হয়। আনহাতে যুদ্ধ চলাকালত যি ধৰণৰ জীৱন ধৰণৰ মানদণ্ড সৃষ্টি হৈছিল—সেই মানৰ অৱনতি ঘটে। অসন্তুষ্টি আৰু বিদ্রোহৰ জুই জ্বলি উঠে।

যুদ্ধবিধ্বস্ত পৰাজিত দেশ বিলাকৰ অৱস্থা আৰু শঙ্কটজনক হয়। তেওলোকৰ আন্তর্জাতিক ব্যৱসা-বাণিজ্য বাৰুকৈয়ে ক্ষতিগ্রস্ত হয়। এইদৰে ব্যৱসা-বাণিজ্য ক্ষতিগ্রস্ত হোৱাৰ ফলত কিছু কিছু কলকাৰখানা আৰু উদ্যোগত কর্মৰত কর্মচাৰিক কর্মচ্যুত কৰিবলগীয়া হয়। কর্মচ্যুত হোৱাৰ ফলত ক্রয়শক্তি সামগ্রীক ৰূপে হ্রাস পায়, আৰু তাৰ ফলত উৎপাদিত সামগ্রী সমূহৰ বিক্রী হয়, বন্ধ হয়, নহয় লেহেম হয়। ক্রয় ক্ষমতা কমি যোৱাৰ ফলত সমস্ত দেশ-খনৰেই আর্থিক জীৱনৰ ওপৰত প্রভাব পৰে।

বেমাৰ আজাৰ, অকালমৃত্যু, চিকিৎসাহীনতা বাঢ়িচলে তাৰ ফলত বহু মানুহে অকালতে জীৱন দিবলগীয়া হয়।

বহু মানুহ বাসগৃহৰ পৰা বঞ্চিত হয়, বহুতৰ ঘৰ-দুৱাৰ ধ্বংস হয়।

বহু মহিলা বিধবা হয়, পিতৃ-মাতৃ সন্তানহীন হয়, আৰু জী-পুত্ৰ মাউৰা বা পিতৃহীন হয়।

বহু স্কুল কলেজ ভাঙি যায়—শিক্ষাজীৱনতো গুৰুতৰ আঘাত পৰিলক্ষিত হয়। দেশৰ জটিল অৱস্থা চম্ভলা কাৰ্য্যত ৰাষ্ট্ৰনায়ক সকল ব্যস্ত ও চিন্তিত হবলগীয়া হয়। সাধাৰণ মানুহৰ বেজাৰ, হুমুণীয়া আৰু কান্দোনেৰে পৃথিৱীৰ আবহাওৱা দূষিত হৈ পৰে। বিজিত দেশ বিলাকৰ জয়ৰ উল্লাস থাকিলেও—সেই দেশ বিলাকতো মুদ্ৰাস্ফীতি, অভাৱ, দাৰিদ্ৰতা আৰু দুখ-কষ্টৰ বোজা বাঢ়িচলে। প্ৰমাণিত হয় যে মহাযুদ্ধই—বিজিত বা পৰাজিত কোনো দেশৰেই মঙ্গল সাধন কৰিব নোৱাৰে—বৰং ক্ষতি সাধন কৰে। সেইবাবেই বিজয়ী হৈয়ো চোভিয়েট ইউনিয়নে উল্লাসত অধীৰ হোৱা নাছিল; দেশৰ পুনৰ গঠনৰ কাৰণে কঠোৰ শ্ৰম আৰু কষ্ট বৰণ কৰিবলগীয়া হৈছিল, আৰু বিশ্বৰ পৰা চিৰদিনৰ কাৰণে মহাযুদ্ধক বিদায় দিবলৈ বিশ্বজুৰি—শান্তি আন্দোলন গঢ়ি তুলিছিল।

## ১৯৪১ চনৰ ৬ ডিচেম্বৰ

১৯৪১ চনৰ ছয় ডিচেম্বৰৰ দিনটো মোৰ আৰু আমাৰ কেজনমানৰ কাৰণে ঐতিহাসিক দিন। সিদিনাৰ সম্পৰ্কত "ছয় ডিচেম্বৰ" নামৰ কিতাপ এখন মই লিখিছোঁ—সিদিনা হোৱা আন্দোলনৰ সম্পৰ্কত। তেতিয়া মই কটন কলেজৰ ১ম বাৰ্ষিক শ্ৰেণীত পঢ়ো।

তাৰ আগতে দুটামান সৰু ঘটনাৰ কথা কব খোজো। সম্ভৱতঃ তেতিয়া প্ৰাইমাৰী স্কুলত পঢ়ো। পণ্ডিত জৱহাৰলাল নেহৰু নামৰ

মানুহ এজন নলবাৰীলৈ আহিব—তেওঁ ডাঙৰ দেশনেতা। তেওঁ পুৱাবেলা আহি নলবাৰী পাব। গতিকে ৰাতিতেই মানুহৰ সমাগম। তেতিয়া বাচ বা টেক্সি আদি নাছিল। আঠ মাইল বাট খোজ কাঢ়ি নলবাৰী পালোঁ। অজস্র মানুহ নেহৰুক চাবৰ কাৰণে—সৰু ছোৱালী এজনীয়ে তেওঁক মালা এধাৰি পিন্ধাই আদৰিলে—আৰু নেহৰুৱে সেই ছোৱালীজনীক কোলালৈ তুলি লৈ মৰম কৰিলে। নেহৰুৰ বক্তৃতা বা ভাষা বুজি পোৱা নাছিলোঁ—কিন্তু বাকী মানুহবিলাকে আলোচনা কৰাতহে বুজিলোঁ তেখেতে কোন আৰু কি কৰে। মোৰো মনত তেওঁৰ দৰে কাম কৰাৰ আগ্রহ সৃষ্টি হৈছিল।

গন্ধিয়া মজলীয়া স্কুলত পঢ়ি থাকোতে ৺হেমবৰ্মা মজুমদাৰ নামৰ দেশকৰ্মী এজনে গৈ বক্তৃতা কৰি দেশ-প্ৰেমৰ সম্পৰ্কত আমাক উদ্বুদ্ধ কৰিছিল। তাৰ উপৰিও ৺গিৰিধৰ শৰ্মাই পঢ়োৱা গ্রন্থাবলীতো দেশ-প্ৰেমৰ কথা বহুবাৰ ব্যাখ্যা কৰি আমাক উদ্বুদ্ধ কৰিছিল। চামটা হাইস্কুলত পঢ়া সময়ত মাননীয় ফখৰুদ্দিন আলি আহমেদৰ বক্তৃতাই আমাক অনুপ্রাণিত কৰিছিল—দেশক ভাল পাবলৈ আৰু স্বাধীনতা সংগ্রামত অংশ গ্ৰহণ কৰিবলৈ। ৺বিষ্ণুৰাম মেধি, ৺ৰোহিণীকুমাৰ চৌধুৰী, ৺গৌৰি তালুকদাৰ, ৺জগদীশ মেধি, আৰু বহুতৰ পৰা বিভিন্ন সময়ত, বিভিন্ন ঠাইত দেশপ্ৰেমমূলক বক্তৃতাবিলাক শুনিছিলোঁ। বিভিন্ন কিতাপ, কাগজত স্বাধীনতা সংগ্রামৰ গল্প, প্ৰবন্ধ পঢ়িছিলোঁ আৰু দেশক ভালপোৱাৰ, আৰু স্বাধীনতা সংগ্রামত আত্মনিয়োজনৰ প্ৰেৰণা লাভ কৰিছিলোঁ।

১৯৪১ চনত কটন কলেজত ভৰ্ত্তি হবলৈ আহোতে বিজ্ঞান-শাখাত নাম লগোৱাৰ কথা চিন্তা কৰিছিলো—ফৰ্ম তেনেদৰেই ভৰ্ত্তি কৰিছিলো। অধ্যক্ষ আছিল ৺বিজয় বাবু। ২য় বিভাগৰ লৰা-বিলাকে বিজ্ঞান শাখাত ছীট পালে, কিন্তু প্ৰথম শ্ৰেণীত ভাল নম্বৰ সহ মেট্ৰিক পাছ কৰিও ছীট নেপালো। কাৰণ বুজিপালো—

কোনো খাতিৰ বা প্ৰভাৱ কৰিব পৰা মানুহ নাছিল,—গাঁৱৰ পৰা অহা ল'ৰা, ছীট নোপোৱাই কথা। এই অন্যায়ৰ কথা ৺অম্বিকাগিৰি ৰায় চৌধুৰী দেৱক কোৱাত তেখেতে এনে অন্যায়ৰ বিৰুদ্ধে প্ৰতিবাদ কৰিলে। এড্‌ভোকেট ৺কালিৰাম বৰ্মনদেৱক কোৱাত তেখেতেও প্ৰিন্সিপালৰ ওচৰত প্ৰতিবাদ জনালে। মোৰ ডাক্তাৰী পঢ়াৰ ইচ্ছা আছিল। পিছত ছীটপাব পাৰো বুলি অৱশেষত অধ্যক্ষই মাতি নি কোৱাত—মোৰ বিষয় বস্তুৰ ভিতৰত, উদ্ভিদবিদ্যা, লজিক, সংস্কৃত আৰু অঙ্ক ললো। উদ্ভিদবিদ্যা আৰু অঙ্ক লগত ৰাখিলে পিছত ছীটপালে সুবিধা হব বুলি। চাৰিমাহমান পিছত ছীট এটা ওলাল— মই কিন্তু লব নোৱাৰিলোঁ।

৪/৫ ডিছেম্বৰত দেখিলো কটন কলেজৰ পদাৰ্থবিদ্যা বিভাগৰ ঘৰত এখন প্ৰদৰ্শনী পতা হৈছে; আৰু কিছুদিন আগতে হিন্দুমহা-সভাই—তেওলোকৰ দলীয় সভা পাতি বীৰ চাভাৰকাৰক অনাৰ বাবে স্থাপন কৰা জজফিল্ডৰ পেণ্ডেলতো—সেই প্ৰদৰ্শণীৰ এটা অংশ মুকলি কৰিছে। প্ৰদৰ্শণীৰ উদ্দেশ্য হৈছে—২য় মহাসমৰত বৃটিছ চৰকাৰক আৰ্থিক সাহায্য দান কৰা।

হেপীভিলাৰ মেছ এটাত মই, হেলছাৰ অম্বু শৰ্মা আৰু কেজনমান ল'ৰা থকা কৰিছিলোঁ। শৰ্মাক কলো যে যুদ্ধপ্ৰচেষ্টাৰ এই প্ৰদৰ্শণী পতাটো ঠিক হোৱা নাই—আমি বিৰোধ কৰিব লাগে। কেখনমান পোষ্টাৰ লিখি ৫ তাৰিখে পুৱাবেলা অ'ত ত'ত লগাই দিলো প্ৰদৰ্শণী চাবলৈ যেন কোনো মানুহ নাহে। তেতিয়ালৈ আমি কোনো পাৰ্টিত যোগ দিয়া নাছিলোঁ।

কিন্তু সিদিনাই আবেলি তেতিয়াৰ কটনৰ ভূতপূৰ্ব ইউনিয়ন ছেক্ৰেটাৰী ৺উমা শৰ্মাৰ নেতৃত্বত বহুছাত্ৰই লগ হৈ প্ৰদৰ্শণী বন্ধ-কৰিবলৈ অধ্যক্ষৰ ওচৰত দাবী জনাইছে। আমিও সেই দাবী দিয়া দলত ভৰ্ত্তি হলো। ৰাতি ৯।১০ মান বজালৈ বহুছাত্ৰ আৰু স্থানীয়

ৰাইজ সমবেত হৈ দাবী তোলা স্বত্বেও অধ্যক্ষই নিজৰ অপাৰগতা প্ৰকাশ কৰে। ছাত্ৰসকল উত্তেজিত হয়, আৰু স্থিৰ কৰে যে পিচদিনা পুৱাৰে পৰা প্ৰদৰ্শণীৰ গেটসমূহত গোটখাই মানুহ সোমোৱাটো বন্ধ কৰা হব। পিচদিনা পুৱাৰে পৰা আমালোক সমবেত হলো। দিনৰ দেৰটামান বজাত সন্দিকৈ কলেজৰ অধ্যক্ষা ৺ৰাজবালা দাস আৰু কেজনীমান ছাত্ৰী প্ৰদৰ্শণী চাবলৈ কলেজগেটত থিয় হওতে ছাত্ৰসকলে মানা কৰে আৰু ধ্বনি তোলে। তেনেসময়তে কামৰূপ জিলাৰ ডেপুটীকমিশ্যনাৰ হামফ্ৰে চাহাব সোমায়। ছাত্ৰসকলে বাধা প্ৰদান কৰাত—হামফ্ৰে আৰু ছাত্ৰ সকলৰ মাজত হতীয়াহতী হয়।

এই ঘটনাৰ অলপ পিছতেই গুৱাহাটীৰ হেজাৰ হেজাৰ ৰাইজ ছাত্ৰসকলৰ সৈতে মিলিত হয় আৰু উপায়ুক্তৰ অতিচাৰ ব্যৱহাৰৰ বিৰুদ্ধে শোভাযাত্ৰা উলিয়ায়। ইমান বৃহৎ সংখ্যক লোক এই সমাৱেশত সন্মিলিত হৈছিল যে—আগৰ মানুহে—পিচৰ শেষাংশ নেদেখে। শোভাযাত্ৰাৰ আগশাৰিত আমি আছিলো। গুৱাহাটী ষ্টেশ্যনৰ কুলিডিপোৰ—শেষাংশ পোৱাৰ লগে লগে সশস্ত্ৰ পুলিছ বাহিনীয়ে আগভেটি ধৰি আমাৰ যাত্ৰা ৰোধ কৰে। ৰাস্তাৰ দুয়োকাষে লোৰ বেৰা আছিল। গতিকে পিচুৱাই যোৱাৰ কোনো সম্ভাৱনা নাছিল—বৰং পিচফালৰ পৰা জনতাৰ হেচা বাঢ়িছিল। এনে সময়তে কোনো ওৱাৰ্নিং নিদিয়াকৈ পুলিছে আমাৰ ওপৰত অমানুষিক ভাবে লাঠিচালনা কৰে। প্ৰায় ৫০ জন ছাত্ৰ গুৰুতৰ ৰূপে জখম হয়। হস্পিটেললৈ গৈ পুৱাবেলা জ্ঞানফিৰি পালো। মোৰ হাতখন ভাঙিছে আৰু মূৰটো ফাটি প্ৰচুৰ তেজ ওলাইছে।

মোৰ কাষৰ চীটত এজন অচিনাকী ডেকাৰ ককালভাঙি কেকাই-গেঠাই আছিল। চিনাকী হৈ জানিলো কলেজিয়েটৰ দশমমান শ্ৰেণীৰ ছাত্ৰ ৰঙিয়াৰ কামিনী শৰ্মা। আমাৰ লগতে জখমপ্ৰাপ্ত হৈ হস্পিটেলত পৰি আছিল—হৰিদাস, গিৰিজা শৰ্মা, হৰেণ কলিতা,

ভূপেন মহন্ত, গোকুল মেধি আৰু কেবাজনো। তেতিয়া ৮মমান শ্ৰেণীৰ ছাত্ৰ ভূপেন ফুকনৰ জখম গুৰুতৰ; ইউনিয়ন ছেক্ৰেটাৰী নাৰায়ণ দাসৰো অৱস্থা গুৰুতৰ; আৰু জখম হল পুলিছৰ ডি. এছ. পি চাহাবৰ ছোৱালী জনীৰ; নাম পাহৰিলো।

প্ৰায় ১০।১৫ দিনমান হস্পিটেলত থাকিলো। পুলিছে আমালোকক গ্ৰেপ্তাৰ কৰিলে।

পুলিছৰ কাৰ্য্যৰ প্ৰতিবাদ কৰি সমগ্ৰ অসমৰ স্কুল-কলেজবিলাকত প্ৰবল উত্তেজনা সৃষ্টি হ'ল। স্কুল-কলেজবিলাকত কেবাদিন ধৰি হৰতাল হ'ল। গুৱাহাটীৰ দোকান পোহাৰ কেবাদিন ধৰি বন্ধ থাকিল। সৰ্ব্বভাৰতৰ ছাত্ৰ ফেডাৰেশ্যনৰ আহ্বান ক্ৰমে সমগ্ৰ ভাৰতবৰ্ষ জুৰি এদিনৰ কাৰণে স্কুল-কলেজ বিলাক বন্ধ থাকিল

পুলিছৰ কাৰ্য্যৰ প্ৰতিবাদত তেতিয়াৰ শিক্ষা মন্ত্ৰী ৰোহিনী কুমাৰ চৌধুৰীয়ে মন্ত্ৰীত্বৰ পৰা পদত্যাগ কৰিলে। বিপ্লবী কমিউনিষ্ট পাৰ্টীৰ নেতা সৌম্যেন্দ্ৰ নাথ ঠাকুৰ জখমী সকলক চাবৰ কাৰণে কলিকতাৰ পৰা আহিল।

সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনত ৬ ডিচেম্বৰৰ প্ৰতিবাদ আৰু পুলিছৰ অত্যাচাৰ এটা উল্লেখযোগ্য ঘটনা। তেতিয়ালৈ অসমত এনে ব্যাপক আৰু গভীৰ আন্দোলন হোৱা নাছিল।

আমাৰ শ্লোগান আছিল "নত্-এ-ম্যান, নত্-এ-পাই, টু-ডি ইম্পেৰেলিষ্ট ওৱাৰ" অৰ্থাৎ সাম্ৰাজ্যবাদী যুজত আমি এটা পইছাও নিদিও, এজন মানুহো নিদিও"

১৯৪১ চনৰ এই ৬ ডিচেম্বৰৰ দিনাই জাপানৰ হাতত চিঙ্গাপুৰৰ পতন হয়।

কটন কলেজৰ ছাত্ৰ সকলৰ এই আন্দোলন সমগ্ৰ অসমৰ ছাত্ৰ আৰু সাম্ৰাজ্যবাদ বিৰোধী শক্তিৰ ঐক্যবদ্ধ আন্দোলনৰূপে পৰিগণিত হয়। আমাৰ এই আন্দোলনতেই ৰাজনৈতিক জীৱনৰ আৰম্ভ হয়।

## বিপ্লবী কমিউনিষ্ট দলত যোগদান

সেই সময়ত অসমৰ বামপন্থী আন্দোলন বুলিলে একমাত্র আৰু প্ৰধান দলহিচাবে বিপ্লবী কমিউনিষ্ট দলেই আছিল। তেতিয়াও ভাৰতৰ কমিউনিষ্ট দলে (চি.পি.আই.) মানুহৰ সমুখত সংগঠিত মূলদল হিচাবে ওলোৱা নাছিল। চি.পি. আই. দলৰ সমৰ্থক বুলি জনা লোকৰ ভিতৰত গৌৰীশঙ্কৰ ভট্ট, নন্দেশ্বৰ তালুকদাৰ, ধীৰেশ্বৰ কলিতা, বীৰেশ মিশ্ৰ, বিষ্ণু বৰা, অচিন্ত্য ভট্ট আদিৰ নাম মানুহে শুনিছিল হয় কিন্তু তেওঁলোকৰ কাৰ্য্য-পদ্ধতি তেতিয়াও পৰিস্ফুট হোৱা নাছিল। বৰং চি.পি.আই. দলে সাম্ৰাজ্যবাদী যুদ্ধক জনযুদ্ধ বুলি আখ্যা দিয়াত, আৰু গৌৰীশঙ্কৰ ভট্টৰ দৰে লোকে ওৱাৰফ্ৰণ্ট সপক্ষে বৃটিছক যুদ্ধপ্ৰচেষ্টাত সহায় কৰিব লাগে বুলি প্ৰচাৰ চলোৱাত তেওঁলোকৰ সম্বন্ধে মানুহৰ ধাৰণা বেয়া হৈছিল।

বিপ্লবী কমিউনিষ্ট দলৰ লোক সকলে আমাক বুজালে যে তেওঁলোক প্ৰকৃত মাৰ্ক্সবাদী কমিউনিষ্ট দল, শ্ৰেণীহীন সমাজত বিশ্বাস কৰে, সাম্ৰাজ্যবাদী বৃটিছক যুদ্ধত সহায় নকৰে সশস্ত্ৰ অভ্যুত্থানৰ দ্বাৰা বৃটিছক খেদিবৰ প্ৰোগ্ৰাম গ্ৰহণ কৰিছে গতিকে তেওঁলোকৰ দলত যোগ দিব লাগে। তেওঁলোকৰ আবেদনত আকৰ্ষিত হৈ বিপ্লবী কমিউনিষ্ট দলত যোগ দিলো—কামিনী শৰ্মায়ো এই দলত ভৰ্ত্তি হল। যোগদিয়া সময়ত পাৰ্টিৰ মূখ্য কাৰ্য্যপন্থা আৰু নীতি-নিয়ম সম্বন্ধে সম্পূৰ্ণ জনা নাছিলো। সেই সময়ত মাৰ্ক্সবাদৰ প্ৰচাৰ সাহিত্যবিলাকৰ সংখ্যা নিচেই তাকৰ আছিল,—কিতাপ পত্ৰ প্ৰচাৰ সীমাবদ্ধ আছিল, আৰু বহু কেখন কিতাপ বে-আইনী আছিল। কাৰ্লমাক্সৰ কেপিটেলৰ তৃতীয় খণ্ডৰ বাহিৰে বাকী দুটা খণ্ডও দুষ্প্ৰাপ্য আছিল। বৃটিছ চৰকাৰে কমিউনিষ্ট দলবোৰ বে-আইনী বুলি ঘোষণা কৰিছিল, আৰু কমিউনিষ্ট দলৰ সদস্য বুলি জানিলেই যাকে

তাকে ভাৰত প্ৰতিৰক্ষা আইনৰ দোহাই দি গ্ৰেপ্তাৰ কৰিছিল; ঘৰতালাচ কৰিছিল, কিতাপপত্ৰ বিলাক জব্দ কৰিছিল। বহুতো সময়ত সন্দেহজনক লোককো গ্ৰেপ্তাৰ কৰিছিল, ছাপাখানা বিলাক তালাছ কৰিছিল। মহাযুদ্ধৰ সময়ত বিপ্লবী কমিউনিষ্ট দলে এখন বুলেটিন অতি সংগোপনে প্ৰকাশ ও প্ৰচাৰ কৰিছিল—তাত লিখা আছিল বৃটিছক ধনে-জনে সহায় কৰিব নেলাগে। এই বুলেটিনখন বিচাৰি সমগ্ৰ অসমতে বহুলোকৰ ঘৰ তালাছ কৰিছিল। তেতিয়া যিকোনো ৰকমৰ প্ৰচাৰ বন্ধ আছিল। পাৰ্টীয়ে 'বিপ্লবী কৃষক' নামৰ কিতাপ এখন কমৰেড ভূপেন মহন্তৰ নামত প্ৰকাশ কৰিছিল। এই অপৰাধত ভূপেন মহন্তৰ ৬ মাহ জেল খাটিব লগীয়া হৈছিল।

মাৰ্ক্সবাদী সাহিত্যমূলক কিতাপবোৰ পোৱা দুষ্প্ৰাপ্য আছিল। যি অলপ কেখন পোৱা হৈছিল—সেই কিখনো নিৰাপদে ৰখা আৰু পঢ়াশুনা কৰা সম্ভৱ নাছিল। সেই কাৰণে বেছিভাগ 'তত্ত্ব' মুখে মুখে প্ৰচাৰ কৰা হৈছিল।

তেতিয়া অসমত বাতৰি কাকতো সীমাবদ্ধ আছিল। এখনো দৈনিক বাতৰি নাছিল। গুৱাহাটীৰ নিউপ্ৰেছৰ পৰা সাদিনীয়া বাতৰি অসমীয়াখন প্ৰকাশ হৈছিল; ৺অম্বিকাগিৰি ৰায় চৌধুৰীদেৱে 'ডেকা অসম' নামৰ পষেকীয়া/মাহেকীয়া কাগজ এখন সৰু হেণ্ড প্ৰেছ এটাত ছপাইছিল। ডিব্ৰুগড়ৰ পৰা 'অসম ট্ৰিবিউন' কাকতৰ সম্ভৱতঃ সাপ্তাহিক সংখ্যা ওলাইছিল, আৰু কলিকতাৰ ৰাছা ৰোডৰ পৰা ৺মাধৱ বেজবৰুৱাৰ 'আহী' নামৰ কাকতখন সপ্তাহত অনিয়মীয়াকৈ ওলাইছিল। কৰলৈ গলে অসমীয়া ভাষাত প্ৰকাশিত সাপ্তাহিক ''অসমীয়া'' খনেই তুলনামূলক ভাবে মূল প্ৰচাৰৰ মাধ্যম আছিল। মাৰ্ক্সবাদী সাহিত্য প্ৰকাশ ও প্ৰচাৰৰ বাবে অন্য বাতৰি কাকতৰ মাধ্যম নাছিল। বহুতো সময়ত হাতে লিখি অতি গোপনে চাৰ্কুলাৰ প্ৰচাৰ কৰা হৈছিল।

বিপ্লবী কমিউনিষ্ট দলক তেতিয়া অসমৰ মানুহে "ৰেডিকেল পাৰ্টী" বুলি জানিছিল। তেতিয়া দলটোৰ নাম দৰাচলতে বিপ্লবী কমিউনিষ্ট দল বুলি নামাকৰণো কৰা হোৱা নাছিল; "কমিউনিষ্ট লীগ" বুলি নামাকৰণ কৰা আছিল। ১৯৪২ চনত বিপ্লবী কমিউনিষ্ট পাৰ্টী (আৰ-চি-পি-আই) নাম গ্ৰহণ কৰে।

ৰেডিকেল পাৰ্টী বুলি জানিছিল এই কাৰণেই যে পানবজাৰৰ মহেন্দ্ৰ চৌধুৰী হস্পিটেলৰ—পূব কাষেৰে শুক্লেশ্বৰ মন্দিৰৰ পৰা দক্ষিণলৈ অহা ৰাষ্টাটোৰ গাতে লগাকৈ থকা বৰ্ত্তমানৰ "ছিটি-ফাৰ্মাছীৰ' দক্ষিণৰ অংশটোত ৰেডিকেল-ইনষ্টিটিউত" নামৰ এটা আলোচনা কেন্দ্ৰ কমিউনিষ্ট লীগৰ লোক সকলে স্থাপন কৰি—প্ৰতি সন্ধিয়া তাত বিভিন্ন তত্ব ও তথ্য সম্বন্ধে আলোচনা কৰিছিল। ৺দেবেন শৰ্মা, শ্ৰীউপেন শৰ্মা, ৺হৰেণ কলিতা, গোকুল মেধি, হৰিদাস ডেকা, ভূপেন মহন্ত, ৺বীৰেণ সেনাপতি, ৺সত্য চৌধুৰী, ৺মঠুৰা ডেকা, ৺খগেন গোস্বামী, তাৰা মজুমদাৰ, নীহাৰ, মোহনলাল মুখাৰ্জী, গোবিন্দ কলিতা আদি কৰ্মী সকল মিলিত হৈছিল। এই আলোচনা চক্ৰটোৰ নামানুসৰিয়েই মানুহে দলটোৰ নামাকৰণ কৰিছিল। দৰাচলতে ৰেডিকেল পাৰ্টী নামৰ কোনো ৰাজনৈতিক দল নাছিল।

## দুসুতী মুখৰ আন্দোলন

তেতিয়াৰ নলবাৰী চাৰ্কেলৰ অন্তৰ্গত উপৰবৰভাগ মৌজাৰ দক্ষিণে নখেত্তি আৰু ৰাতকুছি গাঁও পৰে। বৰলীয়া আৰু পাগলাদিয়া নদীৰ মিলন স্থান ডোখৰক "দুসুঁতী মুখ" বুলি জনাজাত আছিল। বৰলীয়া নদী পাৰহৈ খেতি পথাৰলৈ যোৱাৰ কাৰণে সেই অঞ্চলৰ কৃষক ৰাইজে বৰলীয়া নদীৰ ওপৰত বাঁহৰ সাঁকো সাজি অহা-যোৱা কৰে। বিজুলী ঘাটৰ পৰা এই দুসুতীমুখৰ সাঁকো দিয়া ঠাইলৈ

২ মাইল দূৰত্বত কৈ কম হয়! গুৱাহাটী লোকেল বোৰ্ডে 'বিজুলী ঘাটৰ' ডাক কৰিছিল, আৰু ৺অৰুণ মেধি নামৰ কৰিয়া গাওঁৰ লোক এজনক ঘাটটো ডাকত দিছিল। ৺অৰুণ মেধিয়ে বিজুলী ঘাট ডাকি লৈ উঠি ডুম্ভুৰী মুখৰ সাঁকোখন ভাঙি দিবলৈ লাগিল। তেতিয়াৰ লোকেল বোৰ্ডৰ চেয়াৰম্যান ৺উমেশ চৌধুৰী দেৱৰ ওচৰত ৰাইজে অনুৰোধ জনালে—সাঁকোখন ভাঙি নিদিবলৈ। চেয়াৰম্যানে উপায় নাই বুলি কলে। পাৰ্টীয়ে ৰাইজক সহায় কৰিবলৈ মোক, গোবিন্দ কলিতাক আৰু ৺লোকনাথ বৰুৱাক পঠিয়ালে। আমি তিনিওজনে প্ৰায় ৩ মাহ কাল সেই অঞ্চলত থাকিলো। আৰাংমৌ, কমাৰকুছি, ৰায়মেধা, নখেতি, ৰাতকুছি পোৰাকুছি দিং-দিঙী উলাবৰী আদি গাঁওৰ ৰাইজৰ পৰা স্বেচ্ছাসেৱক সংগ্ৰহ কৰা হল। কেবাদিনো শোভাযাত্ৰা কৰি সাঁকো ভঙাৰ বিৰুদ্ধে প্ৰতিবাদ জনোৱা হল।

পুলিছ লগত লৈ অৰুণ মেধিৰ লোকে সাঁকো ভাঙিব ধৰোতে প্ৰায় ২৫/৩০ জন স্বেচ্ছাসেৱকে শোভাযাত্ৰা কৰি ঘটনাৰ স্থলিলৈ যায়। নাৱখন কাঢ়ি ৰাখি পুলিছ আৰু অৰুণ মেধিৰ মানুহক—প্ৰায় ১ মাইল দূৰত্বত থকা মেধিৰ ঘৰলৈ খেদি নিয়ে। ভয়ত পুলিছে—ভঁৰাল ঘৰৰ তলিত সোমাই জীৱন ৰক্ষা কৰে। নাৱখনত মাটি ভৰ্ত্তি কৰি—কিছু দূৰত ডুবাই দিয়ে।

এই ঘটনাত কেবাজনো মানুহক গ্ৰেপ্তাৰ কৰিলে—শেষত শ্ৰীপূৰণ দাসৰ জেল হল।

সুখৰ কথা যে ৰাইজৰ আন্দোলনৰ জয় হল। সাঁকোখন ভাঙিব নোৱাৰিলে; অৱশেষত বোৰ্ডে সাঁকোখন ৰাখিবলৈ অনুমতি দিবলৈ বাধ্য হ'ল। আন্দোলনৰ জয় হল।

কথাটো সৰু হলেও সেই সময়ত অৰ্থাৎ ১৯৪২ চনৰ আৰম্ভণিতে এই ঘটনাটোৱে—দক্ষিণ-পূব নলবাৰী অঞ্চলত-এটা সৰু অঞ্চলত আলোড়নৰ সৃষ্টি কৰিছিল।

এই আন্দোলনক কেন্দ্ৰ কৰি সেই অঞ্চলত আমাৰ দলৰ সমৰ্থকৰ সংখ্যা বাঢ়িছিল। আমি বহুত নতুন কথা শিকিছিলোঁ।

জলকীয়া, নিমখ আৰু ভাত—এই তিনিবিধ বস্তুৱেই মাথোন সেই সময়ত আমাৰ মূল খাদ্য আছিল।

পাৰ্টী কেন্দ্ৰত আন্দোলনৰ খবৰ দিবলৈ কমৰেড গোবিন্দই মোক নিৰ্দ্দেশ দিলে। লোকনাথৰ হাতত ১টা লাল-পইচা আছিল। ব্ৰহ্মপুত্ৰ পাৰ হবলৈ ভাৰা লাগে দু-পইচা। সেই লাল-পইচাটোকেই সম্বল কৰি গুৱাহাটীলৈ খোজ ললোঁ। ৰাতি হলত বৰদধি গাঁৱৰ মহন্ত পৰিয়ালৰ বন্ধু এজনৰ ঘৰত উঠিলোঁ। বন্ধুই আদৰ-সাদৰ কৰিলে। দুয়োজনে ৰাতিৰ সাজ ভাত খাই উঠিলো। বন্ধুৰ মাকজনীয়ে মোক কলে, "বোপা চুৰাখন ধুব লাগিব।"—বন্ধুই কলে, "মই ধুম, তেখেতে ধুব নেলাগে।" ৰাতিপুৱা শুই উঠি আহিবলৈ ওলালো। কাষলৈ আহি মা-জনীয়ে কলে—'বাপা বিচনাখন তিয়াই দি যাবা।" অৱশ্যে বন্ধুজনে তিওৱাৰ দায়িত্ব লোৱাত মই ৰক্ষা পৰিলো। পিছত বন্ধুজনে মোক কলে—যে, তেখেতসকল শ্ৰীশ্ৰী শঙ্কৰ পন্থী মহন্ত; সেইকাৰণে চুৰা-গজা এনেদৰে মানে।

মই নেমাতিলো। কিন্তু শঙ্কৰ দেবৰ মহাপুৰুষীয়া ধৰ্মৰ "যত জীৱ-তত শিব"—তত্ব শঙ্কৰ পন্থী সকলে বৰ্তমান যুগত এনে অন্ধ ভাবে গ্ৰহন কৰিছে, আৰু অন্ধভাবে জীৱনত প্ৰয়োগ কৰিছে যে, তাৰফলত মহাপুৰুষজনৰ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম অবাটে পৰিচালিত হৈছে।

ধৰ্মৰ নামত হোৱা এনেবোৰ অপকৰ্ম আৰু ভুল ধাৰণা অসমীয়া জাতিয়ে পৰিত্যাগ কৰাৰ নিতান্তই দৰ্কাৰ। এনে অন্ধবিশ্বাসে অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া কৰ্য্যকৰী কৰিব নোৱাৰে আৰু ব্যক্তিৰ জীৱনতো কোনো প্ৰকাৰৰ শান্তি বা সুখ আনি দিব নোৱাৰে। মানুহৰ প্ৰতি মিলা-প্ৰীতিৰ ভাবৰ বদলি যদি চুৰা-গজাৰ ভাব পোষণ কৰা যায়—তাৰ দ্বাৰা নিজকে কলুষিত কৰা যায়।

## বিপ্লৱী কমিউনিষ্ট দলৰ গণ সংগঠন

উজনি অসমৰ মৰাণত থিতাপি লোৱা ৺কেদাৰ গোস্বামী, ৺কাশিনাথ ডেকা, ৺খগেন বৰবৰুৱা আদি নেতা সকল পাৰ্টীৰ সক্ৰিয় নেতৃত্বত আছিল। কেদাৰ গোস্বামীৰ পৰামৰ্শমতে কৃষকৰ মাজত "কৃষক পঞ্চায়ত" নামৰ সংগঠন এটি গঢ়ি তোলা হৈছিল। মাৰ্ঘেৰিটা, লীডু অঞ্চলত বনুৱা সকলৰ মাজত, আৰু গুৱাহাটী চহৰৰ হৰিজন সকলৰ মাজত কিছু মজদুৰ সংগঠন কৰা আছিল। ছাত্ৰ-সকলৰ মাজত "অসম প্ৰাদেশিক ছাত্ৰ সন্মিলন" গঢ়ি তোলা হৈছিল। "প্ৰাদেশিক" শব্দটোৱে 'অসম ছাত্ৰ সন্মিলনৰ' পৰা আমাৰ সংগঠনটোক পৃথক ভাবে নামাকৰণ কৰিছিল।

### (ক) ছাত্ৰ সংগঠন

ৰাজনৈতিক বিভাজনৰ কাৰণত নিখিল ভাৰত ছাত্ৰ সন্মিলনৰ মাজত বিভাজন হয়। এটা অংশত থাকে এম-এল-চাহৰ নেতৃত্ব আৰু আনটো অংশত ফাৰুককী চাহেব। সেইদৰে অসমৰ পুৰণি ছাত্ৰ সন্মিলন—অসম ছাত্ৰ সন্মিলনৰো বিভাজন হয়; অসম ছাত্ৰ সন্মিলন (ফাৰুককী গ্ৰুপ) আৰু অসম প্ৰাদেশিক ছাত্ৰ সন্মিলন (এম-এল-চাহৰ)। অসম ছাত্ৰ সন্মিলনৰ তেতিয়া নেতৃত্ব দিছিল গৌৰীশংকৰ ভট্টাচাৰ্য্যই আৰু ছাত্ৰ সংগঠনটো চি-পি-আইৰ দলৰ কৰ্মীৰ দ্বাৰা পৰিচালিত ও প্ৰভাবিত আছিল।

১৯৪১-৪২ চনত কংগ্ৰেছ দলৰ দলীয় ছাত্ৰসংগঠন নাছিল। ছাত্ৰসকলৰ মাজত বিভাজনো কম আছিল। ১৯৪৫-৪৬ চনমানত কংগ্ৰেছে 'ছাত্ৰ ইউনিয়ন' নামেৰে এটা সংগঠন গঢ়ি তোলে। সেই সংগঠনৰ নেতৃত্ব দিছিল ৺বিশ্ব গোস্বামী, সোনেশ্বৰ কলিতা, অজিতমল্ল বৰুৱা, বিশ্বজিত বৰুৱা আদি ছাত্ৰনেতা সকলে। পিছত এই

সংগঠনটো ছাত্ৰকংগ্ৰেছ নামেৰে নামাকৰণ কৰা হয়, আৰু এতিয়া জাতীয় ছাত্ৰ ইউনিয়ন নামেৰে নামাকৰণ কৰা হৈছে। শাসন ক্ষমতাত কংগ্ৰেছ অধিষ্ঠিত হোৱা সময় ডোখৰত কংগ্ৰেছৰ দ্বাৰা সংগঠিত ছাত্ৰ সংগঠনটোৱে এটা সময়ত শক্তিশালী সংগঠন ৰূপে গঢ় লৈছিল, আৰু সেই সংগঠনত এটা সময়ত বিজয় চন্দ্ৰ ভাগৱতী দেৱে নেতৃত্ব বহন কৰিছিল।

মোৰ ওপৰত আৰু কমৰেড উপেন দাস, কমলা মজুমদাৰ অপৰাজিতা মুখাৰ্জী, চত্ৰসিং টেৰণ, পুৰ্ণ বৰা, যোগেন গগৈ আদি দলৰ ছাত্ৰ নেতা সকলৰ ওপৰত ছাত্ৰ সংগঠনৰ দায়ীত্ব দিয়া হৈছিল। এই সংগঠনৰ মই দুবাৰ সাধাৰণ সম্পাদক আৰু দুবাৰ সভাপতি পদত অধিষ্ঠিত হৈছিলো। সেই বিষয়ে আমি পিছত আলোচনা কৰিম।

## (খ) কৃষক পঞ্চায়ত

বিপ্লৱী কমিউনিষ্ট দলে দলিত, নিৰ্য্যাতিত; শোষিত কৃষক সকলৰ মাজত কৃষক পঞ্চায়ত গঠন কৰিছিল। গুৱাহাটীৰ বেলতলা আৰু দক্ষিণ কামৰূপ অঞ্চলত এই সংগঠনৰ মূল নেতৃত্ব বহন কৰিছিল— গোবিন্দ কলিতাই, আৰু তেখেতক সহায় কৰিছিল ৺বস্তিৰাম মহাজন, তেওঁৰ খুলশালী ৺ভদ্ৰ চৌধুৰী, দেবেন খাখলাৰী, বলো বসুমতাৰী, ডম্বৰুধৰ ইনজাল আদি বহু কৃষক নেতাই। তেতিয়া পুৰাৰ মাটিত— ৮ পুৰা ১২ পুৰা ধান দিয়াৰ আন্দোলন, কৃষক উচ্ছেদ বন্ধৰ আন্দোলন, মাটিহীনক মাটি দিয়াৰ আন্দোলন ব্যপকভাৱে কৰা হৈছিল, আৰু সেই আন্দোলনৰ প্ৰভাৱতেই ১৯৪৮ চনৰ আধিয়াৰ ৰক্ষা আইন প্ৰণয়ন কৰা হৈছিল। অসমৰ কেইবাঠাইতো ঠাইত কৃষক পঞ্চায়ত গঠন হৈছিল যদিও দক্ষিণ কামৰূপৰ সংগঠন আৰু আন্দোলন

যথেষ্ট মজবুত ও শক্তিশালী হৈছিল। দক্ষিণ কামৰূপ অঞ্চলৰ গৰাখহনীয়া ৰাইজক আৰু অন্যান্য মাটিহীন ৰাইজক মাটি দিয়াৰ দাবীত ১৯৪১ চনতেই গুৱাহাটীত ডাঙৰ কৃষক সমাবেশ সংগঠিত হৈছিল। অসমত এইটোৱেই প্ৰথমতে হোৱা ডাঙৰ কৃষক সমাবেশ।

১৯৪৫ চন মানৰ পৰাই পলাশবাৰী চক্ৰৰ অধিনস্ত গাঁও বিলাকত কমৰেড গোবিন্দ কলিতা, ভদ্ৰ চৌধুৰী, বস্তি মহাজন আদি দলৰ কৰ্মী সকলৰ নেতৃত্বত কৃষক উচ্ছেদৰ বিৰুদ্ধে, আধি-ঠিকাৰ ধানৰ হাৰ কমোৱাৰ দাবী জনাই, আৰু মাটিহীন কৃষকক মাটি দিবলৈ— অসমৰ ভিতৰতে প্ৰথম সংগঠিত কৃষকৰ জাগৰণ হয়।

১৯৪৬ চনত ভাঙুৰী পাৰাত নিখিল অসম কৃষক পঞ্চায়তৰ সন্মিলন বহে, আৰু তাত প্ৰখ্যাত বিপ্লৱী নেতা চৌকৎ ওচমানি দেব উপস্থিত থাকে। তাৰ কিছুদিন পিছত বঙৰাত জিলা কৃষক পঞ্চায়তৰ সন্মিলন ধুম-ধামকৈ কৃত কাৰ্য্যভাৱে সমাপন হয়। এই সভালৈ শিৱনলাল চাকচেনা আহিছিল।

এই দুয়োখন কৃষক সন্মিলনে— অসমৰ কৃষক ৰাইজৰ আন্দোলনত যথেষ্ট প্ৰভাব পেলাইছিল আৰু দক্ষিণ গোৱালপাৰাৰ ধুপধৰাৰ পৰা আৰম্ভ কৰি ইয়াৰ প্ৰভাব পূবে বেলতলা মৌজা, পানবাৰী মৌজা পৰ্য্যন্ত— আন্দোলনৰ ধাৰা বিয়পাইছিল।

এপুৰা অৰ্থাৎ ৪ বিঘা ফৰিঙতি মাটি বাবদ মাটি মালিকক বছৰি ৮ পুৰা ধান, আৰু বৰধান তলি বাবদ পুৰাৰ মাটিত বছৰি ১২ পুৰা ধান দিয়াৰ আন্দোলন ব্যাপক হৈছিল। ইতিমধ্যে মাটি মালিক সকলে পট্টাদাৰ সংঘ খুলি, চৰকাৰ আৰু পুলিছৰ সহায়ত কৃষকক নানান জুলুম আৰু অত্যাচাৰ কৰিছিল। গ্ৰেপ্তাৰ, লাঠি-চালনা মিছা মোকৰ্দ্দমা—ভীতি প্ৰদৰ্শন আদিৰ দ্বাৰাও সংগ্ৰামী কৃষকৰ আন্দোলন ভাঙিব নোৱাৰিছিল। উল্লেখযোগ্য যে মহিলাসকলে এই কৃষক আন্দোলনত অভূতপুৰ্ব ভূমিকা পালন কৰিছিল। জমিদাৰৰ

পক্ষে অনা কেৰাটাও পুলিছ দলক মহিলা সকলে আনকি বাঢ়ণী আদিৰেও আক্ৰমণ কৰাৰ উদাহৰণ আছে।

এই কৃষক আন্দোলন জয় হৈছিল বুলি কোৱা হয়। কোৱা হয় এই কাৰণে যে এজন কৃষকো উচ্ছেদ হোৱা নাছিল আৰু কৃষক পঞ্চায়তে সিদ্ধান্ত কৰা মতেহে মালিকে প্ৰাপ্য পাব পাৰিছিল।

এই আন্দোলনৰ প্ৰভাৱত ১৯৪৮ চনৰ আধিয়াৰ ৰক্ষা আইন আৰু পিছত ১৯৫৬ চনৰ চিলিং আইন প্ৰণয়ন হয়। কৃষকক দখলী মাটিত স্বত্বদান কৰা এই দুয়োখন আইন দুখীয়া কৃষকৰ পক্ষে ডাঙৰ জয়লাভৰ আইন বুলি অভিহিত কৰা যায়।

মাজে মাজে মই ছাত্ৰ সংগঠনৰ উপৰিও কৃষক পঞ্চায়তৰ সংগঠনত আত্মনিয়োগ কৰিছিলো, আৰু উত্তৰ কামৰূপৰ ৰঙিয়া আৰু নলবাৰী অঞ্চলত কমৰেড কমিনী শৰ্মা আৰু কমৰেড ৺নবীন মেধীৰ লগত লগ হৈ সংগঠনৰ কামত নিজকে নিয়োজিত কৰিছিলোঁ।

## ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলন

১৯৪২ চনৰ আগষ্ট মাহৰ ৮ তাৰিখে বোম্বে মহানগৰীত ভাৰতৰ জাতীয় কংগ্ৰেছে 'কুইট ইণ্ডিয়া' "ভাৰত ত্যাগ" প্ৰস্তাৱ গ্ৰহণ কৰে। এই প্ৰস্তাৱৰ লগত গান্ধীজীয়ে দিয়া "কৰ বা মৰ" এই ধ্বনি সন্নিবিষ্ট কৰা হয়। ভাৰতৰ কোটি কোটি মুক্তিকামী জনসাধাৰণে এনে এটা প্ৰস্তাৱকেই সেই সময়ত আশা কৰিছিল। তেতিয়া ভাৰতৰ স্বাধীনতা লাভৰ আকাঙ্ক্ষা 'আকাশ লজ্বা' আছিল। জাতীয় কংগ্ৰেছে প্ৰস্তাৱ গ্ৰহণ নকৰা হলেও ব্যাপক ও তীব্ৰ সংগ্ৰামৰ বাবে দেশবাসী প্ৰস্তুত হৈছিল। কংগ্ৰেছৰ বাহিৰতো বহু দলৰ জন্ম হৈছিল। ইতিমধ্যে দেশনেতা সুভাষ চন্দ্ৰ বসুই স্থাপন কৰা ফৰোৱাৰ্ড ব্লক নামেৰে সংগঠনটোৱে পশ্চিমবঙ্গ অঞ্চলত আৰু দেশৰ অন্যান্য

অংশত যথেষ্ট শক্তি সংগ্ৰহ কৰিছিল। পাঞ্জাব, বঙ্গদেশ, দাক্ষিণাত্য, যুক্ত প্ৰদেশ আদিতো কংগ্ৰেছ দলৰ বাহিৰেও অন্য বহু সৰু বৰ সংগ্ৰামী দলৰ জন্ম হৈছিল। সেই সময়ত কংগ্ৰেছ ছোচিয়েলিষ্ট দলো এটা লেখত লবলগীয়া শক্তিশালী দল হিচাবে পৰিগণিত হৈছিল। মাৰ্ক্সবাদী আদৰ্শত অনুপ্ৰাণিত হোৱা এদল নেতাই কংগ্ৰেছৰ ভিতৰতে থাকি এই দল ১৯৩৪ চনত গঠন কৰিছিল, আৰু ১৯৪৮ চন পৰ্য্যন্ত কংগ্ৰেছৰ ভিতৰতে আছিল।

ভাৰতত্যাগ প্ৰস্তাব গ্ৰহণ কৰা হয় ৮ আগষ্টৰ দিনা পুৱঁ তিনিশা। গান্ধীজী আৰু অন্যান্য দেশনেতাক পুলিছে গ্ৰেপ্তাৰ কৰে আৰু লগে লগেই দেশৰ চাৰিওফালে প্ৰচণ্ড ৰক্তাক্ত সংগ্ৰাম চুৰু হয়। পুলিছ মিলিটাৰীৰ গুলিত বোম্বেৰ ৰাস্তাই ৰাস্তাই মৰাশৰ দম, তেজৰ নদী। লগে লগে ভাৰতৰ সকলো প্ৰান্ততে এই আন্দোলন মুহূৰ্ত্ততে বিয়পি পৰে। শ শ মাইল ৰেললাইন উঠাই পেলোৱা হয়, হেজাৰ বিজাৰ দলং পুৰি কিম্বা নষ্ট কৰি পুলিছ মিলিটাৰীৰ যাতায়ত বন্ধ কৰি দিয়া হয়, চৰকাৰী অফিছ বহু ঠাইত পুৰি পেলোৱা হয়। পুলিছ, মিলিটাৰীকো আক্ৰমণ কৰি বহু ঠাইত জখম কৰা হয় কিম্বা হত্যা কৰা হয়। স্কুল, কলেজ, অফিছ হাট-বজাৰ দীৰ্ঘ দিনলৈ বন্ধ হয়। ৰাস্তাই ৰাস্তাই কৃষক, বনুৱা, ছাত্ৰ আৰু অফিছৰ কৰ্মচাৰীয়ে ব্যাপক হাৰত শোভাযাত্ৰা আৰু বিক্ষোভ প্ৰদৰ্শণ কৰে। হিংসা আৰু অহিংসাৰ মাপকাঠিৰ বিচাৰহীন হৈ পৰে। সকলো ভাৰতবাসীয়ে এটা মানুহৰ দৰে—একেটা ধ্বনিতে অগ্ৰসৰ হয়। এই ঐক্যবদ্ধ, সংহতিপূৰ্ণ অভিযানত বৃটিছ চৰকাৰ ত্ৰাস্তমান হয়, আৰু বেছিদিনলৈ তেওঁলোকৰ শাসন নচলিব বুলি বুজি পায়।

..., ভাৰতবৰ্ষৰ হিন্দু, মুছলমান, শিখ, খৃষ্টান, ট্ৰাইবেল অনুসূচিত সম্প্ৰদায়, আদি সকলো শ্ৰেণীৰ লোকেই ভাৰতৰ স্বাধীনতাৰ বাবে

ঐক্যবদ্ধ আন্দোলন গঢ়ি তুলিছিল, আৰু এই ঐক্যবদ্ধতাক বৃটিছ সাম্ৰাজ্যবাদে ভয় কৰিছিল।

সেই কাৰণে এচাম লোকক যি কোনো যুক্তিৰে হস্তগত কৰা হয় আৰু পৃথক মুছলমান ৰাষ্ট্ৰ প্ৰতিষ্ঠাৰ দাবী তোলা হয়।—অবশ্যে পৃথক ৰাষ্ট্ৰৰ দাবী মুছলিমলীগে ১৯৪০ চনতে লাহোৰ অধিবেশনত জিন্নাজীৰ নেতৃত্বত গ্ৰহণ কৰিছিল। নোৱাখালি আৰু দেশৰ অন্যান্য কেইখনমান ঠাইত হিন্দুৰ বিৰুদ্ধে মুছলমানক, আৰু মুছলমানৰ বিৰুদ্ধে হিন্দুক উচতাই দি অনৈক্য আৰু বিভেদৰ বীজ ৰোপন কৰা হয়। মন্ত্ৰীমিশ্যন, ওৱাভেল প্লেন, ক্ৰীপছ মিশ্যন আদি নানা প্লেন আৰু আচনি প্ৰস্তুত কৰিও স্বাধীনতাকামী ভাৰতবাসীৰ স্বাধীনতা লাভৰ প্ৰয়াস ৰোধ কৰিব নোৱাৰিলে। বোম্বেৰ জাতীয় কংগ্ৰেছৰ এই ঐতিহাসিক প্ৰস্তাব অকল ভাৰত বুৰঞ্জীৰেই সমল নহয়,—আন্তৰ্জাতিক ঐতিহাসিক ঘটনা।

## ১৯৪২ চনৰ স্বাধীনতা সংগ্ৰামত অসমৰ ভূমিকা

জনা গৈছে যে ৺গোপীনাথ বৰদলৈ আৰু মাননীয় ৺সিদ্ধিনাথ শৰ্মাৰ লগত বৰ্ত্তমানৰ কমিউনিষ্ট নেতা কমৰেড কামিনী শৰ্মাও বোম্বে কংগ্ৰেছৰ অধিবেশনলৈ গৈছিল। ৺সিদ্ধিনাথ শৰ্মাদেব কংগ্ৰেছৰ সৰ্ব্বক্ষণৰ ত্যাগী কৰ্মী আছিল। বোম্বেলৈ যোৱাৰ খৰছৰ টান পৰাত কমৰেড কামিনী শৰ্মাই নিজৰ মাটি বিক্ৰী কৰি হেনো ৯০০, নশ টকাৰ যোগান দিছিল। ১৯৪১ চনৰ অৰ্থাৎ ৫০ বছৰ আগৰ ৯০০ টকা মানে এতিয়াৰ হিচাবত কমেও ১৮০০০/২০০০০ টকা, হব বা বেছি হব।

বোম্বে কংগ্ৰেছৰ প্ৰস্তাব গ্ৰহণৰ পিছত দুয়োজন নেতা সভাস্থলিৰ পৰা অসমলৈ বুলি ততাতৈয়াকৈ ৰাওনা হয়, আৰু প্ৰয়োজনীয়

প্ৰস্তাৱ আৰু কংগ্ৰেছ দলৰ নিৰ্দ্দেশ আদি অসমলৈ কঢ়িয়াই অনাৰ কাৰণে কমৰেড কামিনী শৰ্মাক তেখেত সকলে বোম্বেত এৰি আহে। নেতৃত্বই কোনো সুৰক্ষিত ঠাইত শৰ্মাক ৰাখি থয়, আৰু তেওঁক লুঙি আৰু টুপি পিন্ধাই মুছলমানী পোচাকেৰে সজ্জিত কৰি—এটা গাৰুৰ ভিতৰত কাগজ/প্ৰস্তাৱ আদি দি পঠিৱাই দিয়ে। অতি কষ্টেৰে কামিনী শৰ্মাই অসমৰ কংগ্ৰেছ অফিছলৈ দলৰ নিৰ্দ্দেশ ও প্ৰস্তাৱ আদি কঢ়িয়াই আনে।

শৰ্মাই কোৱা কথা যে তেওঁ ৰোম্বেত থকা সময়ত অভুতপূৰ্ব গণপ্ৰতিৰোধ, অসংখ্য মানুহৰ মৃত্যু, ৰাস্তাত ৰক্তৰ সোত নিজ চকুৰে দেখি তবধ মানিছিল। সাধাৰণ মানুহৰ সাহস, ত্যাগ আৰু নিষ্ঠাত তেওঁ অভিভূত হৈ পৰিছিল।

কাগজবোৰ আনি কংগ্ৰেছ অফিছত জমা দিয়াৰ পিছত কমৰেড কামিনী শৰ্মাই অসমৰ গাৱেঁ গাৱেঁ ঘুৰি ফুৰিছিল, অসংখ্য ৰাজহুৱা সভাত ভাৰতত্যাগ প্ৰস্তাৱ, আৰু তাৰ তাৎপৰ্য্য ব্যাখ্যা কৰি অসমৰ মানুহক উদ্বুদ্ধ কৰিছিল।

পিছত জনা গ'ল যে ৺বৰদলৈ আৰু ৺শৰ্মাদেৱক বাটতে পুলিছে গ্ৰেপ্তাৰ কৰে, আৰু ধুবুৰী জেলত আটক কৰে। তাৰ পৰা ট্ৰেইনেৰে তেখেত সকল দুজনক যোৰহাট জেললৈ নিয়ে। মই ফৰকাটিং ৰেলৰে ষ্টেশ্যনত লগ পাওঁ আৰু যোৰহাট ষ্টেশ্যন পৰ্য্যন্ত একে ডবাতে ভ্ৰমণ কৰো।

এই সম্বন্ধে পিছত আলোচনা কৰিম।

পিছে ১৯৪২ চনৰ ভাৰতত্যাগ আন্দোলনৰ প্ৰভাৱ অসমতো পুৰামাত্ৰাই পৰিল। সৰুপথাৰ আৰু পানীখাইটীৰ ট্ৰেইনৰ দুৰ্ঘটণা স্বাধীনতাকামী সকলেই কৰিছিল। পানীখাইটীৰ দুৰ্ঘটনাত সামৰিক বাহিনীৰ বহুলোকৰ মৃত্যু হয়, তেনেদৰে সৰুপথাৰৰ দুৰ্ঘটনাটো বহু মানুহ মৰা পৰে। পুঠিমাৰিত মালগাড়ীত দুৰ্ঘটণা ঘটোৱা হয়

কেবাশ দলং ধ্বংস কৰা হয়, চৰকাৰী কাৰ্য্যালয় ধ্বংস কৰা হয়। পুলিছ মিলিটাৰীয়ে বহুলোকক গ্ৰেপ্তাৰ কৰে, ঘঁুনীয়া কৰে আৰু বহুতক গুলি কৰি, প্ৰহাৰ কৰি মাৰি পেলায়। সৰভোগৰ এৰো-ড্ৰামটো স্বেচ্ছাসেৱক সকলে অভিনেতা ব্ৰজশৰ্মাৰ নেতৃত্বত ধ্বংস কৰি পেলায়। অসমৰ আন্দোলনকাৰী সকলে অসমত থকা বৃটিছৰ শাসক শ্ৰেণীক বিব্ৰত ও ব্যতিবস্ত কৰি তোলে।

দ্বিতীয় মহাসমৰৰ সৈন্যৰ খাদ্য যেনে মুৰগী, ছাগলী, হাঁহ আৰু বিভিন্ন কেছা তৰকাৰীৰ যোগানো বন্ধ কৰি দিয়া হয়। বহু ঠাইত যোগানধাৰী সকলে নিজে যোগান বন্ধ কৰি দিয়ে, আৰু কোনো কোনো ঠাইত যোগানধাৰীৰ হাতৰ পৰা বস্তুবোৰ কাঢ়ি অনা হয়।

ভাৰত ৰক্ষা আইনত হেজাৰ বিজাৰ নিৰ্দ্দোষী লোকক গ্ৰেপ্তাৰ কৰি জেলত ভৰোৱা হয়; জেলঘৰ ভৰ্ত্তি হোৱাত নতুনকৈ ঘৰ সজা হয়, কিম্বা অস্থায়ী জেল তৈয়াৰ কৰি গ্ৰেপ্তাৰ হোৱা লোক সকলক আটক কৰা হয়।

নিৰ্দ্দোষী মানুহৰ বিৰুদ্ধে মিছা মোকৰ্দ্দমা কৰি জেল-ফাঁচী দিয়াৰ উদাহৰণো বহুত আছে। কুঁশল কোঁৱৰক বিনা অপৰাধত ফাঁচী দি হত্যা কৰা হ'ল। সৰুপথাৰৰ ট্ৰেইন দুৰ্ঘটনাত প্ৰত্যক্ষভাৱে ৺কোৱৰ হেনো জড়িত নাছিল। ফাঁচীৰ হুকুমৰ পিছত আপীলত ১০ বছৰ জেলৰ শাস্তিপোৱা নলবাৰীৰ ধৰ্মকান্ত ডেকা ৺কোৱৰৰ সহকৰ্মী আছিল। তেখেতে নিজে মোক এই কথা কৈছিল।

তেতিয়াৰ পুলিছ আৰু সামৰিক বাহিনীৰ লোকে বহুতো নিৰ্দ্দোষী লোকক সাধাৰণ কথাতে গুলিয়াই হত্যা কৰা কাহিনী ভাৰতবৰ্ষে অসমতো পোৱা যায়। গহপুৰ, বজালীৰ গুলিচালনাত হত্যা কৰা মদন-ৰাউতা, ভোগেশ্বৰী ফুকননীৰ কথা কোনে নেজানে।

নাৰীধৰ্ষণৰ অপকৰ্ম, তালছীৰ নামত টকা-পইছা, অলঙ্কাৰ-পাতি অপহৰণ কৰা দুষ্কাৰ্য্যৰ কাহিনী ভৰি আছে। নিৰ্দ্দোষী পৰিয়ালৰ ওপৰত পাইকাৰী জৰিমণা লগোৱা আৰু জৰিমণা অনাদায়ে গ্ৰেপ্তাৰ ও মাৰপিত কৰাৰ ঘৃনণীয় কাহিনী মানুহৰ মনত সেউজ হৈ আছে।

ইমানবোৰ অত্যাচাৰ/জুলুম স্বত্বেও অসমৰ জনতাৰ বৈপ্লবিক জাগৰণ দমন কৰিব নোৱাৰিলে। বনে, জংঘলে, পাহাৰে, পৰ্বতে, অনাহাৰে, উজাগৰে থাকিও অসমৰ সংগ্ৰামী ৰাইজে বৃটিছৰ বিৰুদ্ধে স্বাধীনতা সংগ্ৰামত উপযুক্ত বৰঙণি যোগাইছিল।

## বিপ্লৱী কমিউনিষ্ট দলৰ যোগদান আৰু কমিউনিষ্ট দলৰ বিৰোধিতা।

বিপ্লৱী কমিউনিষ্ট দলে ১৯৪২ চনৰ আগষ্ট আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। দলে সৰ্বশক্তি প্ৰয়োগ কৰি এই সংগ্ৰামত জপিয়াই পৰিছিল। বৃটিছৰ বিৰুদ্ধে যুজিবলৈ দলে ইয়াৰ প্ৰতিষ্ঠাৰ দিনৰে পৰাই 'অহিংস নীতিৰ' বিৰোধী আছিল; আৰু সশস্ত্ৰ সংগ্ৰামৰ পোষকতা কৰিছিল। গান্ধীজীৰ অহিংসনীতি, চৌৰিচোৰাৰ কাহিনী, কোনো কোনো স্থানত গান্ধীজীয়ে কৰা মন্তব্য যেনে, কাৰখানাৰ মালিক সকলক বনুৱা শ্ৰেণীৰ 'ট্ৰাষ্টী', পাৰ্টী নেতৃত্বই সমালোচনা কৰিছিল। গান্ধীজী বিপ্লৱী নহয়, 'আপোষমূখী' ইত্যাদি ধৰণেৰে তেখেতক সমালোচনা কৰা হৈছিল। তাৰ উপৰিও পাৰ্টীয়ে বিশ্বাস কৰিছিল যে কংগ্ৰেছ দলটো বুৰ্জোৱা শ্ৰেণীৰ দ্বাৰা পৰিচালিত ৰাজনৈতিক দল—গতিকে বুৰ্জোৱা বৃটিছ চৰকাৰৰ বিৰুদ্ধে বিপ্লৱী সংগ্ৰাম কৰা মানে নিজৰ জমিদাৰী, চাহবাগান আৰু অন্যান্য ব্যবসায় প্ৰতিষ্টান ও কলকাৰখানাৰ স্বাৰ্থ-পৰিহাৰ কৰা। এই কাৰণে কংগ্ৰেছ দলে বিপ্লবী সংগ্ৰামৰ নেতৃত্ব দিব নোৱাৰে।

আৰু কমিউনিষ্ট দলৰ বিৰোধিতা

আন্তৰ্জাতিক ৰাজনীতিৰ ক্ষেত্ৰত বিপ্লৱী কমিউনিষ্ট দলৰ বিশ্বাস আছিল যে বিশ্বধনতন্ত্ৰ মৃত্যুমুখী, ই আৰু বাঢ়িব নোৱাৰে। ইয়াৰ বিৰুদ্ধে স্থায়ী বিপ্লৱী আঘাত (পাৰমানেণ্ট ৰিভোলিউশ্যন) কৰাৰ প্ৰয়োজন অৰ্থাৎ বিশ্বজুৰি বিপ্লৱী সংঘাতৰ সৃষ্টি কৰিলেহে পৃথিবীত সমাজতন্ত্ৰবাদ প্ৰতিষ্ঠা হব। দলৰ নেতা সৌম্যেন্দ্ৰ নাথ ঠাকুৰে—"পাৰমানেণ্ট-ৰিভোলিউশ্যন"ৰ ওপৰত এখন কিতাপো লিখিছিল।

পিছত দেখিলো তেখেতৰ এই তত্বৰ লগত ট্ৰট্‌কীৰ 'পাৰমানেণ্ট ৰিভোলিউশ্যনৰ' তত্ব একে ধৰণৰ।

বিপ্লৱী কমিউনিষ্ট সকলে তেতিয়া বিশ্বাস কৰিছিল যে চাৰিওফালে পুজিবাদী দেশৰ দ্বাৰা পৰিবেষ্টিত হৈ থকা এখন দেশে প্ৰকৃত সমাজতন্ত্ৰ গঠন কৰিব নোৱাৰে। ৰুছদেশৰ একদেশীয় সমাজতান্ত্ৰিক স্থিতি সম্ভব নহয় বুলি বিপ্লৱী কমিউনিষ্ট সকলে বিশ্বাস কৰিছিল। ২য় বিশ্ব-যুদ্ধৰ শেষত বিশ্বৰ কেঁবাখনো দেশত কমিউনিষ্ট নেতৃত্বৰ চৰকাৰ স্থাপন হলেও, বৰ্ত্তমানৰ ছোভিয়েটৰ ভাঙন, পূব-ইউৰোপৰ আৰু ছোভিয়েটৰ পৰা কমিউনিষ্ট শাসনৰ বিতাৰণৰ ঘটনাই—নতুন নতুন চিন্তাৰ উদ্ৰেক কৰিছে।

যি নহওক বিপ্লবী কমিউনিষ্ট সকলে অস্ত্ৰ সংগ্ৰামত বিশ্বাস কৰিছিল—তেওঁলোকে 'ভাৰত ত্যাগ' আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। অসমৰ কংগ্ৰেছ নেতৃত্বই বিপ্লৱী কমিউনিষ্ট নেতা ৺হৰেণ কলিতা, হৰিদাস ডেকা হতক মাতি নি কলে যে তেওঁলোকৰ সহিংস আন্দোলনৰ প্ৰস্তুতি নাই ও নাছিল—গতিকে বৰ্ত্তমানৰ পৰিপ্ৰেক্ষিতত বিপ্লৱী কমিউনিষ্ট সকলে পূৰা সহযোগ কৰক। এই আহ্বানত বিপ্লবী কমিউনিষ্ট নেতৃত্ব উৎসাহিত হয় আৰু আন্দোলনত জপিয়াই পৰে।

ইয়াতে উল্লেখ কৰা দৰকাৰ যে 'জনযুদ্ধ' বুলি ঘোষণা কৰি—ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়ে নিজৰ স্থিতি পৰিৱৰ্তণ কৰিবলৈ বাধ্য

হল। ছোভিয়েটৰ লগত সাঙোৰখাই ইংৰাজ জাতিয়ে নিজকে মিত্ৰ-শক্তি বুলি ঘোষণা কৰিছিল। কমিউনিষ্ট পাৰ্টীয়ে সেইযুক্তি প্ৰদৰ্শণ কৰি বৃটিছৰ বিৰুদ্ধে হোৱা 'কুইট ইণ্ডিয়া' আন্দোলনৰ বিৰোধিতা কৰিলে; সুভাষ চন্দ্ৰ বসুৰ নেতৃত্বত আগবাঢ়ি অহা 'ভাৰতীয় জাতীয় বাহিনী' (আই.এন.এক.) জাপানৰ আনুগামী ফেঁচিবাদী বুলি প্ৰচাৰ চলালে। বৃটিছ চৰকাৰৰ যুদ্ধপ্ৰচেষ্টাত সহায় দিব লাগে বুলি জনসাধাৰণৰ মাজত প্ৰচাৰ চলালে। ভাৰতৰ কমিউনিষ্ট পাৰ্টী (চি.পি.আই.) দলৰ স্বাধীনতা সংগ্ৰাম বিৰোধী কাৰ্য্যকলাপত জন-সাধৰণ যথেষ্ট ৰকমে উত্তেজিত হল। চি পি.আই. কৰ্মী সকলৰ অতীতৰ সাম্ৰাজ্যবাদী বিৰোধী ভূমিকা, ত্যাগ আৰু নিষ্ঠাৰ কথা মানুহে পাহৰিলে—পাহৰিলে মেহনতী কৃষক বনুৱাৰ স্বাৰ্থৰ অনুকুলে কৰা কাম-কাযৰ কথা। চি.পি.আই. দলৰ কাৰ্য্যালয় বিলাক ভাঙি-পেলালে কিম্বা পুৰি পেলালে—কৰ্মী সকলক ঠায়ে ঠায়ে অপমান ও মাৰপিত কৰিলে—তেওঁলোকক দেশদ্ৰোহী বুলি আখ্যা দিলে।

কোটি কোটি মানুহৰ স্বাধীনতা সংগ্ৰামত বিৰোধিতা কৰাৰ ফলত চি.পি.আই. দলৰ জনসমৰ্থণ আৰু জনহিতৈষিতা বহুল পৰিমাণে হ্ৰাস পালে। প্ৰথমবাৰৰ বাবে এই দলৰ অপূৰণীয় ক্ষতি সাধন হল। এই ক্ষতি ভাৰতৰ ভৱিষ্যতৰ বিপ্লবী আন্দোলনৰ ক্ষতি।

কিছুদিন পিছত চি.পি.আয়ে. নিজৰ ভূলৰ কথা অনুধাৰণ কৰিবলৈ বাধ্য হল, আৰু সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ বিৰোধিতা কৰাৰ যে ভুল হৈছিল—সেইটো স্বীকাৰ কৰিলে। কিন্তু ভুল স্বীকাৰ কৰিলেই সাধাৰণ মানুহে ততালিকে ক্ষমা নকৰে—তাৰ কাৰণে দীৰ্ঘ্যায়ত কৰ্মপ্ৰচেষ্টাৰ প্ৰয়োজন হয়। এই সুযোগতে প্ৰচাৰ মাধ্যম আৰু বিভিন্ন বুৰ্জোৱা আৰু বিপ্লবী দলে চি.পি.আই.ক এঘৰীয়া কৰাত ব্যস্ত হয়, আৰু তাৰ ফলত চি.পি.আই. দলে ৰাজনৈতিক আৰু সাংগঠনিক ক্ষেত্ৰত অভাবনীয় ক্ষতিৰ সমূখীন হয়।

## উজনি অসমত আমাৰ আন্দোলনৰ কাম-কাজ

মই তেতিয়া গুৱাহাটীত আছিলো। বালিসত্ৰৰ কমৰেড জানকী গোস্বামীয়ে গুৱাহাটীৰ কমাৰপট্টিত 'কমৰেডছ্-কেবিন' নামেৰে এখন চাহদোকান আৰম্ভ কৰিছিল। তেওঁক সহায় কৰাৰ কাৰণে কেদিনমান "কমৰেডছ্-কেবিনত" আছিলো। গুৱাহাটীৰ নেতৃস্থানীয় প্ৰায় কৰ্মীয়েই এই কেবিনলৈ আহে। সামৰিক বাহিনীৰ সৈন্য কিছুমানো মাজে মাজে আহি চাহ-মিঠাই খায়। পাৰ্টীয়ে নিৰ্দ্দেশ দিলে 'ভাৰত ত্যাগ আন্দোলন' কাৰ্য্যকৰী কৰিবলৈ ছাত্ৰ সমাজক জড়িত কৰিব লাগে। গতিকে উজনি অসমত ছাত্ৰৰ জগৰণ সৃষ্টি কৰিবলৈ মোক দায়ীত্ব দিলে। দলৰ নিৰ্দ্দেশক্ৰমে গুৱাহাটীৰ—পৰা গৈ শিৱসাগৰ জিলাৰ—নামতি ৰেলৰে ষ্টেশ্যনত নামিলো আৰু নামতি আলি হাইস্কুলৰ—ৰজাদিনীয়া পুখুৰীৰ উত্তৰপাৰৰ সৰু অস্থায়ী ঘৰ এটাৰ চাৰি এখনত শুই থকা কমৰেড খগেন বৰুৱা, তেওঁৰ তেতিয়াৰ সহকৰ্মী ভাই বদন বৰুৱা, আৰু বদন বৰুৱাৰ খুলশালী—প্ৰেম—ক পালো। ইয়াৰ আগেয়ে ৺খগেন বৰবৰুৱাৰ নাম শুনিছিলো তেখেত গুৱাহাটীৰ কটন কলেজৰ ইউনিয়ন ছেক্ৰেটাৰী আছিল—দুৰ্দ্দান্ত সাহসী, কাকো পৰোৱা নকৰে—অনবৰত ইংৰাজী আৰু অসমীয়াত বক্তৃতা কৰে; অন্যায় কথাৰ প্ৰশ্ৰয় নিদিয়ে—মুখৰ আগতে কথাবোৰ কৈ দিয়ে। সাধাৰণভাবে জীবন-যাপন কৰে; মুৰত গাত তেল ব্যৱহাৰ নকৰে— আৰু বহুত। এই নেতাজনক দেখিয়েই আক-ৰ্ষিত হৈছিলো। বৃটিছ চৰকাৰে তেওঁৰ কৰ্মকাণ্ড আৰু ব্যৱহাৰত ভয় খাইছিল, আৰু গুৱাহাটীৰপৰা তেওঁক বহিষ্কাৰ কৰি নামতি-আলিত অন্তৰীন কৈ ৰাখিছিল।

নামতিআলিত অন্তৰীন হৈ থাকোতেই এই নেতাজনে ৰাইজৰ সহায় লৈ—নিজে প্ৰচুৰ শাৰীৰিক শ্ৰম ও কষ্ট সহ্য কৰি—নিজৰ

গ্ৰেজুৱেট ভাই বদন বৰুৱাক লগত লৈ—নামতি হাইস্কুলখন স্থাপন কৰে। সেই সময়ত এখন হাইস্কুল স্থাপন কৰাটো সহজকাম নাছিল—।

সেই অঞ্চলত বানপানী আদি দুৰ্য্যোগ হলেই বৰবৰুৱাই নিজেই আগবাঢ়ি যায়, ছাত্ৰসকলক লগত লৈ খাদ্য, কৃষিজাত বস্তু, কঠিয়া, ঔষধ আদি সংগ্ৰহ কৰি বিতৰণ কৰে; প্ৰয়োজন অনুসৰি ভুইকৰা, হালবোৱা কাম কৰিবলৈকো কুণ্ঠাবোধ নকৰিছিল।

এই নেতাজন সমগ্ৰ শিৱসাগৰ জিলাত পৰিচিত আৰু সৰ-বৰহী আছিল।

এখেতৰ লগতে আলোচনা কৰি শিৱসাগৰ, কালুগাও, বকটা, আমগুৰি, জাজি আৰু যোৰহাট চহৰৰ, নেহৰুপাৰ্কত কেবাখনো—আলোচনা চক্ৰ পাতি ছাত্ৰ সমাজৰ এটা অংশ 'ভাৰত ত্যাগ' আন্দোলনৰ সপক্ষে আনিলো। আমগুৰিৰ শ্ৰীচন্দ্ৰ ভূঞায়ো আমাৰ লগত সহযোগিতাৰ হাত আগবঢ়াইছিল।

আমগুৰিত দুদিনমান থাকোতে ৺ৰামপ্ৰসাদ শইকীয়া দেৱৰ ঘৰলৈ গলো—তেখেতক নেপালো। কিন্তু তেখেতৰ ভাই শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়া—তেতিয়া সম্ভবতঃ ৮ম মান শ্ৰেণীলৈ পঢ়িছিল—তেওঁক দেখিলো—এটা হাফপেন্ট, গাত খদ্দৰ পৰিধান কৰি—"বন্দেমাতৰম" 'ভাৰতত্যাগকৰ' ধ্বনি দি এদল ছাত্ৰ সহ শোভাযাত্ৰা কৰি ফুৰিছে। আমগুৰিৰ ছাত্ৰ সকলৰ এনে উৎসাহত মই নিজে উৎসাহ বোধ কৰিলো।

যোৰহাট কলেজখন অলপ কে-বছৰমান আগেয়ে স্থাপন হৈছিল। অসম উপত্যকাত কটন কলেজ, যোৰহাটত যোৰহাট কলেজ আৰু সুৰমা উপত্যকাত 'মুৰাৰীচান্দ কলেজ—এই তিনিখনেই মাত্ৰ ভৈয়ামৰ কলেজ আছিল। ছিলঙত ইংৰাজে পতা কলেজ কেখনৰ, বাহিৰে অসমত আৰু কলেজ নাছিল। অসমত তেতিয়া কোনো বিশ্ববিদ্যালয়

হোৱা নাছিল। কলিকতা বিশ্ববিদ্যালয়ৰ তলত থাকিহে পৰীক্ষা দিয়া, এফিলিয়েশ্যন লোৱা ইত্যাদি কাম কৰিব লাগিছিল।

তেতিয়া যোগেন শইকীয়া যোৰহাট কলেজৰ ছাত্ৰ সকলৰ নেতৃত্বত আছিল। বৰবৰুৱা আৰু মই যোৰহাটলৈ গৈ—তেখেত সকলক আন্দোলনত যোগ দিবলৈ আহ্বান জনোৱাত তেখেত সকলে অতি উৎসাহেৰে সমৰ্থন দিলে।

## যোৰহাটৰ কংগ্ৰেছ অফিছ আৰু মাননীয় ৺কুলধৰ চলিহা

বৰবৰুৱাই মোক এৰি অন্য ঠাইলৈ গ'ল। মই যোৰহাট অফিছত সোমালো। তাত থাকিলো। ৺সৰ্ব্বেশ্বৰ বৰদলৈ আৰু অন্যান্য নেতা সকলক লগ পালো। মই প্ৰস্তাৱ দিলো—যে অহিংস পথেৰে দেশ স্বাধীন নহব—সৰ্বভাৱতত্ গ্ৰহণ কৰা হিংসা আৰু আক্ৰমনাত্মক পথ গ্ৰহণ কৰা উচিত। বৰদলৈ আৰু তেখেতৰ লগৰীয়া সকলে মোৰ প্ৰস্তাৱত সহাঁৰি দিয়া যেন অনুমাণ হল। মই উৎসাহিত বোধ কৰিলো। এই বিষয়লৈ কৰ্মী সকলৰ মাজত আলোচনা হৈ থাকোতে ৺কুলধৰ চলিহাদেৱ আহি পালে। মই দিয়া প্ৰস্তাৱৰ কথা তেখেতক কোৱা হ'ল। এই প্ৰস্তাৱৰ কথা শুনিয়েই তেখেতে ৰাগান্বিত হল। মোলৈ লক্ষ্য কৰি তেখেতে মন্তব্য দিলে "তুমি পঞ্চম বাহিনীৰ লোক" "আমি অহিংস পথেৰেই আগ বাঢ়িম।" —চলিহা দেৱৰ কথা কোনেও দাঙিব নোৱাৰে। মোৰ অৱস্থা বেয়া হল—মনতো বেয়া লাগিল। দুখমনেৰে যোৰহাট কংগ্ৰেছ অফিছৰ পৰা ওলাই আহিলো। বেচিকৈ দুখ পালো মোক পঞ্চম বাহিনীৰ লোক বুলি আখ্যা দিয়া কাৰণে।

## গোলাঘাট কংগ্রেছ অফিছত

কেদিনমান পিছত গোলাঘাট কংগ্রেছ অফিছ পালো। গোলাঘাটৰ কংগ্রেছ নেতা সকলে মোক আদৰি-সাদৰি অফিছতেই কেদিনমান ৰাখিলে। স্থানীয় ছাত্র নেতা সকলৰ লগত লগখুৱাই দিলে। মনত পৰে ৺ৰাজেণ বৰুৱা দেবৰ খুলশালীৰ কথা। নাম পাহৰিছো। এইজন ছাত্রনেতাই সেই সময়ত আন্দোলনত সক্রিয় ভূমিকা গ্রহণ কৰিছিল।

ইয়াতে উল্লেখ কৰা দৰ্কাৰ যে এসময়ত গোলাঘাটত চি.পি.আই. সমৰ্থিত অসম ছাত্র ফেডাৰেশ্যণৰ ভাল সংগঠণ আছিল। তেওঁলোকৰ সৰ্বভাৰতীয় নেতা সান্যাল, ৺বিষ্ণু বৰা আদিয়ে তেওঁলোকৰ সংগঠণৰ গোপন সভাপাতি 'জনযুদ্ধৰ' সমৰ্থনত বক্তৃতা কৰি আছিল। তেতিয়া ৰাতিৰ কাল আছিল। কংগ্রেছী সকল চি.পি.আই.ৰ ওপৰত ক্ষুব্ধ হৈ আছিল। তেওঁলোকে চি.পি.আই.ৰ সভাখন ভাঙি দিলে আৰু কৰ্মী সকলক নিৰ্দ্দয় আৰু নিষ্ঠুৰভাবে মাৰপিত কৰিলে। পিচদিনা খন গোলাঘাট কংগ্রেছ অফিছত এই নিষ্ঠুৰ কাৰ্য্যৰ কথা শুনি মনে মনে বেজাৰ অনুভব কৰিলো।

গোলাঘাট কংগ্রেছ অফিছত ভদ্রেশ্বৰ ফুকনে মোক কৈছিল যে টাউনৰ হাইস্কুলৰ ছাত্র সকলক আন্দোলনত নিয়োজিত কৰিব লাগে আৰু স্কুলখন ষ্ট্রাইক কৰাই দিব লাগে। সোধাত কলে যে চি.পি.আই. সমৰ্থক ছাত্র যথেষ্ট ৰকমে আছে—গতিকে ষ্ট্রাইক কৰাটো কঠিন। দায়ীত্ব মই ললো। দুজন কংগ্রেছৰ স্বেচ্ছাসেৱক লগত লৈ তেওঁলোকক পৰামৰ্শ দিলো বাহিৰত ওলমি থকা কাহঁৰ বেলটো বজাই দিবলৈ। বজাই দিয়াৰ লগে লগে ছাত্র সকল শ্রেণীৰপৰা ওলাই আহিল—বাহিৰত ৰৈ থকা দুই-চাৰিজন কংগ্রেছী ছাত্রই 'ভাৰত ত্যাগকৰ' 'বন্দে মাতৰম' ধ্বনি দিলে—আৰু গোলাঘাটত কোনো দিনে

নোহোৱা প্ৰকাণ্ড বিক্ষোভ শোভাযাত্ৰা অনুষ্ঠিত হল। সিদিনাৰ পৰা গোলাঘাটৰ ছাত্ৰ সকলে ভাৰত ত্যাগ আন্দোলনত অংশ গ্ৰহণ কৰিলে।

৺ প্ৰয়াত কংগ্ৰেছ নেতা ৰাজেণ বৰুৱাক গ্ৰেপ্তাৰ কৰাৰ দিনা মই তেখেতৰ ঘৰতে আছিলো। তেখেতক গ্ৰেপ্তাৰ কৰাৰ বিৰুদ্ধেও বিৰাট গণ-শোভাযাত্ৰা অনুষ্ঠিত হৈছিল।

কংগ্ৰেছ অফিছত যি কেদিন আছিলো—মোৰ ধাৰণা হৈছিল যে গোলাঘাট মহকুমাৰ কংগ্ৰেছ কৰ্মী সকল নিষ্ঠাবান, সবল, সাহসী আৰু ত্যাগী। অতি কষ্ট আৰু নিষ্ঠাৰে ৪২ চনৰ ‘ ভাৰত ত্যাগ ’ আন্দোলনত এই মহকুমাৰ কৰ্মী সকলে মহকুমাৰ বিভিন্ন ঠাইত বৃটিছ বিৰোধী আন্দোলনত নিজকে নিয়োজিত কৰিছিল। সৰুপথাৰৰ ট্ৰেইন দুৰ্ঘটনা আৰু বিভিন্ন উল্লেখনীয় ঘটনাই এই মহকুমাৰ কৰ্মী সকলৰ নিষ্ঠা আৰু সাহসৰ প্ৰমাণ দিয়ে।

## ৺বৰদলৈ আৰু সিদ্ধিশৰ্মাৰ লগত আলোচনা

ফৰকাটিং ৰেলৰে ষ্টেশ্যনৰ পৰা নামতিআলিলৈ যাম বুলি ষ্টেশ্যনত বৈ আছিলো। ৰেলগাড়ী খন আহি পালে। দেখিলো ১টা ডবাত মানুহ মাত্ৰ ৩জন মান—তাৰে এজন পুলিছ অফিছাৰ। সেই ডবাটোতেই উঠিম বুলি দুৱাৰমুখত দেখিলো ৺সিদ্ধিনাথ শৰ্মা আৰু ৺গোপীনাথ বৰদলৈ। ৺সিদ্ধি শৰ্মাই পুলিছ অফিচাৰজনক কলে—“ এওঁক সোমাবলৈ দিয়া ”। অফিছাৰজনে মোক সোমা-বলৈ দিলে। (এই সম্বন্ধে মই আগতে লিখা প্ৰবন্ধ এটাত লিখিছিলো) দুয়োজন নেতাই মোক আদৰ সাদৰকৈ বহিবলৈ দিলে।—এটা ফল কটাৰ অজুহাতত শৰ্মাদেৱে পুলিছ অফিছাৰ জনৰ পৰা অলপ আতৰি

গল, আৰু মোক তাতে মাতিলে। ৺শৰ্মা ডাঙৰীয়াই মোক যি পৰামৰ্শ দিলে তাৰ অৰ্থ আছিল এনেধৰণৰ—সৰ্ব্বভাৰতৰ আন্দোলনৰ ঘটনাবোৰ দেখিছাই। এতিয়া হিংসা-অহিংসাৰ প্ৰশ্নত লাগি থাকিলে ভুল হব। দেখিছা বিজুলীতাৰ, ৰেললাইন, ফোন-টেলিগ্ৰাফ তাৰ, দলং আদি দেশৰ চাৰিওফালে ধ্বংস কৰিছে। এই শেষ সংগ্ৰামত বৃটিছৰ বিৰুদ্ধে যি কোনো ব্যৱস্থা গ্ৰহণ কৰিবলৈ বাইজক কবা—ইত্যাদি।

এই ইঙ্গিত পোৱাটোকেই আমি মনে প্ৰাণে বিচাৰিছিলো। যোৰহাট পৰ্য্যন্ত তেখেত সকলৰ লগত গলো। পোনে পোনে কংগ্ৰেছ অফিছলৈ গলো। ষ্টেশ্যনত লগ পালো ৺হৰিনাৰায়ণ বৰুৱা দেবক। শৰ্মা দেবে কোৱা কথাৰ ইঙ্গিত কেইটাৰ বিষয়ে ময়ো তেওক কলো—আৰু কলো যে শৰ্মা দেৱহতৰ পৰাও শুনি লওক। ষ্টেশ্যনত শৰ্মা দেবে একে ধৰণৰ ইঙ্গিতকেই দিলে। যোৰহাট কংগ্ৰেছ অফিছত খবৰটো দিলো। ৺শৰ্মা দেবে কোৱা কথা বিলাকৰ বিষয়েও কলো,—হৰিনাৰায়ণ দেবেও আহি একেধৰণেই কলে। তেতিয়া কংগ্ৰেছত অফিছত মোৰ যথেষ্ট মৰ্য্যদা বাঢ়িল।

ইয়াৰ পিছৰ পৰা যোৰহাট মহকুমাৰ কংগ্ৰেছ দলে কাৰ্য্যধাৰা পৰিবৰ্ত্তণ কৰিলে, আৰু সিদ্ধিনাথ শৰ্মা দেবে দিয়া পৰামৰ্শ অনুসাৰে কাম-কাযত নিজকে নিয়োজিত কৰিলে। সৰ্ব্বভাৰতীয় আন্দোলনৰ ধাৰাৰ লগত যোৰহাট মহকুমাৰ কংগ্ৰেছী সকলে—যোৰহাট অঞ্চলৰ আন্দোলনৰ গতিবেগ বঢ়াই তুলিলে।

## ডিব্ৰুগড় যাত্ৰা

শিৱসাগৰ জিলাৰ বিভিন্ন স্কুলৰ ছাত্ৰ সকলক লগ ধৰি—ভাৰত ত্যাগ আন্দোলনত যোগ দিবলৈ আহ্বান জনাই, ঠায়ে ঠায়ে

তুই এটা সংগ্ৰামী ইউনিট গঠন কৰি ডিব্ৰুগড় চহৰলৈ গলো। বিপ্লৱী কমিউনিষ্ট নেতা ৺কাশিনাথ ডেকা আৰু ভূবন চন্দ্ৰ ডেকাই লগ হৈ দিয়া চাহদোকানখনক কেন্দ্ৰকৰি তাত কেদিনমান থাকিলো— বিভিন্ন শ্ৰেণীৰ ছাত্ৰক লগ ধৰিলো—আন্দোলনৰ ইউনিট গঢ়ি তুলিলো—নিষ্ঠাবান কৰ্মী যোচেফক লগ ধৰি বিভিন্ন ঠাইত ঘূৰিলো। তাৰপৰা ভূবন ডেকাক লগত লৈ টিনচুকীয়াৰ ঠায়ে ঠায়ে ঘূৰিলো। তেতিয়া তিনিচুকীয়া চহৰখন সাধাৰণ ৰেলৱে ষ্টেশ্যন-টাউনহে আছিল। বহুত কম লোকেহে বাস কৰিছিল। বৰ্ত্তমানৰ তিনি-চুকীয়াৰ লগত—তেতিয়াৰ তিনিচুকীয়াৰ কথা ভাবিবই নোৱাৰি। অবশ্যে তেতিয়া ডিগবয়খন সৰু আছিল যদিও-বেচ চাফচিকুণ আছিল। '৪২ ৰ আন্দোলনৰ ৩/৪ বছৰ মান আগত তাত শ্ৰমিক বিক্ষোভ হৈছিল আৰু গুলিত কেবাজনো বনুৱা নেতাই পুলিছৰ হাতত প্ৰাণত্যাগ কৰিছিল—বহুতো লোকৰ জখম হৈছিল আৰু আন্দোলনত নেতৃত্ব কৰা প্ৰায়বোৰ কৰ্মীকেই কামৰ পৰা খামখেয়ালী-পূৰ্ণ ভাবে দিছমিছ কৰা হৈছিল। এই আন্দোলন ভাৰতৰ শ্ৰমিক আন্দোলনৰ বুৰঞ্জীত ঐতিহাসিক ঘটনা হিচাবে চিহ্নিত হৈছিল। এই আন্দোলনত কৰা ত্যাগ আৰু আত্মদানৰ ফলশ্ৰুতি হিচাবে সমগ্ৰ ভাৰতৰ শ্ৰমিক শ্ৰেণীয়ে কিছুমান সুবিধা আদায় কৰিবলৈ সক্ষম হৈছিল।

তিনিচুকীয়া, ডিগবয় আৰু ডিব্ৰুগড় ভ্ৰমণ শেষ কৰি পুনৰ নামতিআলিলৈ ঘূৰি আহিলো—। হৰিদাস ডেকা ইতিমধ্যে গুৱাহাটীৰ পৰা গৈ মোক অপেক্ষা কৰি আছিল। ডেকাই মোক কলে যে ডিব্ৰুগড়ৰ পাৱাৰ হাউছত কাম কৰি থকা—৺ত্ৰিগুণা সেনৰ হাতত দুটা পিষ্টল আছে, আৰু সেই পিষ্টল দুটা তাৰ পৰা আনিব লাগে। উল্লেখ কৰা উচিত হব যে ৰাজনৈতিক কাৰাত বহিস্কৃত

হৈ ৺সেন ডাঙৰীয়াই পাৱাৰ হাউছত কাম কৰি আছিল। স্বাধীনতা লাভৰ পিছত তেখেত শিক্ষামন্ত্ৰী হৈছিল।

তেখেতক বিচাৰি পাৱাৰ-হাউছ ওলালো—জোছেফ মোৰ লগত আহিল। তেখেতক বিচাৰি নেপাই সিদিনা উভতি আহি ভুবন ডেকাৰ চাহৰ দোকানত ৰাতিটো কটালো। উল্লেখ কৰা দৰ্কাৰ যে ইতিমধ্যে ৺কাশি নাথ ডেকাক পুলিছে গ্ৰেপ্তাৰ কৰি ডিব্ৰুগড় জেলত ৰাখিছে। ভুবন ডেকাকো গ্ৰেপ্তাৰ কৰিব বুলি সন্দেহ কৰি আছে। কংগ্ৰেছ নেতা ৺লক্ষেশ্বৰ বৰুৱা, তিনিচুকীয়াৰ চেনীৰাম দত্ত, ভদ্ৰেশ্বৰ গগৈ আদি জেলত।

## ডিব্ৰুগড় জেলত সোমালো : জেলজীৱনৰ কাহিনী

পিচদিনা শুই উঠি চাহকাপ খাবলৈ আৰম্ভ কৰিলো—পুলিছ ছাব-ইন্সপেক্টৰ এজন আহি কলে মোক কিবা সুধিবৰ বাবে ডিব্ৰুগড় থানালৈ মাতিছে—আৰু মই তেওঁৰ লগতে যাব লাগে। গলো—মই গৈ পোৱাৰ পিছতেই নাম-ঢাম সুধি মোক গ্ৰেপ্তাৰ কৰিলে আৰু সিদিনাই আবেলি ডিব্ৰুগড় জেললৈ পঠিয়ালে। জেলৰ অভিজ্ঞতা প্ৰথম ডিব্ৰুগড়ৰতেই আৰম্ভ হল। ৰাজনৈতিক বন্দী সকলৰ পৰা মোক পৃথকে ৰাখিলে—অপৰাধী হাজতী সকলৰ লগত। ভাৰতৰ বিভিন্ন ঠাইৰ মানুহ হাজতী গৃহত,—দুজন চীন দেশীয় নাগৰিকো আছিল।

সন্ধিয়া ওৱাৰ্ডত প্ৰবেশ কৰাৰ আগতে—ঘৰটোৰ সমুখৰ ৰাস্তাত দুজন-দুজন হাজতীৰ শাৰিপাতি বহি থাকিব লাগে—জেলৰ জামাদাৰে ৰহি থকা অবস্থাতেই এজন এজনকৈ গনি লয় আৰু সংখ্যা ঠিক আছেনে চায়। প্ৰথমবাৰৰ গন্তি শেষ হোৱাৰ পিছত—শাৰি শাৰি কৈ—এজনৰ পিছত এজনকৈ ওৱাৰ্ডত সোমাব লাগে। তেতিয়া আৰউ এবাৰ গনি গনি হিচাব কৰি চায়। ঘৰত সোমোৱা হোৱাৰ

পিছত দৰ্জা বন্ধ কৰি বাহিৰৰ পৰা তলা লগাই দিয়া হয়। তেতিয়া কয়দীৰ পৰা নিয়োজিত "মেত" কেইজনমানে ৰাতিটো পহৰা দি ৰখি থাকিব লাগে। ওৱাৰ্ডৰ ভিতৰত পুনৰ দুজনীয়া শাৰিপাতি বহিব লাগে—সেইবাৰ মেটে হিচাব কৰি—ঠিক আছে বুলি কলেহে জামাদাৰ জন যায়গৈ।

খোৱাৰ কাম আবেলিতে শেষ। ৰাতিলৈ একো নাই। ৰাতি ৮/৮-৩০ মান বজাৰ পৰা—মেতবোৰৰ চিঞৰ আৰম্ভ হয় —মেতবোৰে ১/২ কৈ গনি গনি ওৱাৰ্ডত থকা মানুহৰ শেষ অংকটো উচ্চাৰণ কৰি কাষতে থকা ওৱাৰ্ডটোৰ নম্বৰ আওৰাব লাগে। এনেকৈ ইটো ওৱাৰ্ডৰ হিচাব—সিটো ওৱাৰ্ডক, সিটো ওৱাৰ্ডৰ হিচাব—আনটো ওৱাৰ্ডক দি থাকিব লাগে—প্ৰায় আধাঘন্টা মানৰ মূৰে মূৰে এই গন্টিৰ কাম এনেদৰে—ৰাতিপুৱালৈকে চলে—প্ৰায় ৫টা মান বজালৈকে। চিঞৰা মেতবোৰৰ চিঞৰা সময় আৰু কাম নিৰ্দ্ধাৰিত কৰি দিয়া থাকে—এজনে ২ঘন্টামান পহৰা দিয়াৰ পিছত—অন্য এজনে দায়ীত্ব লয়; দায়ীত্ব দিয়াজনে বিচনাপাৰি শোৱেঁ।

বাহিৰত পহৰাৰত চিপাহী আৰু জামাদাৰে এই গন্টিবোৰ লক্ষ্য কৰে, আৰু ঘুৰি ঘুৰি পহৰা দি থাকে। মাজে মাজে জেলাৰ বা সহকাৰী জেলাৰে চিপাহী ও মেতবোৰৰ কাম নিৰী-ক্ষণ কৰে।

হাজতী বিলাকে ঘৰৰ ভিতৰত, তাচ খেলায়, বাঘবোল খেলে—সাধুকথা কয়, নিজৰ অপৰাধবিলাক স্বীকাৰ কৰি কম-বেছি পৰিমাণে বাহাদুৰি ও গৌৰব কৰে; সৰু সৰু অপৰাধৰ হাজতী বিলাকক ডাঙৰ ডাঙৰ অপৰাধী সকলে ইতিকিং কৰে; আৰু নিজৰ কামৰ ও অপৰাধৰ বাবে যেন নিজেই গৌৰৱী তেনে মনোভাব দেখুৱায়।

সৰু সৰু অপৰাধৰ অপৰাধী সকলক আলপৈচান যেনে গা-মালিছ কৰা, বিচনা পাৰি দিয়া আদি কামত নিয়োগ কৰে। বিভিন্ন ৰুচিৰ, বিভিন্ন সংস্কৃতি আৰু মানদণ্ডৰ—বহুধা বিভক্ত শ্ৰেণীৰ লোক, কিন্তু একেটা ঘৰতে বেচ মৈত্ৰী আৰু সৌহাৰ্দ্দৰ দোলেৰে বান্ধখাই থাকে। ই এটা আচৰিত ধৰণৰ বৈশিষ্ট্য।

এটা বিৰি পালেই কেবাজনেও—এজন এজনকৈ হুপে। জেলত বিৰি-চিগাৰেটৰ যোগান নাছিল—খোৱাৰো নিয়ম নাই। তাৰ মাজেদিয়েই—বিভিন্ন বস্তু কম মূল্যতে বিক্ৰী কৰি—ওৱাৰ্ডাৰ সকলৰ সহায়ত বিৰি-চিগাৰেট, আনকি ভাঙৰো যোগাৰ কৰি লয়। লগত নিয়া মূল্যবান এণ্ডিকাপোৰ খনে প্ৰতি ৪/৫ টকাতে বিক্ৰী হোৱাৰ উদাহৰণ আছে।

ৰাতিপুৱাল। ঘৰৰ ভিতৰতে দুজনীয়া শাৰি পাতিব লাগে—'মেটে' পুনৰ গন্তি কৰিব লাগে। গন্তি হোৱাৰ পিছত জামাদাৰে বাহিৰত লগাই থোৱা তলাটো খোলে—এজন এজনকৈ ওলাই আহিব লাগে—ওলাই থাকোতেই জামাদাৰে গন্তি কৰে। ওলাই যোৱা মানুহ বিলাকে পুনৰ দুজন দুজনকৈ সমূখৰ ৰাস্তাত বহিব লাগে—তেতিয়া জামাদাৰে আৰু এবাৰ গন্তি কৰে। ভাত বহি থাকোতেই নিজৰ নিজৰ লোহা বা পিতলৰ কাহি ও গ্লাছ—ইটাৰ গুৰি বা মাটিৰে ঘহি ঘহি পৰিস্কাৰ কৰিব লাগে। পৰিস্কাৰ কৰিব নোৱাৰিলে 'মেট' বা জামাদাৰৰ প্ৰহাৰ সুনিশ্চিত।

বহা গন্তি শেষ হোৱাৰ পিছত পায়খানা থকা অঞ্চললৈ যাব লাগে। তাত শৌচ, পেচাব, মুখধোঁৱা, পানীৰে কাহি ও গ্লাছবোৰ ধোৱা—কাম শেষ কৰিব লাগে। তেতিয়া পায়খানা বোৰৰ তিনিফালৰ আবৰণ হে আছিল—সমূখৰ কোনো দৰ্জা নাছিল—দীঘলীয়াকৈ একেখন বেৰা দি সমূখৰ আবৰণ কৰি দিয়া আছিল। দুই-চাৰিটা পায়খানাত দৰ্জা দিয়া থাকিলেও সেই দৰ্জাবোৰ মাত্ৰ

৩ ফুটমানহে ওখ আছিল। হাজতী সকলে নিজৰ লাজ-চৰম বাদ দি—মানুহৰ সমুখতে দেখাদেখিকৈ বহি শৌচ কৰিব লাগিছিল। কথাটো অসহনীয় হলেও জেললৈ নতুনকৈ যোৱা মানুহ হিচাবে মই কিন্তু অভিজ্ঞতাৰ স্কুল হিচাবে ব্যৱহাৰ কৰিছিলো।

আধাঘণ্টা মান তেনেদৰে থকাৰ পিছত—পুনৰ কাষৰ বাটটোত দুজনীয়া শাৰি পাতি বহিব লাগে—মেট আৰু ওৱাৰ্ডাৰ বা জামাদাৰে পুনৰ গন্তি কৰে আৰু ৰান্ধনী শালৰ ওচৰলৈ নিয়ে। ৰান্ধনী-শালৰ নিৰ্দ্দিষ্ট খোলা ঘৰৰ তলত লাইন কৈ বহিব লাগে। সৰু বাটিৰ জোখেৰে এবাটিকৈ নিমখ সনা মাৰ ভাত—দি যায় —নিজৰ নিজৰ চক্‌্য কৰা কাহিত। মাৰভাত নেখালে—আপত্তি জনালে অফিছৰ পৰা এটুকুৰা শুকান ৰুটি অলপ গুৰ সহ দি যায়। তাৰ কাৰণে বিশেষ মঞ্জুৰিৰ দৰ্কাৰ। মাৰভাত খোৱা হোৱাৰ পিছত—পুনৰ দুজনীয়া শাৰি, পুনৰ গন্তি আৰু পুনৰ ওৱাৰ্ডৰ সমুখলৈ নিয়া হয়। ওৱাৰ্ডৰ সমুখত গন্তি, ওৱাৰ্ডত প্ৰবেশৰ সময়ত গন্তি এইদৰে দিনটোত দুপৰীয়া ভাতখাবলৈ উলিয়ালেও গন্তি—আবেলি ৪/৫ বজাত ৰাত্তিৰ আহাৰ খাবলৈ ওলালেও—ওলোৱাৰ পৰাই—সোমোৱালৈকে কেবা-বাৰো শাৰি আৰু গন্তিৰ সমুখীন হব লগীয়া হয়। গন্তি আৰু শাৰি পতাত হেলা কৰিলে—ঠেলামুৰি, কিল, ভুকু, বা লাঠিৰ আঘাতৰ সমুখীন হব লগীয়া হয়।

শাৰিপতা আৰু গন্তি কৰা—এইদৰে পুৱা, দুপৰীয়া আৰু আবেলি —তিনিবাৰ। কিছু কিছু সময়ৰ কাৰণে হাজতী সকলক বাহিৰলৈ ওলাব দিয়ে,—তাৰ বাহিৰে বাকী গোটেই সময় তলাবন্ধ, ঘৰৰ ভিতৰতেই থাকিব লাগে—আপুনি শুব পাৰে, কথা পাতিব পাৰে—খেলিব পাৰে।

প্ৰথম দু-এদিন থকাত আমেজ পোৱা যায়, কিন্তু দিনৰ পিছত দিন একেৰাহে থাকিবলৈ হলে মনত অধৈৰ্য্যভাব সৃষ্টি হয়।

অৱশ্যে ৰাজনৈতিক আদৰ্শত আনুপ্ৰাণিত লোকৰ কথা বেলেগ। হাজতী সকলৰ জেলজীৱনৰ অভিজ্ঞতা যথেষ্ট মূল্যবান। অৱশ্যে কয়দী (শাস্তিপ্ৰাপ্ত লোক) সকলৰ জীৱনৰ বিচিত্ৰ কাহিনীও জেলৰ ভিতৰতে জনা যায়। বিভিন্ন অপৰাধত জড়িত ভয়লগা ডকাইত, হত্যাকাৰী নৃশংস অপৰাধী, গণ্ডাইট চোৰ, নাৰিহৰণকাৰী—আদি অপৰাধৰ অপৰাধী সকলৰ কথা শুনিলে মনতে ভয় ওপজে—কিন্তু জেলজীৱনত সেই ভয় নেথাকে; বৰং প্ৰত্যেকে প্ৰত্যেকৰ বন্ধু ও লগৰীয়া হিচাবে—মিলিমিচি চলাৰ অভ্যাসত পৰিণত হয়। জেল এখন বেলেগ পৃথিৱী। তেতিয়াতকৈ এতিয়া জেলৰ বহু সংস্কাৰ সাধন কৰা হৈছে।

জেলত গৈ গম পোৱামতে—দেশনেতা বহুতকেই বৃটিছৰ দিনত অশেষ কষ্ট দিয়া হৈছিল। নেতাসকলৰ বহুতকেই তেলৰ পেৰা টনাৰ দৰে কঠিন কামত নিয়োগ কৰিছিল—'চৰকাৰ চালাম' বুলি বৃটিছ চৰকাৰক চালাম কৰিব লাগিছিল—চালাম নকৰা সকলক কঠোৰ শাস্তি দিছিল—ছুয়োভৰি, ককালত লোহাৰ দান্দা লগাই শাস্তি দিছিল—চেলত নিৰ্জনে বন্ধকৰা হৈছিল। ইত্যাদি অত্যাচাৰৰ সমুখীন হৈয়ো দেশনেতা সকলে 'চৰকাৰ-চালাম' বুলিবলৈ অস্বীকাৰ কৰিছিল।

## দিনজান আৰু পানীটোলাত জাপানৰ আক্ৰমণ আকাশৰ পৰা প্ৰচাৰ পত্ৰ বিতৰণ

দুপৰীয়া সময়ত ভাত খাবলৈ গুলাবলৈ দিয়া সময়তেই দেখিলো—ওপৰৰ পৰা উৰি অহা অজস্ৰ কাগজৰ টুকুৰাবোৰ। ওপৰৰ ফালে কিবা যানবাহনৰ দ্বাৰা যদি বিলি কৰা হৈছিল কব নোৱাৰো—ওপৰত কোনো বস্তু চকুৰে মনিব নোৱাৰিলো কিম্বা শব্দও নুশুনিলো এই কাগজবোৰ চপোৱা হৈছিল ভাৰতীয় জাতীয় সৈন্য বাহিনীৰ

আকাশৰ পৰা প্ৰচাৰ পত্ৰ বিতৰণ

( আই.এন.এ.ৰ ) নামত, আৰু ভাৰতৰ স্বাধীনতাৰ বাবে—ৰাইজৰ সহায়, সাহায্য আৰু সমৰ্থন বিচৰা হৈছিল। এই আবেদনৰ কাগজ-পত্ৰ বিলাক পাই আমি অতিশয় উৎসাহিত, আনন্দিত আৰু আপ্লুত হৈছিলো। আমি ওৱাৰ্ডত সোমোৱাৰ পিছত—হঠাৎ চাইৰেণ বাজি উঠিল আৰু প্ৰকাণ্ড আৱাজ—গুৰুম গুৰুম শব্দ, বৰতোপৰ শব্দ শুনা হল। আমি কানত হাত দি—চকুমুদি মাটিত লেপেতাখাই পৰি থাকিলো। আবেলি শুনিলো জাপানী বিমানে হেনো লেকাপানী আৰু দিনজান অঞ্চলত বৃটিছ সৈন্যৰ ওপৰত বোমা দিছে। ডিব্ৰুগড়ৰ পৰা বেচি দূৰ নহয়। পিচদিনাও একে ধৰণৰ ঘটনা—সিদিনাও জাপানে বৃটিছ বাহিনীক আক্ৰমণ কৰি বহুত ক্ষতি সাধন কৰিছে।

আমালোকে মনতে আশাকৰি আছিলো—জাপানে ডিব্ৰুগড় আক্ৰমণ কৰিলে—আমি জেলৰপৰা পলাব পাৰিম আৰু দুগুণ উৎসাহেৰে আন্দোলনত অংশ গ্ৰহণ কৰিব পাৰিম। কিন্তু আমি ভবা ধৰণে হৈ নুঠিল।

সাধাৰন মানুহে ভাবিছিল যে াপানৰ এই আক্ৰমণ বৃটিছৰ বিৰুদ্ধে দেশবৰেণ্য সুভাষ চন্দ্ৰ বসুৰ—স্বাধীনতা সংগ্ৰামৰ আক্ৰমণ। এই আক্ৰমণক অসমৰ মানুহে মনেমনে স্বাগতম জনাইছিল।

কেইমাহমান জেলত থকাৰ পিছত মোক কোৰ্টত হাজিৰ কৰিলে। উকীল—মেধি ডাঙৰীয়াই ছুটা দিনত মোৰ হৈ বিনাপইছা আৰু বিনা অনুৰোধতে—নিৰপৰাধী বুলি ওকালতি কৰিলে। অৱশেষত মোক জেলৰ পৰা খালাচ দিলে।

## জেলজীৱনৰ অভিজ্ঞতা

জেলজীৱন অভিজ্ঞতাৰ বাহৰ বুলিব পাৰি। দেশৰ বিভিন্ন প্ৰান্তৰ মানুহক হাজতী বা কয়দী হিচাবে ডিব্ৰুগড় জেলত লগ

পাইছিলো। ভাষাৰ বিভিন্নতা, শিক্ষাদীক্ষাৰ বিভিন্নতা, আচাৰ-সংস্কৃতিৰ বিভিন্নতাই হাজতী আৰু কয়দী সকলৰ মিলনৰ মাজত কোনো বাধাৰ সৃষ্টি কৰিব নোৱাৰিছিল। প্ৰত্যেকে মনখুলি নিজকে প্ৰকাশ কৰাৰ এইখনেই ক্ষেত্ৰভূমি—শাসনযন্ত্ৰৰ অন্যায়ৰ বিৰুদ্ধে মিলিজুলি ঠিয় হোৱাৰো ই এক উপযুক্ত স্থান।

'পকেটমাৰ' বুলিলে বাহিৰৰ জীৱনত মনটো কেনে লাগে? কিন্তু জেলত এই পকেটমাৰ সকলেই বন্ধু, সহায়ক আৰু লগৰীয়া হিচাবে বাস কৰে। ডকাইত আৰু চোৰৰ নাম শুনিলে আমাৰ মনত আতঙ্ক আৰু ত্ৰাসৰ সঞ্চাৰ হয়, কিন্তু জেলত চিন্তাৰ ধাৰাবোৰ পৃথকে গঢ়ি উঠে। প্ৰতিটো ব্যক্তিৰ জীৱনৰ কাহিনীবোৰ বহি বহি শুনিব পাৰি,—আৰু শুনাৰ পিছত ধাৰণা হয় প্ৰতিজন লোকৰেই জীৱনটো একোখন মহাভাৰতৰ দৰে কাহিনীৰেই ভৰা।

নৰহত্যাৰ অপৰাধত লিপ্ত পদকীয়া কেবাজনকো পালো—বেচিভাগ ঘটনাৰেই গুৰি—সম্পত্তি আৰু নাৰী লালসা। সম্পত্তিৰ বিভাজনৰ অসমতা, আৰু নাৰীঘটিত কাৰণত বহুতো লোকেই নিজৰ বিবেকৰ বিৰুদ্ধে গৈ নৰহত্যা কৰাৰ বহু কাহিনী শুনিলো। কোনো কোনোৱে নিজৰ কৃত-কৰ্মৰ কাৰণে জেলত অনুশোচনা কৰে,—চকুলো টোকে, হিয়া ঢাকুৰি কান্দে,—কিন্তু কম-সংখ্যকে নিজৰ কৃতকৰ্মৰ কাৰণে গৌৰব বোধ কৰে। এই বিভিন্ন ঘটনা প্ৰবাহৰ পৰা যি অভিজ্ঞতাৰ পোহৰ পালো—সি হৈছে—সমাজব্যৱস্থাৰ অপৰিহাৰ্য্য প্ৰভাৱ। মানুহ জন্মৰ লগতে অপৰাধীজন হৈ জন্ম নধৰে। নতুন জন্ম পোৱা শিশুক আমি দেৱ-শিশু ৰূপেই ভাবো। সমাজ-জীৱনৰ ঘাত-প্ৰতিঘাত, তিক্ততা, ৰূঢ়তা, কঠোৰতা, আত্মকেন্দ্ৰিকতা, সম্পত্তি কেন্দ্ৰিকতা আৰু কুশিক্ষাই এনেধৰণৰ হেজাৰ হেজাৰ অপৰাধী কয়দী আৰু হাজতীৰ সৃষ্টি কৰিছে। সমাজ জীৱনৰ পৰা তেওঁলোক বিচ্যুত বা একাশৰীয়া হোৱাৰ নিচিনা হয়, আৰু পৰিণতিত নতুন নতুন

অপৰাধত লিপ্ত হয়। যাৰ পৰিণতি হিচাবে সমাজৰ চকুত তেওঁলোক সমাজবিৰোধী হুলৰ দৰে হৈ পৰে।

মানুহ হিচাবে এই সকলৰ বেছি ভাগ লোকৰ ভিতৰৰ মানুহটো মহান আৰু বিশাল। এই মহানতা আৰু বিশালতাৰ বিকাশৰ আৰু প্ৰকাশৰ কাৰণে ক্ষেত্ৰ প্ৰস্তুত কৰি দিব পাৰিলে— সমাজৰ যথেষ্ট উপকাৰত আহিব।

এই পৃথিৱীখনলৈ আমি চকুদিব লাগে— অৱজ্ঞা আৰু অৱহেলাৰ দৃষ্টিভঙ্গীয়ে দেশখনৰ যথেষ্ট ক্ষতি সাধন কৰিছে আৰু কৰিব।

## ডিব্ৰুগড় জেলত আন্দোলনৰ প্ৰভাৱ

ডিব্ৰুগড় জেলত থকা মাহ কেইটাত দেখিলো— প্ৰথমে মাথোন কেইজনমান দেশভক্ত নেতা— ৺লক্ষেশ্বৰ বৰুৱা, কাশিৰাম ডেকা, চেনীৰাম দত্ত আৰু কেইজনমান। কিন্তু দিন যায় মানে ডজনে ডজনে দেশভক্ত স্বেচ্ছা সেৱকৰে জেল ভৰি পৰিল। জেলত তেতিয়া কংগ্ৰেছ আৰু বিপ্লৱী কমিউনিষ্ট দলৰ মাজত কোনো বিৰোধ, অসূয়াৰ ভাব নাছিল। একেলগেই বহি আলাপ-আলোচনা হয়— মোকো জেইলাৰক কৈ হাজতী ওৱাৰ্ডৰ পৰা আলোচনালৈ মাতি নিয়ে। মই খোৱা লোৱা, থকা-মিলাত দিগদাৰী পোৱা বুলি— মাজে মাজে খোৱা বস্তুৰ অংশ মোলৈকো পঠিয়ায়। পঢ়াৰ কাৰণে ২/৪ খন কিতাপ পত্ৰ আৰু বাতৰি কাকতৰো যোগান ধৰে। ৺শৰৎ চন্দ্ৰৰ চৰিত্ৰহীন খন তাতেই পঢ়িলো। 'গোৰা' নামৰ উপন্যাস খনো কোনোবাই আনি দিলে।

আন্দোলনৰ প্ৰভাৱ জেলৰ ভিতৰতো পৰিছিল। ৰাজনৈতিক বন্দী সকলৰ প্ৰতি সাধাৰণ হাজতী আৰু কয়দী সকলে ক্ৰমে শ্ৰদ্ধা-বান হৈ পৰিছিল। জেলৰ চিপাহীৰ মাজতো এনে শ্ৰদ্ধা ক্ৰমে বাঢ়িছিল, আৰু তেওঁলোকৰ কাৰো কাৰো মাধ্যমেৰে বাহিৰলৈ খবৰ

পঠিৱাৰ পৰা হৈছিল, আৰু বাহিৰৰ দুই চাৰিটা প্ৰয়োজনীয় ঘটনাৰ বাতৰি আনিব পৰা আছিল। এনেবোৰ কাৰণতেই ধাৰণা হৈছিল। যে বৃটিছে আমাক জেলত বন্ধ কৰি ৰাখিলেও আমাৰ 'মন' আৰু সংযোগৰ ধাৰা ব্যাহত কৰিব পৰা নাছিল।

জেলত থাকোতেই খবৰ পাইছিলো যে ডিব্ৰুগড় মহকুমাত আন্দোলনৰ পৰিষৰ ক্ৰমে বাঢ়িছিল, জনসাধাৰণৰ মাজত প্ৰৱেশ কৰিছিল, অফিছৰ চাকৰিয়াল, চাহবাগান, তেলপুঙৰ বনুৱা আৰু কয়লাখণ্ডৰ বনুৱাৰ মাজতো ই বিস্তৃতি লাভ কৰিছিল। কৃষক আৰু ছাত্ৰ সমাজৰ মাজত 'ভাৰত্যাগ' আন্দোলনৰ প্ৰভাব প্ৰথমতেই সোমাইছিল। অৱশেষত এই আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰিলে।

## ৺কেদাৰ গোস্বামী আৰু ৺তনুশ্যাম গোস্বামী

গুৱাহাটীৰ পৰা উজনিলৈ যোৱাৰ সময়ত মোক কোৱা হৈছিল ৺কেদাৰ গোস্বামীক মৰাণত, আৰু তনু গোস্বামীক চেপনত যোগা-যোগ কৰিবলৈ।

নামতি আলিৰ পৰা 'ছুফুটীয়া দাস' নামৰ ছুটি-চাপৰ নিষ্ঠাবাণ কমৰেড এজন মোৰ লগত দিয়া হল। আচল নামটো পাহৰিলো— মানুহজন কামৰূপৰ ফালৰ। নীতি-নিয়ম আৰু নিষ্ঠাৰ মানুহ। চাফচিকুনকৈ থাকে, নিয়মীয়াভাবে ভোজন কৰে, বিৰি ধপাত নেখায়, অমিতব্যয়ী খৰছপাতি নকৰে। বিশ্বস্ত লোকজন। বহুঠাই ঘূৰি ঘূৰি চেপন পালো— অলপ কেইমাইলমান খোজ কাঢ়ি গৈ ৺তনুশ্যাম গোস্বামীক পালো। আৰ্থিক অনাটনত ক্লিষ্ট এই লোকজনে— তাৰ মাজেদিয়েই সেই অঞ্চলত বিপ্লৱী কমুনিষ্ট দলৰ সৰু সংগঠন এটা গঢ়ি তুলিছিল, আৰু অতি নিষ্ঠা সহকাৰে আন্দোলনত অংশ গ্ৰহন কৰিছিল। সেই ঠাইতেই বিপ্লৱী কমিউনিষ্ট দলৰ সমৰ্থক গগৈ নামৰ এজন লোকক— তেওঁ হেনো ইতিমধ্যে ৬ জনী তিৰোতা

গ্ৰহণ কৰিছে— ৭ম জনী গ্ৰহণ কৰিবলৈ যত্ন কৰাত পুলিছে ধৰি নি ডিব্ৰুগড় জেলত ৰাখিছিল। জেলতো মই তেওঁক লগ পাইছিলো।

কিছুদিন চেপন অঞ্চলত ঘূৰি— মৰাণ ওলালো। মৰাণত ৺কেদাৰ গোস্বামীৰ ঘৰ বস্তি আছিল—আশ্ৰমৰ দৰেই তেওঁৰ ঘৰবস্তি ব্যবহৃত হৈছিল। তাত ৺কাশিনাথ ডেকা আৰু কম. খগেন ভাগবতীৰ সহকৰ্মী সকলক লগ পাও। ৺কাশি ডেকা আৰু কেদাৰ গোস্বামী হতৰ যত্নত মৰাণত বিপ্লৱী কমিউনিষ্ট দলৰ গোট এটা গঢ়ি উঠিছিল আৰু এই গোটটোৱে কিছু কিছু কাম ইতিমধ্যে কৰিছিল।

৺কেদাৰ গোস্বামী আছিল— দেশকৰ্মী, সাংবাদিক হিচাবে জনাজাত, আৰু সমাজতন্ত্ৰত বিশ্বাসী। এখেত যি ঠাইতেই থাকে তাতেই সমাজতান্ত্ৰিক গোট একোটা গঢ়ি তোলে।

এবাৰ গোৱালপাৰা টাউনত অন্তৰীন হৈ আছিল। এই অন্তৰীন অবস্থাতেই তাত এটা বিপ্লৱী কমিউনিষ্ট গোট গঢ়ি তুলিছিল। মানুহজন আছিল অধ্যয়ন পৰায়ণ, চিন্তাশীল লেখক আৰু বক্তা। সেই সময়ত অসমৰ ৰাজনীতিত তেখেত সুপৰিচিত আছিল।

৺কেদাৰ গোস্বামীৰ সান্নিধ্যই মোক যথেষ্ট উৎসাহ ও প্ৰেৰণা যোগাইছিল।

## উজনি অসমৰ আন্দোলন

গোলাঘাট, যোৰহাট, শিবসাগৰ আৰু ডিব্ৰুগড় মহকুমাৰ চহৰ আৰু গাওঁ অঞ্চলত ভাৰত ত্যাগ আন্দোলনৰ প্ৰভাৱ বিস্তৃত ভাবে পৰিছিল। বিশেষকৈ গাওঁৰ কৃষক আৰু ছাত্ৰ সমাজে এই আন্দোলনত সক্ৰিয় ভুমিকা গ্ৰহণ কৰিছিল। তুলনামূলক ভাবে বনুৱা শ্ৰেণীৰ মাজত আন্দোলনৰ প্ৰভাৱ জোৰদাৰ হোৱা নাছিল। তেতিয়াৰ বেচিভাগ বনুৱা অশিক্ষিত, অন্ধবিশ্বাসী, আৰু ৰাজনীতিত

অজ্ঞ আছিল। বৃটিছ মালিক সকলে তেওঁলোকক শিক্ষা-দীক্ষা দানত কোনো সহায় সাহায্য দিয়া নাছিল। তেওঁলোক যিমানেই অজ্ঞ ও অশিক্ষিত হৈ থাকে— সিমানেই যন্ত্ৰৰ দৰে তেওঁলোকক ব্যৱহাৰ কৰিব পৰা হব আৰু শোষন ও দমনৰ মাত্ৰাও তদ্ৰূপ বঢ়াব পৰা হব। এই আছিল বৃটিছৰ ধাৰণা।

বাসস্থানৰ ঘৰ দুৱাৰ বিলাক আছিল— অতি সাধাৰন লেতেৰা খেৰীঘৰ, অস্বাস্থ্যকৰ,- গৰু-বাচুৰ ৰখা গোহালীতকৈও বেয়া। বেচিভাগ বনুৱাই হৰেক ৰকমৰ কঠিন ৰোগত মৃত্যুবৰণ কৰিছিল। ডাক্তাৰী চিকিৎসা নাছিল বুলিব পাৰি। বেচিভাগ চাহবাগানত কাম কৰা ডাক্তাৰ সকল— তেতিয়া অপৈনত শিক্ষাৰ লোক আছিল— চিকিৎসা সম্বন্ধে সম্যক জ্ঞান থকা ডাক্তৰ তেনেই নগন্য সংখ্যক আছিল। দিন মজুৰী আছিল দুইঅনা বা তিনি অনাৰ ভিতৰত।

মদখাই যাতে মানুহবোৰ মগজুহীন হৈ থাকে তাৰ কাৰণে প্ৰচুৰ সংখ্যক মদৰ দোকান চাহবাগান বিলাকত খোলা আছিল। যি সাধাৰণ ইনকাম হৈছিল মদখাওতেই খৰছ হৈছিল। দুই এখন বাগানৰ বনুৱাৰ মাজত যোগাযোগ ৰখাৰ বাহিৰে—বিপ্লৱী কমিউনিষ্ট সকলে বনুৱা শ্ৰেণীৰ মাজত তেনে কোনো উল্লেখযোগ্য সংগঠন গঢ়িব পৰা নাছিল। তাতে আকউ বৃটিছ মালিক সকলে বাগান, তেলৰপুং, কয়লাখাদত কোনো ৰাজনৈতিক কৰ্মীকেই সোমাব নিদিছিল—সংগঠন কৰাটো দূৰৰ কথা। কংগ্ৰেছৰ ভাৰতীয় ৰাষ্ট্ৰীয় মজদুৰ ইউনিয়ন (আই.এন.টি.ইউ.চিৰ.) জন্ম হোৱা নাছিল। কংগ্ৰেছৰ বনুৱা সংগঠনৰ কোনো প্ৰোগ্ৰাম তেতিয়া নাছিল। সুখৰ কথা যে জনৈক সুধিন প্ৰামানিকৰ নেতৃত্বত ডিগবয়ৰ তেলৰ বনুৱা সকলৰ সংগঠন এটা গঢ়ি উঠিছিল—কিন্তু ৩৭/৩৮ চন মানত ডিগবয়ত শ্ৰমিক আন্দোলন হোৱাত সেই সংগঠনৰ বিৰুদ্ধে মালিক শ্ৰেণী

খৰ্গহস্ত আছিল—আৰু সংগঠনটো সামগ্ৰিক ভাবে দুৰ্বল হৈছিল।

আজি ৫০ বছৰৰ মূৰকত উজনিৰ বনুৱা শ্ৰেণীৰ যথেষ্ট পৰিবৰ্ত্তন হৈছে। বনুৱা সকল এতিয়া সংগঠিত—মজুৰি ভাটা আগতকৈ বৰ্দ্ধিত। বাসস্থানৰ চিকিৎসাৰ পৰিবৰ্ত্তন হৈছে—শিক্ষানুষ্ঠান স্থাপন হৈছে—স্কুল-কলেজত শিক্ষাপ্ৰাপ্ত লৰা-ছোৱালীহত বেছি-ভাগেই বুজন ও জোৱান হৈছে। মদ-কানি ভাঙৰ বিৰুদ্ধে অভিযান আৰম্ভ হৈছে। শিক্ষক, প্ৰফেশ্যৰ, উকীল, কেৰাণী আদি কামত বনুৱা সকল নিয়োজিত হৈছে। তেওঁলোকে নিজকে অসমীয়া মহাজাতিৰ জাতীয় জীৱনৰ লগত মিলাই লৈছে। ১৯৪২ চনৰ ভাৰতত্যাগ আন্দোলনৰ সময়ত বাগানৰ বনুৱা শ্ৰেণীৰ সেই চেতনা নাছিল—আৰু সেই কাৰণে মুষ্টিমেয় সংখ্যক লোকৰ বাহিৰে বৃহৎ সংখ্যকে আন্দোলনত অংশ গ্ৰহণ কৰা নাছিল। বিৰোধিতাও কৰা নাছিল।

উজনি অসমৰ গাওঁৰ কৃষক ৰাইজৰ আতিথ্য আৰু মৰমৰ কথা পাহৰিব নোৱাৰি। বহুসংখ্যক আহোম পৰিয়ালৰ আৰু অনা-আহোম পৰিয়ালৰ ঘৰত আছিলো। ঘৰে ঘৰে ফিকাপানী (ৰঙাচাহ), আৰু কোমল চাউলৰ বাতিৰে কৰা আতিথ্য, দীঘল ওখ দগদগি আৰু ঘটিত পানী দি কাহৰ কাহিত ভাত সজাই অভ্যৰ্থনা জনোৱাৰ দৃশ্য—আমাৰ অসমীয়াৰ জাতীয় জীৱনৰ আতিথ্যৰ বৈশিষ্ট্যেৰে ভৰপুৰ।

উজনিৰ সাহসী কৃষক সকলে ১৯৪২ চনৰ স্বাধীনতা সংগ্ৰামত যি বীৰত্ব ও সাহসৰ প্ৰমাণ দিছিল—সি ইতিহাসৰ পাত জিলিকাই ৰাখিব। স্বাধীন অসমৰ ৰংঘৰ, কাৰেংঘৰ, তলাতলঘৰ শ শ ৰজাদিনীয়া পুখুৰী, শিলৰ দলং, আৰু স্বাধীন অসমৰ সংস্কৃতিয়ে এই অঞ্চলৰ ৰাইজৰ প্ৰেৰণাৰ উৎস হিচাবে আজিও বিদ্যমান।

## কংগ্ৰেছ আৰু বিপ্লৱী কমিউনিষ্ট দলৰ যৌথ কৰ্মপদ্ধতি

১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনত বিপ্লৱী কমিউনিষ্ট দলে নিষ্ঠা আৰু সততাৰে যোগদান কৰিছিল। এইটো সচা যে দলৰ

শক্তি সীমাবদ্ধ আছিল— দলৰ সংগঠন চালুকিয়া আছিল। অসমৰ বহু ঠাইত এই দলৰ সংগঠন বা সদস্য নাছিল। সুৰমা উপত্যকাত সেই সময়ত সাংগঠনিক শক্তি একেবাৰে নাছিল। যি কেইজন কৰ্মী আছিল আটায়ে আশাসুধীয়া প্ৰচেষ্টাৰে আন্দোলনত নেতৃত্ব দিছিল। সেই সময়ত কংগ্ৰেছৰ লগত থকা নীতিগত বিৰোধিতাই কোনো অসুবিধাৰ সৃষ্টি কৰা নাছিল। যেহেতু উমৈহতীয়া শত্ৰু বৃটিছ চৰকাৰক দেশৰ পৰা খেদি দিয়াই উভয় পাৰ্টিৰে লক্ষ্য আছিল— তেনেস্থলত অজানিতে কৰ্মক্ষেত্ৰত মিলনৰ সৃষ্টি হৈছিল।

নামতি-আলিত শৰৎ চন্দ্ৰ দত্ত, ইন্দিৰ কোৰঁৰ, খৃষেশ্বৰ বাইলুং, প্ৰেম গোহাঁই আৰু অন্যান্য ছাত্ৰ নেতা সকলক লগত লৈ কমৰেড ৰৰবৰুৱাই যেনে নিষ্ঠা আৰু ত্যাগৰ মনোভাবেৰে কাম কৰিছিল— সিয়ে উজনি অসমৰ কংগ্ৰেছী নেতা সকলকো মোহিত কৰিছিল। উমৈহতীয়া কাৰ্য্যসূচীত উমৈহতীয়া লক্ষ্যেৰে কাম কৰিলে—বিৰোধৰ বদলি ঐক্যৰ যি সেতু ৰচনা হয়— ১৯৪২ চনৰ আন্দোলনে তাকেই প্ৰমাণ কৰিছিল।

অকল উজনি অসমৰ কথা কলে ভুল হব— এই অবস্থা সমগ্ৰ অসমতে উদ্ভৱ হৈছিল। গুৰুত্বপূৰ্ণ ঘটনা কৰিবলৈ লোৱা সময়ত উভয় দলৰ লোকে বিভেদ পাহৰি আলোচনা কৰিছিল। গুৱাহাটীৰ কংগ্ৰেছৰ ৰাজ্যিক নেতৃত্বই বিপ্লৱী কমিউনিষ্ট দলৰ নেতৃত্বৰ লগত বহুতো গুৰুত্বপূৰ্ণ পদক্ষেপৰ সম্পৰ্কত অলোচনা কৰিছিল।

## ডিব্ৰুগড়ৰ পৰা মোক বহিস্কাৰ কৰিলে

জেলত কেইমাহমান থকাৰ পিছত মোক খালাছ দিলে, কিন্তু ডিব্ৰুগড় মহকুমাৰ পৰা বহিস্কাৰ কৰিলে। গুৱাহাটী পালোহি। কমৰেড মোহন মুখাৰ্জীৰ বিহাবাৰীৰ ঘৰত— কমৰেড হৰেন কলিতা, অপৰাজিতা মুখাৰ্জী আৰু কেবাজনো কমৰেডক লগ পালো।

৺হৰেন কলিতা তেতিয়া পাৰ্টিৰ নেতৃত্বত আছিল। গুৱাহাটীত থাকি কাম কৰাৰ কাৰণে মোৰ নিজৰ বাসগৃহ বা আয়-ইনকাম নাছিল। কিন্তু কমৰেড কলিতাৰ ব্যবহাৰত ৰস বা উৎসাহৰ আভাষ নাছিল। কোনো কৰ্মপদ্ধতিৰো আঁচনি নাছিল যেন অনুমান হল। গুৱাহাটী এৰি মোৰ জন্মঠাই বেলশৰলৈ যোৱাৰ স্থিৰ কৰিলো।

## গুৱাহাটীৰ বিপ্লৱী কমিউনিষ্ট সকল

সেই সময়ত ৺হৰেন কলিতা, শ্ৰীহৰিদাস ডেকা, শ্ৰীউপেন শৰ্মা, গোকুল মেধি, মোহন লাল মুখাৰ্জী, নীহাৰ মুখাৰ্জী, শ্ৰীতাৰা-চৰণ মজুমদাৰ শ্ৰীনাৰায়ণ দাস, ৺উমাশৰ্মা বীৰেণ সেনাপতি, হেনা গাঙ্গুলী, সত্য চৌধুৰী, ৺মথুৰা ডেকা, ৺খগেন গোস্বামী গোবিন্দ কলিতা অপৰাজিতা মুখাৰ্জী, উপেন দাস, অৰবিন্দ ঘোষ, নীৰেন লাহিড়ী, নীহাৰ মুখাৰ্জী, কমলা মজুমদাৰ, আদি নেতা সকলে গুৱাহাটীৰ পৰা সমগ্ৰ অসমৰ দলটোৰ নেতৃত্ব বহন কৰিছিল।

৺হৰেন কলিতাৰ ককাই ৺দেবেন কলিতা, বাপু, নৰেন কলিতা ভনী হুজনী, মা, দেউতা সকভাই আটায়ে কমিউনিষ্ট আন্দোলনৰ সক্ৰিয় অংশ গ্ৰহণকাৰী আছিল। ৺হৰেণ কলিতাৰ ঘৰখনেই তেতিয়া কেন্দ্ৰস্থল হিচাবে পৰিগণিত আছিল। অৰ্থনৈতিক সংকটৰ মাজত থাকিও কমৰেড কলিতাৰ ঘৰখনে সকলো প্ৰকাৰে সহায় কৰিছিল।

তেনেদৰে কমৰেড হৰিদাস ডেকাৰ দেউতাক ৺হাবিৰাম ডেকাই পাৰ্য্যমানে দলটোক সহায় সাহাৰ্য্য আগবঢ়াইছিল। মোহন মুখাৰ্জীৰ ককাই, বোঁহতেও পাৰ্টিৰ কৰ্মী সকলক সহায়, সাহায্য আৰু আশ্ৰয় প্ৰদান কৰিছিল।

তেতিয়া কমিউনিষ্ট পাৰ্টিৰ দলীয় সংগঠন অসমত সঠিক ভাবে গঢ় লৈ উঠা নাছিল।

বিপ্লৱী কমিউনিষ্ট দলৰ নেতা সকলৰ বহুতেই অসমৰ বিভিন্ন অঞ্চলত ১৯৪২ চনৰ আন্দোলনৰ কামত নিয়োজিত আছিল ; আৰু প্ৰত্যেকেই নিষ্ঠা সহকাৰে আন্দোলনত আত্মনিয়োগ কৰিছিল।

কলিকতাৰ কমৰেড সুধাময় দাসগুপ্তই—অসমৰ বিপ্লৱী কমিউনিষ্ট দলটোক পৰিচালনা কৰাত যথেষ্ট কৃতকাৰ্য্যতা অৰ্জন কৰিছিল।

সাম্ৰাজ্যবাদ বিৰোধী ২য় মহাসমৰত কোনো প্ৰকাৰৰ সহায় সাহায্য নিদিবলৈ—ঠায়ে ঠায়ে গোপনে প্ৰচাৰপত্ৰ বিতৰণ কৰিছিল, ৰাজহুৱা ঠাইত পোষ্টাৰ মাৰিছিল—আৰু শোভাযাত্ৰা শ্লোগান আদিৰ মাধ্যমেৰে ৰাইজক সজাগ ও সচেতন কৰিছিল। তেতিয়া বিপ্লৱী কমিউনিষ্ট নামেৰে দলটোৰ নামাকৰণ কৰা হোৱা নাছিল। দলটোৰ প্ৰকৃত নাম আছিল—‘ কমিউনিষ্ট লীগ ’। ‘ কমিউনিষ্ট লীগ ’ এই শব্দকেইটা চৰকাৰে বে-আইনী ঘোষণা কৰা কাৰণে—বাহিৰত ‘ ৰেডিকেল ইষ্টিটিউট ’ নামেৰে এটা অফিছ স্থাপন কৰা হৈছিল। মানুহে পাৰ্টীটোক ‘ ৰেডিকেলিষ্ট পাৰ্টী ’ বুলিহে জানিছিল। অসমত একমাত্ৰ বামপন্থী দল হিচাবে—এই দলটোৱে জনমানসত স্থান পাইছিল, আৰু ডেকাশক্তিৰ এটা অংশই দলৰ প্ৰতি সহানুভূতিশীল হৈ পৰিছিল। কংগ্ৰেছ দল, মহাত্মাগান্ধী, নেহৰুৰ নেতৃত্ব, প্ৰভাৱ পূৰামাত্ৰাই বিদ্যমান আছিল। সৰ্ব্বভাৰতৰ সাম্ৰাজ্যবাদ বিৰোধী একমাত্ৰ সংগ্ৰামী দলৰ ভূমিকাত তেতিয়া কংগ্ৰেছেই অৱস্থিত আছিল। সৰু সৰু দলবিলাকৰ প্ৰভাৱ একোটা সীমাবদ্ধ সৰু অঞ্চলতে আবদ্ধ থকাত সেই দলবোৰে সৰ্ব্বভাৰতীয় নেতৃত্বৰ আসন নেপাইছিল। তেতিয়া কংগ্ৰেছ ছোচিয়েলিষ্ট দলটো উল্লেখযোগ্য ভূমিকাত অৱস্থিত থাকিলেও—এই দলটো কংগ্ৰেছৰ ভিতৰতেই আছিল। মানুহে দলটোক ‘ কংগ্ৰেছ ছোচিয়েলিষ্ট ’ নামেৰে জানিছিল। সেই সময়ত কংগ্ৰেছ দলক ভাৰতৰ বুৰ্জোৱা আৰু জমিদাৰ শ্ৰেণীৰ দল বুলি বিপ্লৱী কমিউনিষ্ট দলে আখ্যা দিছিল, আৰু সাম্ৰাজ্যবাদী বৃটিছ

চৰকাৰৰ বিৰুদ্ধে কংগ্ৰেছ দলে শেষ সংগ্ৰাম কৰিব নোৱাৰে বুলি কৈছিল। এই কাৰণে কৈছিল যে বৃটিছ চৰকাৰৰ অৰ্থনৈতিক স্বাৰ্থ, আৰু ভাৰতৰ বুৰ্জোৱা শ্ৰেণীৰ অৰ্থনৈতিক স্বাৰ্থৰ মাজত মুলগত সংঘাত বা বিৰোধ নাই। তেওঁলোকৰ মাত্ৰৰ বিৰোধ—কোনদেশৰ বুৰ্জোৱা শ্ৰেণীয়ে—দেশখনৰ অৰ্থনৈতিক স্বাৰ্থৰ ওপৰত কব্জা কৰিব পাৰিব। এই বিৰোধ গৰীব আৰু মালিকৰ মাজত বিৰোধ নহয়। বিপ্লৱী কমিউনিষ্ট দলে বিশ্বাস কৰিছিল যে মহাত্মাগান্ধী ভাৰতৰ বুৰ্জোৱা শ্ৰেণীৰ স্বাৰ্থৰ ৰক্ষাকাৰী,—তেখেতে নিজেই কৈছিল যে বুৰ্জোৱা শ্ৰেণী—" শ্ৰমিক শ্ৰেণীৰ ট্ৰাষ্টী "।

যি সময়ত গান্ধীজী আৰু নেহৰুৰ নেতৃত্বই দেশৰ সাধাৰণ মানুহৰ ওপৰত গভীৰ ভাবে ৰেখাপাত কৰি আছিল, আৰু সেই সময়ত গান্ধীজী, নেহৰু আৰু কংগ্ৰেছ দলৰ বিৰুদ্ধে প্ৰচাৰ কৰি সফলকাম হোৱাটো দুৰুহ আছিল।

বিপ্লৱী কমিউনিষ্ট সকলে কংগ্ৰেছ, গান্ধীজী, নেহৰুৰ বিৰুদ্ধে অভিযান চলাই নিজকে শক্তিশালী হিচাবে গঢ়ি তোলাৰ দুস্বপ্ন দেখিছিল, আৰু সেই কাৰণে তেওঁলোকৰ সংগঠন সেই সময়ত আশাতীত ৰকমে বৃদ্ধি নহৈছিল। সাংগঠনিক ক্ষেত্ৰত কংগ্ৰেছ দলৰ পৰা প্ৰতিপদে বাধা আৰু বিৰোধৰ সমুখীন হৈছিল।

বৰ্ত্তমানত কংগ্ৰেছে " সমাজতন্ত্ৰ " আৰু সাম্যবাদী আদৰ্শৰ বিৰুদ্ধে কুৎসা প্ৰচাৰ নকৰে; বৰং সমৰ্থন জনায়। তেতিয়াৰ স্থানীয় কংগ্ৰেছী সকলে " সমাজতন্ত্ৰ " আৰু " সাম্যবাদৰ " বিকৃত ব্যাখ্যা কৰি অপপ্ৰচাৰ কৰিছিল। তেওঁলোকে এনে ধৰণৰ অবাস্তৱ প্ৰচাৰ কিছুমানবো অৱতাৰণা কৰিছিল—যেনে,—" হাতৰ আঙুলী পাচোটা ঈশ্বৰে যেহেতু সৰু বৰকৈ সৃষ্টি কৰিছে—মানুহকো অসমান ৰূপে সৃষ্টি কৰিছে। গতিকে সমতা আৰু সাম্যৰ প্ৰচাৰ অবাস্তৱ।"

তেওঁলোকে প্ৰচাৰ কৰিছিল—“ তিৰোতা সকলক সমানকৈ কেনেকৈ ব্যৱহাৰ কৰা হব ইত্যাদি ”

অবশ্যে আজিৰ পৰিস্থিতিত কংগ্ৰেছ দলৰ বিৰুদ্ধে প্ৰচাৰ কৰাৰ বাধা নাই। ভাৰত ত্যাগ আন্দোলনৰ সময়ত কংগ্ৰেছৰ বিৰুদ্ধে আঙুলি টোওৱাটো অতি দুৰুহ আৰু কঠিন কাম আছিল। এনে কঠিন পৰিস্থিতিৰ মাজত বিপ্লৱী কমিউনিষ্ট দলে কাম কৰিবলৈ লোৱাটো অতিশয় কষ্টসাধ্য আছিল।

## বেলশৰলৈ প্ৰত্যাৱৰ্ত্তণ

বেলশৰলৈ গলো। ৺পিতাই কলে “ এইবোৰ এৰি পেলা। বৃটিছৰ দৰে ইমান ডাঙৰ শক্তি এটাক তহতে কেনেকৈ পৰাজয় কৰিবি। তহতৰ লক্ষ্য সিদ্ধি হোৱাটো কোনোমতে সম্ভব নহয়।” বহুত মানুহেই তেতিয়া পিতাৰ দৰেই চিন্তা কৰিছিল। বৃটিছক ভাৰতৰ পৰা খেদি পঠিওৱাৰ সম্ভবনা সম্বন্ধে তেওঁলোক সন্দিহান আছিল।

আন্দোলনৰ সময়ত ৺বিল্লেশ্বৰ দেৱালয়ৰ সমুখতে কংগ্ৰেছে এটা অফিছ লৈছিল। কাষতে চাহদোকান আছিল—আৰু দোকানৰ কাঠিতে বাহৰ চাং এখন আছিল—মানুহ বহিব পৰাকৈ। মাজে মাজে আমি গৈ সেই চাংখনত বহি বক্তৃতা কৰো মানুহ বিলাকে আগুৰি ধৰে। ‘ধনী দুখীয়া সমান হব লাগে—দেশত সকলোৰে সমান স্বত্ব হব লাগে-দুখীয়াক ভগবানে দুখীয়া কৰা নাই—মানুহেহে দুখীয়া কৰিছে। শিক্ষা, চিকিৎসা আদি সকলোৰে বাবে বিনামূল্যে হব লাগে—, বুঢ়া আৰু অচল মানুহৰ জীবিকা নিৰ্ব্বাহৰ কাৰণে চৰকাৰী ব্যৱস্থা থাকিব লাগে। তাৰ কাৰণে প্ৰথমে আমাৰ দেশৰ পৰা বৃটিছ চৰকাৰক খেদিব লাগে ”—এই কথাবোৰে মানুহ বিলাকক খুব আকৰ্ষণ কৰে। তেতিয়া কংগ্ৰেছ অফিছৰ সৰ্ব্বক্ষণৰ চাৰ্জত থকা

শ্ৰীউপেন বৰ্মন আৰু শ্ৰীশ্ৰীকান্ত চৌধুৰী হতেও এই কথাবোৰ মনোযোগেৰে শুনিছিল।

কংগ্ৰেছ অফিছত মাজে মাজে পুলিছে তালাছ কৰিবলৈ আহে। গ্ৰেপ্তাৰৰ সন্দেহ কৰি স্বেচ্ছাসেৱক সকল তাৰ পৰা আতৰি থাকে। তেতিয়া বেলশৰৰ কংগ্ৰেছ অফিছৰ পৰা নলবাৰী থানাৰ পশ্চিম অঞ্চলৰ এটা বৃহত্তৰ অংশৰ নেতৃত্ব প্ৰদান কৰে।

চামটা গাওঁৰ উকীল শ্ৰীগঙ্গা চৌধুৰী সুৰেণ, শৰ্মা বেলশৰৰ ৺সুৰেণ মালাকৰ, মুক্তা মালাকৰ, ভাৰত সেন ডেকা. নৰকান্ত বৰ্মন, পিপলীবাৰী গাওঁৰ ৺দানী হালৈ শ্ৰীউপেন হালৈ, আদি নেতৃস্থানীয় কংগ্ৰেছী লোক সকলে কংগ্ৰেছ অফিছৰ পৰিচালনাৰ দায়িত্বত আছিল,—লগতে বেনাৰস বিশ্ববিদ্যালয়ত শিক্ষালাভ কৰি থকা মেধাবী ছাত্ৰ শ্ৰীপ্ৰভাত শৰ্মাই কলেজ এৰি আহি—এই নেতৃত্বক অধিক শক্তিশালী কৰিছিল।

কংগ্ৰেছী সকলে প্ৰথমে মোক আচহুৱা ব্যৱহাৰ কৰিছিল। তেতিয়া বিপ্লৱী কমিউনিষ্ট দলৰ সহযোগী হিচাবে বেলশৰত দৰ্জি কাম কৰি থকা ৺মদন ডেকা, চণ্ডীমেনা, খগেন সেন ডেকা, মহেন্দ্ৰ বৰ্মণ নবীন মেধি হেমন্ত বৰ্মন আদি কেজনমান কৰ্মী সংগ্ৰহ কৰি এটা দল গোট তৈয়াৰ কৰি লৈছিলো। ৺মদন ডেকা আৰু মই নলবাৰী চহৰলৈ আহি স্থিৰ কৰিলো—যে নলবাৰী থানাখন আক্ৰমণ কৰাৰ ব্যৱস্থা কৰা হক, আৰু লগতে ব্যৱসায়ী সকলৰ পৰা ধনসংগ্ৰহৰ ব্যৱস্থা কৰা হক। নলবাৰীত শ্ৰীমহেন্দ্ৰ ডেকা, ৺হৰিমোহণ দাস আদি কেজনমান কৰ্মীৰ লগত এই বিষয়ে আলোচনা কৰিলো। ইতিমধ্যে খবৰ ওলাল যে কংগ্ৰেছ দলে বৰভাগ, বাহজানী, পকোৱা, ধৰ্মপুৰ ক্ষেত্ৰিধৰ্মপুৰ আদি কেবাখনো মৌজাৰ পৰা আহি লগ হব—চান্দকুছি পুখুৰী পাৰত, আৰু তাৰপৰা সদলবলে আহি নলবাৰী থানা আক্ৰমণ কৰিব। এই সংগঠনৰ লগত থানা

আক্ৰমণৰ সুযোগ গ্ৰহণ কৰিবলৈ কেবাজনো সমৰ্থকক পোনে পোনে নলবাৰীলৈ পঠিৱাই দিলো আৰু মই ও ৺মদন ডেকাই বেলশৰৰ পৰা আৰম্ভ হোৱা কংগ্ৰেছৰ শোভাযাত্ৰাৰ অংশীদাৰ হিচাবে অহাৰ স্থিৰ কৰিলো। কামবোৰ সেইদৰেই কৰা হল। শোভাযাত্ৰা লাঠি-টাঙোন সহ আৰম্ভ হৈ ছান্দকুছি গাওঁৰ বৰপুখুৰীৰ পাৰ পালে। কিন্তু বৰপুখুৰীৰ পাৰত বাহজানি মৌজাৰ ১০/১২ জন মাত্ৰ লোকৰ বাহিৰে উপৰবৰভাগ মৌজাৰ এজনো আহি নেপালে। আহি নেপালে মানে নাহিল। সম্ভৱতঃ থানা আক্ৰমণৰ ভয়াবহতাৰ ফললৈ লক্ষ্যকৰি মানুহবোৰ নাহিল।

তথাপিতো, ধৰ্মপুৰ, ক্ষেত্ৰীধৰ্মপুৰ আৰু পকোৱা মৌজাৰ পৰা অহা ৩০০/৪০০ লোকৰ শোভাযাত্ৰাটোৱে থানা আক্ৰমণ কৰাৰ উদ্দেশ্যে যোৱাৰ সিদ্ধান্ত কৰিলে। কিন্তু নলবাৰী থানাৰ পৰা ৩ ফাৰ্লংমান আগতে—প্লেনটো বদলিল। থানা আক্ৰমণৰ সিদ্ধান্ত বাদ দিয়া হল। তেতিয়া সন্ধিয়া হও হও। এনে সময়তে শোভা-যাত্ৰাটো ভাঙি গল। মানুহবোৰ যেনিয়ে পালে তেনিয়ে গুচি গল। কিছুমান ডেকালৰা হতাশ ও ক্ষুব্ধ হল। বনগাওঁৰ পুৰণা কংগ্ৰেছ কৰ্মী ৺প্ৰবীন ডেকা, পকোৱাৰ তৰুণ দত্ত আৰু কেবাজনো বিক্ষুব্ধ ডেকা আমাৰ লগতে ঘৰলৈ ঘূৰিল। স্থানীয় কংগ্ৰেছী নেতৃত্বৰ প্ৰতি বিক্ষোভ; বিশেষকৈ থানা আক্ৰমণ কৰাত বিমুখ হোৱাত তেওঁলোকক অতিকৈ বেয়া পালে।

৺প্ৰবীন ডেকাৰ ঘৰত ৰাতিটো কটালো। ৺প্ৰবীন ডেকাৰ সৰুভাই শ্ৰীকনক চন্দ্ৰ ডেকা, শ্ৰীৰজত চন্দ্ৰ ডেকাও কংগ্ৰেছী আছিল। ৺প্ৰবীন ডেকাৰ ঘৰত বহি স্থিৰ কৰিলো—যে 'ভাৰতত্যাগ' আন্দোলন জয়যুক্ত কৰিবলৈ হলে হাতিয়াৰ সংগ্ৰহ কৰা দৰ্কাৰ আৰু বৃটিছৰ শাসনৰ কেন্দ্ৰবিলাকত আক্ৰমণ কৰাৰ দৰ্কাৰ।

## বন্দুক সংগ্ৰহৰ অভিযান
## ৬টা বন্দুক সংগ্ৰহ

বেলশৰ ডাকঘৰলৈ অহা তেতিয়াৰ ' আনন্দ বাজাৰ পত্ৰিকাত ' পঢ়িবলৈ পালো—কামৰূপ জিলাৰ জিলাধিপতিয়ে লাইচেন্স প্ৰাপ্ত বন্দুকবোৰ চৰকাৰী অফিছত জমা দিবলৈ নিৰ্দ্দেশ দিছিল। তেতিয়া অসমত সাপ্তাহিক কাকতৰ বাহিৰে দৈনিক বা অৰ্দ্ধসাপ্তাহিক বাতৰি কাকত নাছিল। কলিকতাত প্ৰকাশিত বাঙালী ভাষা আৰু ইংৰাজী ভাষাত প্ৰচাৰিত কাকতবোৰ—অসমৰ চহৰ ও গাওঁ অঞ্চলত প্ৰচাৰিত হৈছিল। আনন্দবাজাৰ পত্ৰিকা, যুগান্তৰ, বসুমতি, অমৃতবাজাৰ পত্ৰিকা আৰু ষ্টেশ্যম্যন কাকত অসমৰ মানুহে পঢ়িছিল। পঢ়ুৱৈৰ সংখ্যাও তেতিয়া তাকৰীয়া আছিল।

এই খবৰটো পঢ়ি উঠি মই ভাবিলো—এনেধৰণৰ লাইচেন্স-প্ৰাপ্ত বন্দুকবোৰ বৃটিছৰ অফিছত জমা দিয়াৰ আগেয়ে—আমালোকে সংগ্ৰহ কৰিব পাৰিলে ভাল হয়। ই এটা সুবিধাজনক সুযোগ বুলি মোৰ নিজৰ মনতে ধাৰণা উপজিল। তেতিয়া বন্দুক থকা মানুহৰ সংখ্যাও কম আছিল। কাৰ কাৰ বন্দুক আছে তাকো নেজানো।

বিল্লেশ্বৰ দেৱালয়ৰ আহত গছৰ তলত বহি—এই সম্বন্ধে ৺হেমন্ত বৰ্মনৰ লগত আলোচনা কৰি থাকোতেই—নলীছা গাওঁৰ শিক্ষক কংগ্ৰেছ কৰ্মী ৺মানিক চন্দ্ৰ ডেকা আহি পালে। ৺ডেকা ডাঙৰীয়া এক-কথাৰ হেৰফেৰ নোহোৱা মানুহ আছিল—কথাই কামে এক। মানুহে তেখেতক শ্ৰদ্ধাৰ চকুৰে চাইছিল। মাজতে কিবা অসুখত ভৰি এখন ক্ষতিগ্ৰস্ত হৈছিল—খোজটো অস্বাভাবিক ধৰণৰ। আমি তেখেতক বিশ্বাস ও শ্ৰদ্ধা কৰিছিলো। তেখেতৰ ৺সহধৰ্মিনীও তেখেতৰ দৰেই কথাৰ লৰচৰ নোহোৱা সাহসী মহিলা আছিল। কথাই কথাই ৺ডেকাডাঙৰীয়াই মোক অকলে মাতি নি

কলে যে জাগাৰা গাওঁৰ ভেটেৰীনাৰী ডাক্তাৰ সৰ্ব্বেশ্বৰ ডেকাৰ ঘৰত এটা বন্দুক আছে। তেওঁ পাট্টাচাৰকুছিত চাকৰি কৰে—ঘৰত থাকে ঘৈনীয়েক, লৰা-ছোৱালী আৰু এজন বুঢ়া মানুহ ঘৰটোও পথাৰৰ মাজত অকলশৰীয়াকৈ আছে।

মনটোত ভাল লাগিল। প্লেন এটা কৰি পেলালো। ৺মানিক চন্দ্ৰ ডেকাৰ ঘৰতে আমি সমবেত হৈ—ৰাতিৰ ভিতৰতে কামটো কৰি পেলাম। ১৬ জন মানুহ লগ হলো। ৺প্ৰবীন ডেকা, তৰুণ দত্ত, মঠুৰ হাজৰীকা, ৺হেমন্ত বৰ্মন, উপেন বৰ্মন, যতীন দত্ত, মদন ডেকা, মহেন্দ্ৰ শৰ্মা, পঞ্চানন শৰ্মা আৰু কেইজনমান—পাহৰিছো। গাইপতি এদালকৈ বাহৰ লাঠি,—প্ৰবীন ডেকাৰ হাতত ৫/৬ টা-মান সৰু সৰু ‘এচাৰা বোমা’। এনে ‘এচাৰা বোমা’ তেতিয়াৰ দিনত ঘৰতে তৈয়াৰ কৰি বিয়াৰ উৎসৱতো ব্যৱহাৰ কৰাৰ পদ্ধতি প্ৰচলিত আছিল। এই এচাৰা বোমাত মানুহ নমৰে—গাত লাগিলে সাধাৰণ জখম হব পাৰে। ৺মানিক ডেকাৰ ঘৰতেই ৰাতি ভাত-পানী খালো। ১১ টা মান বজাত আক্ৰমণৰ সময়সূচী স্থিৰ কৰিলো। প্লেন কৰিলো—মুলঘৰৰ খিৰিকিৰ সমুখত উপেন বৰ্মণে “খুৰী-খুৰী” কৈ ডাক্তৰণীক মাতিব—খুৰাকৰ অসুখ হোৱা বুলি কব,—খুৰিয়েকে উঠি দৰ্জা খুলিলেই আমালোকে প্ৰবেশ কৰি জোৰকৈ বন্দুকটো লৈ আহিম। স্থিৰ হল—কোনেও বন্দুকৰ বাহিৰে অন্য বস্তুত হাত নিদিব আৰু ডাক্তৰণী ও লৰা-ছোৱালী হতক কোনো ধৰণৰ বেয়া ব্যৱহাৰ নকৰিব। বাহিৰা ঘৰত থকা মানুহ জনক দুৱাৰ মুখতে সাবধানবাণী শুনাই ওলাই নাহিবলৈ কোৱা হব।

তেনেদৰেই ব্যৱস্থা প্ৰস্তুত কৰা হল। উপেন বৰ্মণে তেনেদৰেই ‘খুৰি’ বুলি সম্বোধন কৰি কেবাবাৰো মতাত ডাক্তাৰণীয়ে মাত দিলে,—চাকি জ্বলালে—খিৰিকি এখন খুলিলে। তেওঁৰ সন্দেহ হোৱা বুলি আমি বুজিলো,—লৰা-ছোৱালীক মাতিবলৈ ধৰিলে,—

বিচনাৰ তলৰ পৰা কিবা উলিওৱাৰ যত্নকৰা যেন অনুমান হল। খিৰিকী ভাঙি সোমাবলৈ নিৰ্দ্দেশ দিলো—তৰুণ দত্ত আৰু যতীন দত্তই খিৰিকীৰ কাঠৰ বদ ভাঙি ভিতৰত প্ৰবেশ কৰি দৰজা খুলি দিলে। ডাক্তাৰণী মূৰ্চ্ছা যোৱাৰ দৰে হল—বিচনাৰ তলৰ পৰা বন্দুকটো উলিয়াই অনা হল। লৰা-ছোৱালীয়ে চিঞৰিলে—ওচৰৰ মানুহে চিঞৰি চিঞৰি ওলাই আহিল। আমি সাবধান কৰি দি কলো যে "আমি কংগ্ৰেছৰ স্বেচ্ছাসেৱক। গান্ধীজীৰ নিৰ্দ্দেশ মতে আহিছো। কোনোবা আগুৱাই আহিলে গুলি কৰা হব।" ৺প্ৰবীন ডেকাই চোটাল ও বাটত ২/৩টা মান 'এচাৰা বোমা' ফুটালে।

গান্ধীজী ও কংগ্ৰেছৰ নাম শুনি মানুহবোৰ আগুৱাই নাহিল। মাজপথাৰত বহিলো—গুদিৰ গুৱৰ শ্মশানৰ ওচৰত। লেম এটা হাতত লৈ কেজনমান মানুহ অহা দেখিলো। তাৰ ভিতৰত এজন—আজীবন কংগ্ৰেছ কৰ্মী—৺পদ্ম মণ্ডল। বুজিলো তেওঁলোক বেলশৰ থানালৈ এজাহাৰ দিবলৈ যোৱা বুলি।

বন্দুকটো লৈ গৈ—ৰাতিতেই ৺পুষ্প সেন ডেকাৰ পৰিবাৰৰ আটালত (চিলিঙত) তুলি থৈ দিলো। সিদিনাৰ কাৰণে কাম বন্ধ কৰা হল।

পিচদিনাখন সমগ্ৰ অঞ্চলটোতেই এটা বৃহত আলোড়নৰ সৃষ্টি হল। মানুহৰ মাজত প্ৰচাৰ হল—কেবাশ স্বেচ্ছাসেৱকে বন্দুকটো লৈ অহা বুলি, আৰু সেই মানুহবোৰৰ কৰ পৰা আহি যোগ হৈছে—কোনেও নেজানে বুলি। চাৰিওফালে ৰোমাঞ্চকৰ পৰিস্থিতি!

এইদৰে আৰু পাচোটা বন্দুক সংগ্ৰহ কৰা হল। বৰাখাটৰ ঁবৰা হতৰ, চামটাৰ ৺নবেণ দত্তৰ, কৈহাটীৰ ৺প্ৰভাত গোস্বামীৰ, নদলা গাওঁৰ পাট্টোৱাৰী মৌজাদাৰৰ আৰু বনগাওঁৰ ৺শিব চৌধুৰী পৰিয়ালৰ।

পৰৱৰ্ত্তী বন্দুক কেইটা সংগ্ৰহ কৰা সময়ত কংগ্ৰেছৰ এচাম স্থানীয় নেতা আৰু কেবাশ স্বেচ্ছাসেৱীও আমাৰ লগত মিলিত হৈছিল। দানী হালৈ, গিৰিণ তালুকদাৰ, ভাৰত সেন ডেকা, নৰো ওজা আদি নেতা সকলেও—ব্যক্তিগত ভাবে সংগ্ৰহ কাৰ্য্যত সহযোগ কৰিছিল। মুঠ কথা—সংগ্ৰহৰ কাৰ্য্যত আমালোকৰ নেতৃত্ব তেখেত সকলে স্বীকাৰ কৰি লৈছিল।

ভাৰতত তেতিয়া হোৱা বৃহত্তৰ ঘটনা বিলাকৰ তুলনাত ৬টা বন্দুক সংগ্ৰহৰ ঘটনা অতি সামান্য, সন্দেহ নাই; কিন্তু ইয়াৰ পৰা লাভ কৰা অভিজ্ঞতা সমূহ যথেষ্ট মূল্যবান বুলি ধাৰণা হয়। এই ধাৰণাবোৰৰ ভিতৰত এটা হৈছে যে যাৰ হাতত বা নেতৃত্বত মাৰণাস্ত্ৰৰ ভাণ্ডাৰ থাকে—অহিংস আন্দোলনৰ সময় চোৱাত সেই ভাণ্ডাৰৰ নেতৃত্বকাৰী লোকসকলে বিশেষ এটা সময়ৰ কাৰণে হলেও আন্দোলনকাৰী জনসাধাৰণৰ নেতৃত্বদানৰ ক্ষমতা লাভ কৰে। বন্দুক সংগ্ৰহৰ পিছত কংগ্ৰেছৰ ভিতৰৰ আৰু বাহিৰৰ বহুলোক আমাৰ লগ হৈছিল আৰু সহযোগী হিচাবে কাম কৰিছিল। সেই অঞ্চলত আমি লেখত লবলগীয়া শক্তি হিচাবে পৰিচিতি পাইছিলো।

## অস্ত্ৰ সংগ্ৰহ কৰাতকৈ ৰখাটোহে কঠিন কাম।

এই ঘটনাৰ পিছত পুলিছ আৰু অৰ্দ্ধসামৰিক, সামৰিক বাহিনীয়ে বন্দুকৰ অন্বেষণত, আৰু আমাক গ্ৰেপ্তাৰ কৰাৰ সম্পৰ্কত চাৰিওফালে চলাথ কৰি ফুৰিলে। আমাক ধৰিব নোৱাৰি বহুতো নিৰ্দ্দোষী-লোকক গ্ৰেপ্তাৰ, মাৰপিত আৰু বিভিন্ন ধৰণৰ নিৰ্য্যাতন দিবলৈ ধৰিলে। ঠায়ে ঠায়ে পাইকাৰী জৰিমনাবো ব্যৱস্থা কৰিলে। ৰাতিৰ ভিতৰতে একোখনকৈ গাওঁ ঘেৰাও কৰি তালাছী—চলালে। তেতিয়া প্ৰায় মানুহেই আন্দোলনৰ সপক্ষে আছিল—গতিকে লুকাই থকা আশ্ৰয়ৰ আৰু খাদ্যৰ অভাব আমালোকৰ হোৱা নাছিল।

আমাৰ সমস্যা আছিল—বন্দুক কেইটা লুকাই ৰখা সম্পৰ্কে। কিছুদিন কোনো কোনো লোকৰ ধানৰ ডুলি, ধানৰ ভঁড়াল, আৰু খেৰৰ পুজিৰ মাজতো ৰাখিলো। কিন্তু ধানৰ ভঁড়াল আৰু খেৰৰ পুঁজিত তালাচী আৰম্ভ হল। তেতিয়া ৺ভাবিত চন্দ্ৰ মেধি, ৺ভূবনেশ্বৰ পাটোৱাৰী, ৺হেমন্ত বৰ্মন আৰু মই লগ হৈ— কেইটামান সৰু লম্বা কাঠৰ বাকচ বনালো আৰু কাঠৰ ওপৰত টিনপাত লগাই দি— তেনে একোটা বাকচত একোটা বন্দুক সোমাই লৈ হালবোৱা মাটিত পুতি ৰাখিলো। ১মাহ মান অন্তৰে অন্তৰে বন্দুকবোৰ উলিয়াই—মাজপথাৰলৈ নি দোভাগ নিশা গুলিচলাই চোৱা হৈছিল যাতে বন্দুক কেইটা কাৰ্য্যক্ষম হৈ থাকে।

পুলিচ আৰু সামৰিক বাহিনীৰ আক্ৰমণৰ মাজতো আমালোকে এই কামবোৰ কৰিব পাৰিছিলো—এই কাৰণেই যে সেই অঞ্চলৰ সকলো ৰাইজে এটা মানুহৰ দৰে সংঘবদ্ধ হৈ আন্দোলনত অংশ গ্ৰহণ কৰিছিল—পুলিচৰ আক্ৰমণৰ পৰা আমাক ৰক্ষা কৰিছিল, পুলিচক কোনো প্ৰকাৰে খবৰ নিদিছিল, আৰু প্ৰয়োজনীয় সহায় সাহায্য আমাক দি আছিল।

৺বিল্লেশ্বৰ মন্দিৰৰ দৰে যি বিলাক মন্দিৰত 'ডবা' 'বৰকাহ' আদিৰ ব্যৱস্থা আছিল—পুলিচ সোমোৱা গম পালেই—সেই ডবা, 'বৰকাহ' আদি বজাই দিয়া হৈছিল—আৰু শব্দ শুনিলেই আমি লুকাই পৰো। তাৰ কাৰণে বিশেষ লোক নিয়োগ কৰা আছিল। অবশেষত পুলিচে 'ডবা', 'বৰকাহ' বজোৱা লোককো সন্দেহ কৰাত লাগিল—আৰু তেনে কেবাজনকো গ্ৰেপ্তাৰ কৰিলে।

আমাৰ অভিজ্ঞতা হৈছিল যে অস্ত্ৰসংগ্ৰহ কৰাতকৈ চৰকাৰৰ আক্ৰমণৰ পৰা অস্ত্ৰসমূহ ৰক্ষা কৰাটো কঠিন কাম আছিল। এই দুৰুহ কামটো আমি সহজ কৰি লৈছিলো।

## নৰা পোৰা ঘটনা

আমি শুনিলো যে নৰা চাপ্লাই কৰাৰ কিবা ঠিকা এটা লৈছে। নৰাৰ বাণ্ডিলবোৰ বন্ধাৰ কাৰণে বোলে মেছিন আদিও আনিছে। বৃটিছক নৰাৰ যোগান ধৰাটো আন্দোলনৰ সময়ত নীতি বিগর্হিত কাম আছিল। স্বেচ্ছাসেৱক সকল ৰাতি বিল্লেশ্বৰ মন্দিৰ প্ৰাঙ্গণত সমবেত হল। মনত পৰে—প্ৰভাত শৰ্মা গোপাল দাস, ৺ধনী নাজিৰ, গোলক হালৈ, ৺দানী হালৈ, গিৰিণ তালুকদাৰ আদিৰ নেতৃত্বত ডাঙৰ দল এটা সৃষ্টি হল—মোৰ লগতো আলোচনা কৰিলে। ছেইমৃটাৰ পথাৰত নৰাৰ দম বাণ্ডিল বান্ধি যোগান ধৰাৰ ব্যৱস্থা কৰা হৈছে। এনেধৰণৰ সামৰিক যোগান তেতিয়া খুব লাভজনক আছিল আৰু ব্যৱসায়ীলোকে সুযোগ গ্ৰহণ কৰিছিল। ২০০/৩০০ মান স্বেচ্ছাসেৱী দল এটাই ৰাতিৰ ভিতৰতে আক্ৰমণ কৰি— সমস্ত নৰা, মেছিন, গাড়ী আদি পুৰি পেলালে।

## মূৰ্গী আৰু ছাগলী যোগানত বাধা

যুদ্ধব্যস্ত সামৰিক বাহিনীৰ লোকৰ কাৰণে এদললোকে মূৰ্গী আৰু ছাগলী যোগান ধৰি আছিল। এই যোগানধাৰী সকল সাধাৰণ মানুহেই আছিল। এনে যোগানৰ বিৰুদ্ধে তেখেত সকলক বহুবাৰ বুজোৱা স্বত্বেও—এদললোকে যোগান ধৰিবলৈ এৰা নাছিল। অবশেষত স্বেচ্ছাসেৱক সকলে শক্তি প্ৰয়োগ কৰি—এনে যোগানধাৰী ব্যৱসায়ীৰ হাতৰ পৰা মুৰ্গী আৰু ছাগলীবোৰ কাঢ়ি আনিবলৈ ধৰিলে। এনেদৰে কাঢ়ি অনা ঘটনা মাত্ৰ এঠাইতে হোৱা নাই— অসমৰ প্ৰায় ঠাইতেই সংঘটিত হৈছিল। এই টনা-আজোৰাৰ ঘটনা হোৱাৰ পিছত মুৰ্গী আৰু ছাগলীৰ যোগান ধৰাটো বন্ধ হৈ গৈছিল।

এনেদৰে অন্যান্য বস্তুৰ যোগানো বন্ধ কৰা হৈছিল। এনেদৰে যোগান বন্ধকৰা সম্পৰ্কত পুলিছ থানা বোৰত, স্বেচ্ছাসেৱী সকলৰ

ওপৰত ফৌজদাৰী গোছৰ তৰা হৈছিল। ৰাইজৰ একাগ্ৰতা আৰু নিষ্ঠাৰ আগত বৃটিছে সৃষ্টি কৰা সকলো বাধা উফৰি গৈছিল।

## এইবোৰ গুণ্ডাৰ কাম

দীৰ্ঘদীন আন্দোলন চলাৰ পিছত কোনো কোনো অঞ্চলত কামৰ ব্যাপকতা কিছু পৰিমাণে শিথীল হৈছিল। কিন্তু ৰেললাইন ভঙা, ফোন ও বিজুলীতাৰ, টেলিগ্ৰাফ লাইন কটা, দলং ভঙা, চৰকাৰী বাসভবন ধ্বংস কৰা কাৰ্য্যক—গান্ধীজীয়ে কিন্তু সমৰ্থন কৰা নাছিল। এই কাৰ্য বিলাক 'গুণ্ডাৰ কাম' বুলি তেখেতে অভিহিত কৰি বিবৃতি দিছিল। গান্ধীজীৰ বিবৃতিৰ পিছত এদল কৰ্মীয়ে ভুলকৰা বুলি ধাৰণা লৈ হতাশ হৈছিল। গান্ধীজীৰ বিবৃতিৰ পিছত নিষ্ঠাবান বহু কংগ্ৰেছীয়ে কংগ্ৰেছ দল ত্যাগ কৰি, হয় ৰাজনীতিৰ পৰা বিদায় গ্ৰহণ কৰিছিল, নহয় কংগ্ৰেছ বিৰোধী দলত ভৰ্ত্তি হৈছিল। কংগ্ৰেছ দলৰ যথেষ্ট ক্ষতি সাধন হৈছিল।

পিছত পণ্ডিত নেহৰু জেলৰ পৰা ওলাই—আন্দোলনত হোৱা সকলো ধ্বংসমূলক কাৰ্য্যৰ বাবে ও ক্ষতিৰ কাৰণে তেওঁ নিজকে সেই ঘটনা সমূহৰ কাৰণে দায়ী বুলি ৰাজহুৱা বিবৃতি দিলে। তেওঁৰ বিবৃতি ভাৰতবৰ্ষৰ সকলো বাতৰি কাকতত প্ৰকাশ পালে—আৰু গান্ধীজীয়ে সৃষ্টি কৰা পৰিস্থিতিৰ কিছু শাম কাটিলে।

## গান্ধীজীৰ অহিংসবাদ

মোৰ বোধেৰে গান্ধীজীয়ে এই বিবৃতি দিছিল সম্ভবতঃ এইকাৰণে যে তেখেতে বিশ্বাস কৰা 'অহিংসবাদৰ' ধাৰণাৰ লগত এই কামবোৰ বিসঙ্গতিপূৰ্ণ আছিল, আৰু এই আন্দোলনৰ ফলত বৃটিছ চৰকাৰৰ ক্ষতিসাধন হোৱাৰ উপৰিও ভাৰতবৰ্ষৰ নিজৰো ক্ষতিসাধন হৈছিল; তাৰউপৰিও বহু নিৰ্দ্দোষী লোক এই আন্দোলনত মৰিছিল

কিম্বা জখম হৈছিল। আন্দোলনৰ দৃষ্টি কোনেৰে বস্তুতে গান্ধীজীৰ বিবৃতিৰ সমালোচনা কৰিছিল—কিন্তু গান্ধীজীৰ বিবৃতিয়ে পোনপটীয়া বা আওপকীয়াকৈ যথেষ্ট প্ৰভাৱ পেলাইছিল।

সেই সময়ত গান্ধীজীৰ "অহিংসবাদত" আমি বিশ্বাস স্থাপন কৰিব পৰা নাছিলো—তেখেতৰ অহিংসবাদী আন্দোলনে ভাৰতৰ পৰাধীনতাক দীঘলীয়া কৰিছে বুলি আমি সমালোচনা কৰিছিলো,—আমি সমালোচনা কৰিছিলো যে গান্ধীজীয়ে বৃটিছ পুঁজিপতি আৰু ভাৰতৰ পুঁজিপতি ও জমিদাৰ শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰিব বিচাৰিছে। তেখেতে পুজিপতি, ব্যৱসায়ী বৃহত গোষ্ঠীক গৰীব-শ্ৰেণীৰ লোকৰ "ট্ৰাষ্টী" বুলি কৈ গৰীব শ্ৰেণীৰ স্বাৰ্থ জলাঞ্জলি দিছিল।

আমি আজি বাস্তৱ ঘটনা ৰাজীৰ পৰা বুজিছো যে গান্ধীজীৰ অহিংসবাদ এটা ডাঙৰ ও সুবিশাল প্ৰভাৱশালী আদৰ্শবাদ। নিৰস্ত্ৰ, শান্তিপূৰ্ণ, অসহায় গৰীব শ্ৰেণীয়ে নিজৰ হক ৰক্ষাৰ কাৰণে এই পাত অস্ত্ৰ যি কোনো ক্ষেত্ৰতে প্ৰয়োগ কৰিব পাৰে—আৰু কম ক্ষতিতে নিজৰ লক্ষ্যত উপনীত হব পাৰে। এই আদৰ্শবাদে লক্ষ লক্ষ মানুহক উদ্বুদ্ধ কৰিছে—আৰু ফলবান হৈছে। বিশ্বজুৰি 'অহিংসবাদ' এটা স্বীকৃত ৰাজনৈতিক সংগ্ৰামৰ পথ হিচাবে স্বীকৃত হৈছে।

সেই সময়ত ভাৰতৰ জনসাধৰণক ঐক্যবদ্ধ আৰু সমবেত কৰাৰ গৌৰৱ গান্ধীজীয়ে—পাইছিল—এই অহিংস আন্দোলনৰ মাধ্যমেৰে। মহাত্মাগান্ধীয়ে গ্ৰহণ কৰা 'অহিংস আন্দোলনে' দক্ষিণ আফ্ৰিকাৰ বৰ্ণ বৈষম্য-বিৰোধী আন্দোলনতো যথেষ্ট প্ৰভাৱ পেলাইছে। দ্বিতীয় বিশ্বযুদ্ধত ক্ষতিগ্ৰস্ত হোৱা বা বিজয়ী হোৱা জাতি সমূহেও অস্ত্ৰৰ পৰিবৰ্তে অহিংসবাদী বিশ্বৰ প্ৰয়োজনীয়তাৰ কথা আনুধাবন কৰিছে। বৃহৎ বৃহৎ বনুৱা আন্দোলন বিলাকে অহিংসনীতি গ্ৰহণ কৰি নিজৰ দাবী সমূহ কম ক্ষতিতে আদায় কৰিছে। বিশ্বৰ অধিক সংখ্যক দেশৰ শাসনকৰ্ত্তা সকলে গান্ধীজীৰ অনুসৃত অহিংসবাদৰ

সমৰ্থনত আস্থা স্থাপন কৰিছে। হিংসা-জৰ্জৰিত বিশ্বত গান্ধীজীৰ অহিংসৰ আদৰ্শই—ভীত, সন্ত্ৰস্ত মানুহৰ মনলৈ আশাৰ ৰেঙনি কঢ়িয়াই আনিছে। ভাৰতত বৰ্ত্তমান সময়ত হোৱা হিংসাত্মক ঘটনা সমূহে—গান্ধীজীৰ অহিংসবাদৰ বিশালতা আৰু মহানতাকেই সোঁৱৰাই দিছে।

বন্দুকৰ শক্তিৰে সাময়িক জয় লাভৰ আশা কৰা যায়। পৃথিবীৰ ৰাজনীতিত শাসনকৰ্ত্তাৰ পৰিবৰ্ত্তণৰ ক্ষেত্ৰত বা আসন পৰিবৰ্ত্তণৰ ক্ষেত্ৰত তেনে লাভদায়ক পৰিস্থিতি লক্ষ্য কৰা যায়। এনে পৰিস্থিতিৰ জীৱন কিন্তু অলপ-স্থায়ী। এনে ঘটনা বিলাকে কৌটি কৌটি সাধাৰণ মানুহক আকৰ্ষণ কৰিব নোৱাৰে, কিম্বা নতুন সমাজ ব্যৱস্থা গঢ়িব নোৱাৰে। আনবিক অস্ত্ৰ; আৰু নিউক্লিয়াৰ অস্ত্ৰৰ যুগত মহাযুদ্ধৰ অচলতা আৰু অসাৰতা প্ৰতিয়মান হৈছে। এনেযুদ্ধই ধ্বংস হে কৰিব পাৰিব—সৃষ্টি কৰিব নোৱাৰিব। এই ধ্বংসকাৰী অস্ত্ৰসমূহৰ বিৰুদ্ধে, মহাযুদ্ধৰ বিৰুদ্ধে শান্তিৰ সপক্ষে—আজি কেই দশক মানত পৃথিবী জুৰি শান্তি-আন্দোলনৰ অভিযান চলি আছে,—আৰু এই অভিযানে সম্প্ৰতি কালত বিশ্বৰ ৰাষ্ট্ৰনায়ক সকলকো প্ৰভাৱিত কৰিছে। তাৰেই ফলশ্ৰুতি হিচাবে ‘শীতল যুদ্ধৰ’ অবসান হল, আনবিক আৰু নিউক্লিয়াৰ অস্ত্ৰ সজ্জাৰ হ্ৰাস-কৰণ আৰম্ভ হল। নেটো, চিয়াটো চুক্তি সন্থাৰ ৰাষ্ট্ৰনায়ক সকলৰ ওপৰতো ইয়াৰ প্ৰভাৱ পৰিছে। প্ৰচণ্ড ধ্বংসমুখী যুদ্ধ, প্ৰভূত অপচয়, অপব্যয় আৰু ক্ষতিৰ সমুখীন হোৱা আজিৰ বিশ্বই অহিংসবাদী শান্তিপূৰ্ণ পৃথিৱী খনৰ কথা চিন্তা কৰিছে।

গান্ধীজীৰ অহিংসবাদ আজিৰ বিশ্বত নিতান্তই সময়োপযোগী। তাকে পূৰ্ণত্বৰ ৰূপ দিবলৈ হলে হিংসাৰ কাৰণ সমূহ দূৰ হব লাগিব। সমাজৰ পৰা শোষণ, দুৰ্নীতি, দমন আৰু নিৰ্য্যাতনৰ কাৰণ সমূহ নিশেষ হব লাগিব।

যুগপুৰুষ আৰু ভৱিষ্যদ্ৰষ্টা হিচাবে গান্ধীজীৰ আসন চিৰদিনে ওপৰত ৰব, আৰু বিশ্বৰ জনসাধাৰণে তেখেতক চিৰ শ্ৰদ্ধাৰ চকুৰে দেখিব।

## নেহৰুজীৰ অসম ভ্ৰমণ

১৯৪২ চনৰ আন্দোলন ক্ৰমে দুৰ্বল হল। লাখ লাখ মানুহ জেলত। বহু দেশপ্ৰেমিক পুলিছ ও সামৰিক বাহিনীৰ গুলিত নিহত হল—আহত হল আৰু চিৰঘূণীয়া হল। বহুতৰ বিৰুদ্ধে মালি মোকৰ্দ্দমা ৰুজু হল। ১৯৪৪ চনত মহাত্মাগান্ধী আৰু অন্য কেজনমান নেতাক জেলৰ পৰা মুকলি কৰি দিলে। ১৯৪৫ চনত পণ্ডিত নেহৰুক আৰু তেওঁৰ সহযোগী কেবাজনকো জেলৰ পৰা খালাছ দিলে। জেলৰ পৰা খালাছ হৈ নেহৰুজীয়ে ৰাজহুৱা বক্তৃতা আৰু বিবৃতি দি মানুহক হতাশ নহবলৈ আবেদন জনালে। ১৯৪২ চনৰ 'ভাৰত-ত্যাগ' আন্দোলনত আত্মবলিদান দিয়া নেতা সকলৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিলে। দেশত সংঘটিত হোৱা সহিংস কামবোৰৰ কাৰণে কাকো দায়ী বুলি নকৈ নিজেই সেই কামবোৰৰ কাৰণে দায়ী বুলি ঘোষণা কৰিলে। ইয়াতকৈ বেচি আত্মত্যাগৰ মনোভাবেৰে দেশসেৱা কৰাৰ কাৰণে পণ্ডিতজীয়ে দেশবাসীক আবেদন জনালে। তেখেতৰ আবেদনত হতাশাগ্ৰস্ত দেশকৰ্মী সকলে যথেষ্ট উৎসাহ পালে।

নেহৰুজীয়ে ভাৰতৰ বিভিন্ন প্ৰান্তত ঘূৰি ৰাজহুৱা সভাপাতি জনসাধাৰণক উৎসাহ দি ঘূৰিছিল; আৰু এইদৰে ঘূৰোতে অসম-লৈকেও অহাৰ প্ৰোগ্ৰাম কৰিছিল।

গুৱাহাটীলৈ আহোতে আদবাটতে বহুঠাইত প্ৰচুৰ সংখ্যক লোকে তেখেতক অভিনন্দন জনাইছিল। আমি অসম প্ৰাদেশিক ছাত্ৰ ফেডাৰেশনৰ পক্ষৰ পৰা পণ্ডিত নেহৰুক উত্তৰ গুৱাহাটীত; ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰতে সন্মান প্ৰদৰ্শনৰ স্থিৰ কৰিছিলো; আৰু সেই উদ্দেশ্যে

তাত টোৰণ সাজিছিলো। স্থানীয় সাংবাদিক শ্ৰী মায়াৰামে তামুলী দেৱে ও তেখেতৰ লগৰীয়া সকলে আমাৰ এই কাৰ্য্যত সহায় কৰিছিল।

আমাৰ টোৰণৰ কাষত ৺নেহৰুজী নামিল, আমাক ধন্যবাদ দিলে আৰু তাৰ পৰা খোজকাঢ়ি আমাৰ লগতে ব্ৰহ্মপুত্ৰৰ ঘাটলৈ গল। তেতিয়া ব্ৰহ্মপুত্ৰৰ ওপৰত দলং হোৱা নাছিল। উত্তৰ-গুৱাহাটীৰ পৰা গুৱাহাটীলৈ আহিব লাগিলে—নাৱ বা ষ্টীমাৰেৰেহে পাৰ হোৱাৰ ব্যৱস্থা আছিল। নেহৰুজী ষ্টীমাৰেৰে পাৰ হৈছিল।

সিদিনা নেহৰুজীক অতি ওচৰৰ পৰা দেখি বুজিছিলো যে চৰিত দেখা মানুহজনতকৈ—আচল মানুহজন চুটি-চাপৰ, কিন্তু ধুনীয়া।

নেহৰুজীয়ে অসমৰ বিভিন্ন স্থানৰ লোকৰ লগত মিলিজুলি, কথাবতৰা হৈ, বিভিন্নভাবে উৎসাহ প্ৰদান কৰি—এটা নতুন ধাৰাৰ সৃষ্টি কৰিছিল; মানুহৰ মনৰ পৰা হতাশা আৰু অলসতা দূৰ কৰিব পাৰিছিল।

নেহৰুজীৰ শ্বিলং যাত্ৰাৰ কথা শুনিলো। ছাত্ৰ ফেডাৰেশ্যনৰ অফিছ ছেক্ৰেটাৰী নগাওঁৰ শ্ৰীপূৰ্ণ বৰা আৰু মই শ্বিলঙলৈ যোৱাৰ স্থিৰ কৰিলো। আমাৰ মূল লক্ষ্য হল—প্ৰাদেশিক ছাত্ৰ ফেডাৰেশ্যনৰ শক্তি বৃদ্ধি কৰা আৰু নেজাতী সুভাষ চন্দ্ৰ বসুৰ চবিযুক্ত বেজবিক্ৰীকৰি ছাত্ৰ ফেডাৰেশ্যনৰ ফাণ্ড সবল কৰা।

দুয়োজন ছিলঙলৈ যাওঁতে বাটতে 'পাল' উপাধীৰ ভদ্ৰলোক এজনক পালো। তেখেত ফৰোৱাৰ্ড ব্লক দলৰ সমৰ্থক। আমাৰ হাতত নেতাজীৰ বেজ দেখি আগ্ৰহ সহকাৰে এটা কিনিলে আৰু পুলিছ বজাৰত থকা তেওঁলোকৰ দোকানতে দুদিনৰ কাৰণে আমাক ৰাখিলে। ৺নেহৰুজী অহা সন্দৰ্ভত শ, শ মানুহে ৰাজহুৱা ৰাস্তাত জুমবান্ধি শাৰি শাৰি হৈ সন্ধিয়াৰে পৰা প্ৰায় ৰাতি ১২টা মান বজালৈ ৰৈ আছিল। আমিও ঠাণ্ডাত কঁপি কঁপি ৰৈ আছিলো। সেই সুযোগতে বহু খিনি বেজ বিক্ৰী কৰিলো। বহুদেৰীকৈ নেহৰুজী

আহি শ্চিলং পালে। পিচদিনা ৰাজহুৱা সভাত বহুত মানুহৰ সমাগম—ভাবিব নোৱাৰা ধৰণে নেতাজীৰ চবি অঙ্কিত বেজবোৰ বিক্ৰী কৰা হল।

তাৰ কিছুদিন আগেয়ে ব্ৰহ্মদেশৰ ফালৰ পৰা উৰাজাহাজেৰে টকীও চহৰলৈ গৈ থাকোতে নেতাজীৰ আকস্মিক মৃত্যু হয়। সেই সময়ত ভাৰতৰ জনসাধাৰণৰ মানসপটত ৺নেতাজী বসুৱে বিশিষ্ট স্থান দখল কৰি আছিল। ভাৰতৰ স্বাধীনতা সংগ্ৰামত নেতাজীৰ বৰঙণি উল্লেখযোগ্য আছিল। নেতাজীৰ নামৰ লগত সেই সময়ৰ ৺ৰাসবিহাৰী বসুৰ নামো সমানে উল্লেখযোগ্য।

## বঙ্গদেশত দুৰ্ভিক্ষ্য
## ৫০ লাখ লোকৰ মৃত্যু

১৯৪৩/৪৪ চনত বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাৰ কিয়দংশত অভাবনীয় ধৰণে দুৰ্ভিক্ষ হয়। যুদ্ধৰ কালচোৱাত ভাৰতৰ উক্ত অঞ্চলত কৃষি উৎপাদন তুলনামূলক ভাবে কম হৈছিল। কম-উৎপাদন বৃদ্ধি কৰাৰ কাৰণে বৃটিছ চৰকাৰৰ ফালৰ পৰা কোনো ব্যৱস্থা লোৱা হোৱা নাছিল। যুদ্ধৰ সৈন্যবাহিনীৰ কাৰণেও কৃষিজাত সামগ্ৰীৰ প্ৰয়োজনীয়তা বাঢ়িছিল। তাৰ উপৰিও এচাম লোভী ব্যৱসায়ীয়ে মুনাফা লাভৰ কাৰণে হেজাৰ হেজাৰ মোন খাদ্যশস্য গুদামত মজুতকৈ ৰাখিছিল। এই মজুতকৰণ পদ্ধতিৰ বিৰুদ্ধে চৰকাৰে কোনো ব্যৱস্থা গ্ৰহণ কৰা নাছিল। ব্ৰহ্মদেশত যুদ্ধ হোৱা বাবে চাউল আমদানি বন্ধ হৈছিল; তাৰ উপৰিও অঞ্চলে অঞ্চলে নিষেধৰ হুকুম থকা বাবে খাদ্যশস্যৰ চলাচল বন্ধ হৈছিল। ইতিমধ্যে অৰ্থনৈতিক দুৰ্য্যোগৰ কাৰণে সাধাৰণ মানুহৰ কিনিবপৰা ক্ষমতা হ্ৰাস পাইছিল। অধিক মূল্যৰ খাদ্য বজাৰত পোৱা হৈ আছিল—কিন্তু সাধাৰণ মানুহৰ —কিনাৰ ক্ষমতা নাছিল। তেতিয়া ভাৰতৰ ভাইছৰয়

লিনলিথগো আছিল ; এই অৱস্থাৰ নিৰাকৰণ কৰাৰ বাবে কোনো ব্যৱস্থাই চৰকাৰে গ্ৰহণ নকৰিলে।

এই দুৰ্ভিক্ষত চৰকাৰ নিয়োজিত কমিচনৰ হিচাব মতে প্ৰায় ১৫ লাখমান মানুহৰ মৃত্যু হোৱা বুলি স্বীকাৰ কৰিছিল। বেচৰকাৰী বিশ্বাসযোগ্য তথ্যমতে মৃতকৰ সংখ্যা ৫০ লাখৰ বেচি আছিল। মাত্ৰ কেইমাহমানৰ ভিতৰতে এই ৫০ লাখ মানুহৰ মৃত্যু হল । অথচ মজুতদাৰ সকলৰ গুদাম আক্ৰমণ কৰি এজন মানুহো নমৰিল। এই ৫০ লাখ মানুহ নেখাই মৰাতকৈ বৃটিছৰ বিৰুদ্ধে আন্দোলন কৰি— ১ লাখ মানুহ মৰাৰ দৃঢ়তা দেখুৱা হেতেন--- বৃটিছে এইদেশ এৰি গুচি যাব লগীয়া হল হেতেন। দুৰ্ভাগ্যবশতঃ কোনেও আন্দোলন নকৰিলে— আৰু দুৰ্ভিক্ষৰ ওচৰত যেন আত্মসমৰ্পণ কৰিলে, মৃত্যুবৰণকে স্বীকাৰ কৰি ললে।

বঙ্গদুৰ্ভিক্ষৰ সময়ত অসমতো তাৰ যথেষ্ট প্ৰভাৱ পৰিছিল। সেই সময়ত প্ৰতিমোণ ধানৰ মূল্য ৪/৬ টকা আছিল ; অসমত পোৱাটোও কঠিন আছিল। কিন্তু কামৰূপ, গোৱালপাৰা আদি জিলা বঙ্গদেশৰ ওচৰৰ হোৱা হেতুকে অসমৰ এদল ব্যৱসায়ীয়ে কম মূল্যত ধান কিনি মনে মনে বঙ্গদেশত ১৮/২০ টকাত বিক্ৰী কৰি লাভবান হৈছিল। ধান কঢ়িয়াই নিয়াৰ কাৰণে গাড়ীবোৰ বন্ধ কৰাত অৱশেষত নদী আৰু নৌকাৰে ধান নিছিল।

অসমৰ মানুহৰ আৰ্থিক অৱস্থালৈ লক্ষ্য ৰাখি আমি কমৰেড গোকুল মেধিৰ নামত এখন গোহাৰি পত্ৰ চপাই দিছিলো আৰু ৰাইজলৈ আবেদন জনাইছিলো— ব্যৱসায়ীৰ ওচৰত ধান বিক্ৰী নকৰিবলৈ, আৰু ব্যৱসায়ী সকললৈ অনুৰোধ জনাইছিলো অসমৰ ধান বাহিৰলৈ নিবলৈ যাতে ধান খৰিদ কৰা নহয়। এই কাৰ্য্য সফল কৰিবলৈ ঠায়ে ঠায়ে গোপনে স্বেচ্ছাসেবক নিয়োগ কৰিছিলো।

সেই সময়ত যিবিলাক মানুহৰ ভড়ালত বেচি পৰিমানৰ ধান জমাই থোৱা আছিল—সেই ভড়ালত গিৰিহতৰ খাবৰ জোখাৰে ধান ৰাখি—উদ্বৃত ধান আমি উলিয়াই নিছিলো, আৰু অভাবগ্ৰস্ত ৰাইজৰ মাজত ৬/৭ টকাত বিক্ৰী কৰি দি—মূল্যৰ টকাটো গিৰি-হতক ঘূৰাই দিছিলো।

ধান-ব্যৱসায়ী সকলৰ ধানৰ গাড়ী, আৰু নদীৰে ধান কঢ়িয়াই নিয়া নাওবোৰ জব্দ কৰিছিলো—জব্দ কৰা ধানবোৰ দুখীয়া অভাব-গ্ৰস্ত মানুহৰ মাজত বিক্ৰি কৰি দি—মূল্যৰ টকাখিনি গিৰিহতক ঘূৰাই দিছিলো।

আমাৰ এনে কাৰ্য্যই সাধাৰণ মানুহৰ মাজত আলোড়ণৰ সৃষ্টি কৰিছিল; আৰু কিছুমান ঠাইত স্থানীয় মানুহে নিজে নিজে এনে ব্যৱস্থা গ্ৰহণ কৰি—দেশৰ জনসাধাৰণক আসন্ন দুৰ্ভিক্ষৰ পৰা ৰক্ষা কৰিছিল।

আমাৰ আন্দোলনৰ বিৰুদ্ধে এচাম ব্যৱসায়ীয়ে পুলিছৰ সাহায্য বিচাৰিছিল, আৰু পুলিছ থানাত আমাৰ বহুতৰ বিৰুদ্ধে মোকৰ্দ্দমা ৰেজিষ্টাৰ হৈছিল।

এনে আন্দোলনৰ মাজতেই কমৰেড উপেন বৰ্মনক পুলিছে গ্ৰেপ্তাৰ কৰি জেললৈ নিছিল।

## সাহপুৰ ঘাটৰ ঘটনা

এদিন ৰাতি শ্ৰীসন্ধি সেন ডেকাৰ বিচনাত শুই থাকোতে ১১টা মান বজাত উপেন বৰ্মন আৰু ৺হেমন্ত বৰ্মনে খবৰ দিলে যে বুঢ়া দিয়া নদীৰে ৰাতিৰ ভিতৰতে এদল বেপাৰীয়ে চোৰাংভাবে ধান নিয়াৰ ব্যৱস্থা কৰিছে আৰু আমি বাধা দিব লাগে। এদল স্বেচ্ছাসেৱক সহ তেওঁলোকক যাবলৈ পৰামৰ্শ দিলো। ঢলপুৰাতে আহি খবৰ দিলে যে কেইখনমান নাওভৰ্ত্তি ধান জব্দ কৰিলে

মালিক সকল পলাল, আৰু ধানবোৰ অভাৱগ্ৰস্ত ৰাইজৰ মাজত বিক্ৰী কৰি দিয়া হল।

তাৰ দুদিনমান পিছত আমাৰ দলৰ স্বেচ্ছাসেৱক বসন্ত পাটোৱাৰী ও তেওঁৰ দেউতাকে কাপোৰৰ দোকানখন লৈ সাহপুৰ বজাৰলৈ বিক্ৰী কৰিবলৈ যাওতে—উক্ত ধান জব্দ কৰা ঘটনাৰ লগত জড়িত থকা কাৰণে তেওঁলোকক মাৰপিত কৰি—কাপোৰৰ ভাৰখন কাঢ়ি ৰখা হল।

আমিও স্থিৰ কৰিলো—আক্ৰমনকাৰী সকলৰ দোকান আক্ৰমণ কৰিবলৈ। প্ৰায় ৪০ জনমান স্বেচ্ছাসেৱকে দলবান্ধি ৰাতি প্ৰায় ২টা মান বজাত সাহপুৰ বজাৰৰ দোকানবোৰ ঘেৰি ধৰিলো। প্ৰতিখন দোকানৰ দুৱাৰ মুখতে ৩/৪ জনকৈ স্বেচ্ছাসেৱকক লাঠি সহ প্ৰস্তুতকৈ ৰখা হল। স্বেচ্ছাসেৱকক আক্ৰমণ কৰা দোকানৰ দুৱাৰখন বৰকুঠাৰেৰে ভাঙি পেলোৱা হল—দোকানত থকা কাপোৰ বোৰ লৈ অহা হল।

দোকানীৰ চিঞৰত—ওচৰৰ মানুহ আহিব খুজিছিল—কিন্তু দুৱাৰ মুখত থাকি স্বেচ্ছাসেৱক সকলে উচ্চাৰণ কৰা সাৱধাণ বাণীৰ ভয়ত ঘৰৰ পৰা নোলাল। ৰাতি পুৱাও পুৱাও হল—আৰু আমি ঘটনাৰ ঠাইৰ পৰা বিজয় গৌৰবেৰে উভটিলো। অনা কানি-কাপোৰ বোৰ পাটোৱাৰী পৰিয়ালক দিয়া হল।

এই প্ৰতিশোধাত্মক ঘটনাৰ পিছত স্বেচ্ছাসেৱক সকলৰ বিৰুদ্ধে আক্ৰমণ কৰা ঘটনা বন্ধ হল। শক্তি প্ৰকাশৰ নীতিৰ ওচৰত মানুহে ভয়খোৱাটো স্বাভাবিক।

পুলিছ থানাত কেছ ৰেজিষ্টাৰ হল। কিন্তু এজন স্বেচ্ছাসেৱককো গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে, নাইবা অনা বস্তু উদ্ধাৰ কৰিব নোৱাৰিলে। সাধাৰণ মানুহৰ শ্ৰদ্ধা, ভয় আৰু সমৰ্থন বাঢ়িল।

## সশস্ত্ৰ পুলিছ্‌ বাহিনীৰ অভিযান

আনি ৬টা বন্দুক হাতকৰি, নিৰাপদ ঠাইত ৰখাৰ ব্যৱস্থা কৰিলো। বন্দুক সংগ্ৰহ অভিযান বঢ়োৱাৰ কথা ভাবিলো। ইতিমধ্যে ধমধমাৰ কাষস্থ শান্তিপুৰ—মহিনাৰ পৰা হৰকান্তই খবৰ দিলে যে তেওঁলোকৰ গাৱত কেইটামান বন্দুক আছে—সেইকেইটা সহজে আনিব পাৰি।

৺খগেন সেন ডেকা, ৺চণ্ডী মেনা, ৺হেমন্ত বৰ্মন সহ শান্তিপুৰ/মহিনালৈ যাত্ৰা কৰিলো—যাওতে এৰাতি বালিজাৰত কটালো। পিচদিনা মহিনা শান্তিপুৰ পাই দুৰাতি তাত কটালো। খবৰ পালো যে সেই অঞ্চলৰ বন্দুকবোৰ পুলিছে ইতিমধ্যে লৈ গৈছে। এজন মানুহ গৈ খবৰ দিলে যে তিনিদিন জুৰি—পশ্চিম নলবাৰীৰ সমগ্ৰ অঞ্চলটোত সশস্ত্ৰ পুলিছ বাহিনীৰ অভিযান চলিছে। কেবা হেজাৰ সশস্ত্ৰবাহিনীৰ লোকে ৰাতিতে আহি বহুকেইখন গাৱৰ কেন্দ্ৰস্থল বিলাকত কেম্প পাতিছে আৰু বন্দুক বিচাৰি আৰু হেনো আমালোকক বিচাৰি তহিলং কৰিছে। গতিকে তেওঁলোক থাকে মানে সেই অঞ্চললৈ যাব নেলাগে।

পিছদিনা স্থিৰ কৰিলো পুলিছ অভিযান হোৱা ঠাইলৈ নগলে মানুহে ভয়খাব আৰু ভুল বুজিব পাৰে। ৺হেমন্তক লগত লৈ গাৱলীয়া খেতিয়কৰ দৰে পোছাক পৰিধান কৰি—পথৰুৱা ও আও-হতীয়া ঠাই চাই-চিতি ঘুৰি ঘুৰি আহি বেলশৰ পালো। মানুহবোৰে আমাক দেখি উত্ৰাবল হল—কোনো কোনোৱে আহি সাবতি ধৰিলে। কলে ঢলপুৰাতে পুলিছ সকল গুচি গৈছে বুলি। খবৰ পালো কৈঠালকুছি, চামটা, বেলশৰ আৰু পানীগাওঁ অঞ্চলৰ কেবাজনো লোকক ধৰি নিছে—বন্দুক কিন্তু উদ্ধাৰ কৰিব নোৱাৰিলে। মোক পাৰ্টীয়ে মাজতে দিয়া ৰিভলভাৰটো বিধবা জেঠীমাক ৰাখিবলৈ দি গৈছিলো—সেইটোও পুলিছে নেপালে। বুঢ়ীয়ে হেনো ৰিভলভাৰটো গাতেই লুকাই ৰাখিছিল। শ্ৰীভাৎত সেন ডেকাৰ ভড়াল

ঘৰত ৰখা বন্দুকৰ গুলি কেইটাৰ টোপোলাটো তেওঁৰ মাক ৺তাৰা দেৱীয়ে মেখেলাৰ তলত বুকুৰ মাজত সুমুৱাই ৰাখি ৰক্ষা কৰিছিল। পুলিচে অভিযানত একোকেই নেপালে।

## পুনৰ গ্ৰেপ্তাৰ

আন্দোলন থামি যোৱাত 'আই-এ' পৰীক্ষাটো দিম বুলি সংস্কৃতৰ অধ্যাপক ( কটন কলেজৰ ) ৺জীবেশ্বৰ শৰ্মা ডাঙৰীয়াৰ ঘৰলৈ গৈ আলোচনা কৰি ঘূৰি আহোঁতে পানবজাৰত আমাৰ দলৰ তেতিয়াৰ সক্ৰিয় কৰ্মী ৺ভুবনেশ্বৰ পাটোৱাৰীয়ে মোক লগ ধৰিলে। তেওঁৰপৰা জানিলো যে বেলশৰৰ কমাৰপাৰা চুবাৰ ৺উদয় বৰ্মনৰ ঘৰত ডাঃ সৰ্ব্বেশ্বৰ ডেকা ডাক্তাৰৰ ঘৰৰপৰা প্ৰথমে অনা বন্দুকটো পুলিচে জব্দ কৰিছে আৰু ৺উদয়ক গ্ৰেপ্তাৰ কৰিছে। গাওঁৰ মানুহ বিলাক বিহ্বল হৈ আছে—গতিকে গাওঁলৈ যাব লাগে। খবৰটো কমৰেড হৰিদাস ডেকা ও তেওঁৰ দেউতাক এড্‌ভোকেট ৺হাবিৰাম ডেকাক দি ব্ৰহ্মপুত্ৰৰ নাৱলৈ খোজ লওঁতেই কমাৰপট্টিৰ গীৰ্জাৰ কাষত পুলিচ দুজনে গৈ থানাৰ ওচিয়ে মাতিছে বুলি মোক পানবজাৰ থানালৈ লৈ আহিল। উদ্ধাৰ হোৱা বন্দুকটো টেবিলত ৰাখি থানাৰ ওচিয়ে প্ৰশ্ন কৰিলে—বন্দুকটো চিনি পাইছো নে নাই বুলি। নিচিনো বুলি কোৱাত তেওঁ খুব ক্ৰুদ্ধ হল আৰু বেয়া ভাষা প্ৰয়োগ কৰিলে। লকাপত সুমুৱাই ৰাখিলে। মাজে মাজে দু-এজন পুলিচ অফিছাৰ আহি কিছুমান প্ৰশ্ন কৰে—নেতি-বাচক উত্তৰ পাই গুচি যায়। লকাপত ৰখা সময়ত মোৰ ধাৰণা হৈছিল যে পুলিচে মোক নিৰ্য্যাতন মাৰপিত, অত্যাচাৰ কৰিব। ওচৰৰ লকাপত থকা সকলক মোৰ সমুখতেই মাৰপিত কৰা দেখিছিলো। তেতিয়া নিজৰ সাহসৰ কাৰণে " সাহস নেহেৰুৱাবা " —এই গানটো মনে মনে আওৰাই সান্ত্বনা লভি আছিলো।

দুদিন লকাপত ৰখাৰ পিছত মোক জেললৈ পঠিয়ালে। অৱশেষত মাৰপিতৰ পৰা ৰক্ষা পৰিলো। জেললৈ পঠিওৱাত স্বস্তিৰ নিশ্বাস কাঢ়িলো।

জেলত তেতিয়া বহু কংগ্ৰেছ নেতা। আমাৰ দলৰ গোবিন্দ কলিতা, দেবেন কলিতা, কুশল কোঁৱৰৰ লগত ফাঁচীৰ হুকুম পোৱা—পিছত ১০ বছৰ জেলৰ হুকুম হোৱা ৺ধৰ্মকান্ত ডেকা, ৺জগদীশ মেধি, ৰবীন নবীশ, শিল্পী—৺ব্ৰজশৰ্মা আদি কেবাজনো নেতাক ও কৰ্মীক লগ পালো। ঘৰে নোজোৰে কাৰণে প্ৰকাণ্ড প্ৰকাণ্ড অস্থায়ী ঘৰ সাজি শ শ ৰাজনৈতিক বন্দীক ৰখা হৈছে। জেললৈ আহি এই নেতা ও কৰ্মী সকলৰ স্নেহ ও মৰম পাই নিজকে পাহৰি গলো।

৺উদয় বৰ্মণক বেলেগে ছেলত ৰাখিছিল। লগ ধৰিলো। আমি তেওঁক কেদিনমান আগতে এদিন ৰাতি এই বন্দুকটো কেদিমানৰ কাৰণে তেওঁৰ ঘৰৰ বাৰান্দা আৰু মূল চালখনৰ সংযোগ স্থলত খেৰৰ আঁৰত ৰাখিবলৈ পৰামৰ্শ দিখিলো। সেইদৰে ৰখাৰ পিছত এদিন বন্দুকটো তাৰ পৰা উলিয়াই আনি শোৱা চালপিৰা খনৰ চৌকাঠৰ ভিতৰফালে—গজালমাৰি সেই গজালৰ লগত মানুহে নেদেখাকৈ বান্ধি ৰাখে। নতুনকৈ বিয়া কৰোৱা ঘৈনীয়েকক কথাটো জনায় ও বন্দুকটো দেখুৱায়। ঘৈনীয়েকৰ মাকৰ ঘৰ চামটাত, গন্ধিয়াৰ কাষত। মাকৰ ঘৰলৈ যাওতে ঘৈনীয়েকে মাকৰ ঘৰত কথাটো বিশ্বাসতে উলিয়ায়। বিশ্বাস আৰু কত থাকে। মাকহঁতে আলোচনা কৰোতে গন্ধিয়া গাৱঁৰ চৰকাৰী গুপ্তচৰ বাহিনীয়ে কথাটো গম পায়, আৰু উদয়ৰ ঘৰ তালাছ কৰে। বন্দুক বিচাৰি নেপাই তালাছী পুলিছ ওলাই আহিছিল। ৺উদয়ৰ মাকে হেনো কলে—'চুৰা বিচনা—ষুচুবি।" কোনোবা পুলিছে খঙতে বিচনাখনত

গোৰমাৰি দিলে আৰু লগে লগে ঝন্‌ঝননী শব্দ উঠিল। বন্দুকটো পালে—চালপিৰা সহ বন্দুকটো লৈ আহিল,—৺উদয়ক গ্ৰেপ্তাৰ কৰিলে।

প্ৰায় ২ বছৰ জুৰি মোকৰ্দ্দমা চলিল। তেতিয়া বেলশৰ গাৱঁৰ মানুহবোৰ এজন মানুহৰ দৰে ঐক্যবদ্ধ আছিল। বহু কথা জানিও কাকো নকৈছিল। সাক্ষীবিলাকে সাক্ষ্য দিওতে মিছা-কথা কলে,—সাক্ষ্যৰ দ্বাৰা প্ৰমাণ নহল যে বন্দুকটো ৺উদয়ৰ ঘৰত ওলাইছিল। আমি অবশেষত দুবছৰৰ মূৰত ৰাইজৰ সাহায্যত খালাছ পালো।

## ডিমাপুৰত বোমা বৰ্ষণ
## আৰু
## আমাৰ সক্ৰিয়তা

তাৰিখ মনত নাই। ডিমাপুৰত জাপানে আৰু আই.এন.এ. বাহিনীয়ে বোমা-বৰ্ষণ কৰা বুলি শুনিলো। আমি ধৰি লৈছিলো যে জাপানৰ আক্ৰমণ মানে নেতাজীৰ নেতৃত্বত পৰিচালিত আই.এন.এ. বাহিণীৰ আক্ৰমণ। গতিকে আমাৰ উৎসাহ উদ্দীপনাৰ সীমা নাই। আমি কটনত পঢ়া কেবাজনো ল'ৰা গুৱাহাটীৰ পৰা ওলাই গলো—এই সম্বন্ধে জনসাধাৰণক সচেতন কৰাৰ বাবে আৰু সম্ভবপৰ সকলো ধৰণে সংগঠিত কৈ ৰখাৰ কাৰণে। মই শ্ৰীচন্দ্ৰ ঠাকুৰীয়াক লগত লৈ উত্তৰ কামৰূপৰ ফালে যাত্ৰা কৰিলো। ৰঙিয়াত শ্ৰীকামিনী শৰ্মাৰ লগত—তেওঁৰ লগৰীয়া শালৈ, কলিতা আদিক লগত লৈ আলোচনা কৰিলো। তেওঁলোকে কলে, এই সম্বন্ধে এখন গোহাৰি পত্ৰ চপালে ভাল হয় বুলি। কিন্তু আমাৰ হাতত পইছা নাই। চন্দ্ৰৰ হাতত পিন্ধা সোণৰ আঙুঠিটো সানেকুছিৰ চৌধুৰী উপাধীৰ কংগ্ৰেছী এজনৰ ওচৰত মাত্ৰ ১০ টকাতে বন্ধক দি—তেওঁৰ পৰা ১০ টকা লৈ গোহাৰিপত্ৰ চপোৱাৰ উদ্দেশ্যে যাত্ৰা কৰিলো। নলবাৰী চহৰত

তেতিয়া ২টা মাথোন প্ৰেছ। চপাব নোৱাৰিলো। তেতিয়া ' কামৰূপ প্ৰেছৰ ' মালিক ৺প্ৰতাপ তালুকদাৰে—যুদ্ধৰ আক্ৰমণৰ আশঙ্কাত তেওঁৰ প্ৰেছটো গুৱাহাটীৰ পৰা উপৰবৰভাগ মৌজাৰ উলুবাৰী গাৱঁলৈ উঠাই আনিছিল। দেশপ্ৰেমী, সাহসী আৰু স্পষ্টবাদী তালুকদাৰৰ লগত মোৰ ব্যক্তিগত পৰিচয় আছিল। অবশেষত তালুকদাৰৰ ঘৰ পালো। তেখেতক কথাটো কোৱাত ড্ৰাফ এটা কৰি দিবলৈ কলে—মই ড্ৰাফটো বনাই দিলো। খোৱা-বোৱাৰ সকলো প্ৰকাৰৰ ব্যৱস্থা কৰি দি—তেখেতে নিজহাতে আখৰ বাচি—২ ঘণ্টাৰ ভিতৰতে বুলেটিন খন চপাই দিলে। পৰম উৎসাহেৰে আমি বেলশৰ পালো। তেতিয়া ঘৰৰ লগত মোৰ সম্বন্ধ কঠুৱা আছিল।

পিছদিনা পুৱাবেলাৰ পৰা মোৰ জ্বৰ। কঠিন জ্বৰ। প্ৰায় ২০/২৫ দিন ভুগিলো। ৺হেমন্ত বৰ্মন, চণ্ডী বৰ্মন, ভুৱে পাটোৱাৰী ৺হৰেন্দ্ৰ সেন ডেকা, ৺হুমে সেন ডেকা, ৺বিষ্ণু সেন ডেকা—আদিয়ে মোক যথেষ্ট পৰিচৰ্য্যা আৰু চিকিৎসাৰ বাবে সহায় সাহায্য দিলে। তেখেত সকলে কবিৰাজ আনি ঔষধ-পাতিৰ মূল্যও দিলে। তেতিয়া বাহিৰা চৰাঘৰত মোৰ স্থান। ঘৰৰ ব্যৱহাৰ তিক্ত। এদিন দেখিলো—মোৰ বাইদেউ শ্ৰীযুতা ৰামেশ্বৰী বৰ্মন, আৰু পৰিচৰ্য্যাকাৰী সকলে মোৰ ওচৰত হুৰাওৱাৰে কান্দি আছে। কিয় কান্দিছে সোধাত কোনেও একো নকলে—মাত্ৰ কন্দা বন্ধকৰি কলে—"জ্ঞান আহিছে।" পিছত গম পালো,—মই হেনো কিছু সময় মৰি আছিলো—আৰু মৰা কাৰণে তেওঁলোকে কান্দিছিল।

অলপ ভাল পোৱাত কমৰেড উপেন দাসে গুৱাহাটীলৈ লৈ গল—শিলপুখুৰী পাৰৰ ওচৰৰ ৺লোকনাথ বৰুৱাৰ ঘৰত মোক ৰাখিলে। কিন্তু তাত থাকিলে খোৱা-লোৱাৰ খৰছৰ ব্যৱস্থা নাছিল। কিবা এটা কৰিবৰ মন গল।

## সাদিনীয়া অসমীয়াত সহকাৰী সম্পাদনা

উজান বজাৰৰ কামৰূপ একাডেমীৰ পশ্চিম-উত্তৰ ফালে ৺তৰুণ আগৰৱালাৰ ঘৰ। তেওঁৰ ঘৰতেই সাদিনীয়া অসমীয়াৰ তেতিয়াৰ সম্পাদক ৺জ্যোতিপ্ৰসাদ আগৰৱালাদেৱ আছিল। 'অসমীয়াৰ' কাৰণে এজন সহকাৰী সম্পাদক লাগে। ৺উপেন দাসৰ লগত তেওঁলোকৰ পৰিচিতি আছিল। মোক নি পৰিচয় কৰাই দিলে। জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে 'যুগান্তৰ' কাকতৰ কপি এটা মোক দিলে—আৰু ৺প্ৰফুল্ল ঘোষৰ মৃত্যুৰ খবৰটো যুগান্তৰৰ পৰা অসমীয়ালৈ অনুবাদ কৰিব দিলে। বঙালী ভাষাত মোৰ কিছু জ্ঞান আছিল—ততালিকে অনুবাদ কৰি দিলো। মোৰ অনুবাদত সন্তুষ্ট হৈ আগৰৱালাদেৱে তাতেই মোক সহকাৰী সম্পাদকৰ পদত মকৰল কৰিলে, আৰু পিচদিনাৰ পৰাই—সাদিনীয়া অসমীয়াৰ কাৰ্য্যালয়—নিউপ্ৰেছ অফিছত যোগদান কৰিলো। মোৰ দৰমহা ৫০, টকানে ৬০, টকা আছিল পাহৰিছো।

দুমাহমান আগৰৱালাদেৱৰ লগত কাম কৰাৰ পিছত অসুখৰ কাৰণে ছুটিলৈ তেখেতে তেজপুৰ গালেগৈ। যোৱাৰ সময়ত দিহা পৰামৰ্শ দিলে, আৰু কৈ গল যে সম্পাদকীয় বিলাক পাৰিলে তেখেতেই লিখি পঠিৱাব; নোৱাৰিলে মোকেই লিখিব কলে। কিন্তু ছপাৰ আগত ত্যাগবীৰ হেমবৰুৱা দেৱক দেখুৱাই লবলৈ কলে। তেতিয়া ত্যাগবীৰ বৰুৱাদেৱ—উজানবজাৰৰ ব্ৰহ্মপুত্ৰ নৈৰ পাৰৰ ফালে ডাঃ ভুবনেশ্বৰ বৰুৱা দেৱৰ ঘৰতে আছিল।

ডাঃ ভুবনেশ্বৰ বৰুৱা দেৱ সেই সময়ৰ এজন বিখ্যাত ডাক্তৰ আছিল। ডেকা লৰা বিলাকে অসুখ দেখুৱাব গলে— বেচিভাগ ক্ষেত্ৰতেই তেখেতে ঔষধ নিদিছিল। যাক যেনে পৰামৰ্শ দিয়া প্ৰয়োজন তেনে পৰামৰ্শ দি ওভতাই পঠিয়াইছিল। খুব কম ডেকা

মানুহৰহে তেখেতে ফিজ গ্ৰহণ কৰিছিল। বহুতো সময়ত ডাঃ বৰুৱাদেবৰ উপদেশমূলক ধমকনি খাই বহুতো ৰোগী আৰোগ্য লাভ কৰিছিল। এই মানুহজন আছিল— অতি উদাৰ, খোলা মনৰ, বহল দৃষ্টিভঙ্গীৰ দেশপ্ৰেমিক। কংগ্ৰেছৰ উপৰিও অন্যান্য দলৰ লোককো তেখেতে সহায় সাহায্য দিছিল। বৃটিছৰ বিৰুদ্ধে সংগ্ৰামত একনিষ্ঠ, কৰ্ত্তব্যপৰায়ণ নেতা হিচাবে ডাঃ বৰুৱাৰ অবদান চিৰপূজ্য হৈ থাকিব।

মাজে মাজে ডঃ বৰুৱা দেবৰ ঘৰলৈ যাও। ত্যাগবীৰক লগ পাও। অন্যান্য নেতা সকলো প্ৰায়ে আহি থাকে। তালৈ গলে প্ৰেৰণা আৰু উৎসাহ পোৱা হয়।

ত্যাগবীৰ অবিবাহিত লোক। কংগ্ৰেছৰ সেই সময়ৰ তেখেতেই মগজু বুলি মানুহৰ ধাৰণা আছিল। তেখেতক লোকে ত্যাগবীৰ বুলিয়েই জানিছিল। সীমাহীন দেশপ্ৰেম আৰু ত্যাগৰ আদৰ্শেৰে এইজনা নেতাই দেশৰ সেৱা কৰিছিল। আমালোক বিৰোধী ৰাজনৈতিক দলৰ লোক হলেও— এই দুয়োজন নেতাৰ প্ৰতি আমাৰ শ্ৰদ্ধাৰ অভাৱ নাছিল।

সেই সময়ত নিউপ্ৰেছত ৺সোনাৰাম বেজ আৰু কেবাজনো নামজ্বলা লোকে কাম কৰিছিল।

৺অম্বিকাগিৰি ৰায় চৌধুৰী দেব মাজে মাজে "অসমীয়াৰ" অফিছলৈ গৈ থাকে। তেখেতে সম্পাদন কৰা "ডেকা-অসম" খনৰ প্ৰকাশ অনিয়মীয়া আছিল। নিজে লিখে, নিজে আখৰ বাছে, কম্পোজ কৰে, প্ৰেছতো নিজেই চপায়। ইফালে তেখেতৰ আৰ্থিক অৱস্থাও ভাল নহয়। তাৰ মাজেদিয়েই অনিয়মীয়াকৈ হলেওঁ 'ডেকা অসম'খন জীয়াই ৰাখিছিল আৰু মানুহক প্ৰেৰণা যোগইছিল। ৺ৰায় চৌধুৰী দেবৰ লিখনিবোৰ কেন্দ্ৰ কৰিছিল অসমীয়া জাতি সত্বাৰ আত্মৰক্ষা, অসমীয়া ভাষাৰ সংৰক্ষণ ও বৃদ্ধি, অসমীয়া সংস্কৃতিৰ

বিকাশ। তেখেতে "অসমীয়া"ৰ অফিছলৈ যায়— বিবৃতি আদি কাকতত দিয়াৰ কাৰণে—আৰু এইভাবেই তেখেতৰ লগত মোৰ সংযোজনা ঘটে। অসমীয়াত ৬ মাহ মান কাম কৰিলো। পিছত শ্ৰীদেবকান্ত বৰুৱা দেবে সম্পাদকৰ দায়ীত্ব লৈ আহিল। তেখেতৰ লগত ২ মাহ মান কাম কৰি বিদায় ললো। দেবকান্ত বৰুৱা দেবৰ লগত কাম কৰি থাকোতেই এদিন এজন লোকক-সন্দেহযুক্ত অবস্থাত আমাৰ মেছলৈ আনিলে। পিছত জানিলো এখেত বিখ্যাত সমাজবাদী নেতা গোলাঘাটৰ—৺শঙ্কৰ চন্দ্ৰ বৰুৱা।

## বিশ্ববিদ্যালয় সংখ্যা বাঁহী ও অসমীয়া

সেই সময়ত অসমত দৈনিক বাতৰি নাছিল। গুৱাহাটীৰ পৰা ওলোৱা কাকতৰ ভিতৰত অসমীয়া খনেই মূখ্য আছিল। বাঁহীখন কলিকতাৰ "ৰাছা-ৰোডৰ" পৰা প্ৰকাশিত হৈছিল। কাকতখন নিয়মীয়া নাছিল। সেই সময়ত বাঁহীৰ সম্পাদনাত আছিল ৺মাধব বেজবৰুৱা। বাঁহীয়ে বিশ্ববিদ্যালয় সংখ্যা এটা প্ৰকাশ কৰি প্ৰতীয়মান কৰিবলৈ যত্ন কৰিছে যে অসমত এটা স্বকীয়া বিশ্ববিদ্যালয়ৰ প্ৰয়োজন। তেতিয়ালৈ অসমত বিশ্ববিদ্যালয় স্থাপন হোৱা নাছিল। এই বিশেষ সংখ্যাৰ এটা কপি 'অসমীয়া' অফিছলৈ পঠিয়ায়, লগতে এখন চিঠি লিখিছিল—"অসমীয়াৰো" এটা বিশেষ সংখ্যা প্ৰকাশৰ কাৰণে। চিঠি ও কাগজখন পাই ভাল লাগিল। পৰামৰ্শ বিচাৰি চিঠি ও বাঁহীৰ বিশেষ সংখ্যাটো ৺জোতিপ্ৰসাদ আগৰৱালা দেবৰ তেজপুৰৰ ঠিকনালৈ পঠিৱাই দিলো। কেদিনমানৰ ভিতৰতেই অগ্ৰৱালা দেবে চিঠিৰে পৰামৰ্শ দিলে অসমীয়াৰো এটা বিশেষ সংখ্যা প্ৰকাশৰ কাৰণে—আৰু কোন কোন মানুহৰপৰা প্ৰবন্ধ বিচৰা উছিত হব তেখেত সকলৰ লিষ্ট এখনো দি পঠিয়ালে। আমাৰ অনুৰোধ অনুসাৰে ৺তুলশীনাথ শৰ্মা,

৺মহাদেব শৰ্মা, ৺হেৰাছতুল্লা, ৺অম্বিকাগিৰি ৰায় চৌধুৰী ৺কেদাৰ নাথ গোস্বামী আদি কেবাজনেও প্ৰবন্ধ পঠিৱালে।

আগ্ৰৱালা দেবৰ পৰামৰ্শ অনুসাৰে মাননীয় ৺গোপীনাথ বৰদলৈ দেবকো প্ৰবন্ধৰ কাৰণে গৈ অনুৰোধ জনালো। তেখেতে বৰ ৰূঢ় স্বৰত কলে যে এতিয়া বিশ্ববিদ্যালয় নহয়, "আগে স্বাধীনতা, তাৰ পিছতহে বিশ্ববিদ্যালয়"। তেখেতে কোনো প্ৰকাৰৰ প্ৰবন্ধ নিদিলে। তেখেতৰ ব্যবহাৰত ময়ো ক্ষুব্ধ হলো। তেখেতক নামধৰি সমালোচনা নকৰি—"আগে স্বাধীনতা নে বিশ্ববিদ্যালয়" নামাকৰণেৰে বিশ্ববিদ্যালয়ৰ বিশেষ সংখ্যা অসমীয়াতে মোৰ নিজৰ নামতে এটা প্ৰবন্ধ চপালো। বৰদলৈ দেবৰ নাম উল্লেখ নকৰি—তেখেতে প্ৰকাশ কৰা চিন্তাধাৰাটোৰ সমালোচনা কৰিলো।

পিছে, সুখৰ কথা যে অসমৰ ছাত্ৰ আৰু শিক্ষিত সমাজত বিশ্ববিদ্যালয় সংখ্যা—'অসমীয়াই' যথেষ্ট ৰকমে প্ৰভাব পেলালে। বৰ্ত্তমানৰ নবীন বৰদলৈ হল (আগৰ কাৰ্জন হল) প্ৰাঙ্গণত প্ৰাদেশিক ছাত্ৰ ফেডাৰেশ্যনৰ নামত একাধিক ৰাজহুৱা সভা পতা হল—গুৱাহাটী চহৰৰ অসমীয়া শিক্ষিত লোকৰ এটা ডাঙৰ অংশই বিশ্ববিদ্যালয় লাগে বুলি দাবী আৰম্ভ কৰিলে। ৰাইজৰ মাজত আলোড়ন সৃষ্টি কৰাৰ বাবে আৰু সমৰ্থন লাভৰ বাবে অসমৰ বিভিন্ন ঠাইত ছাত্ৰ নেতা সকলে সভাসমিতি পাতিলে; টকা-পইছা তোলাৰো আৰম্ভণ হল। অবশেষত এখন বিশ্ববিদ্যালয় স্থাপনৰ বাবে ট্ৰাষ্টবোৰ্ড গঠন হল, আৰু ৺গোপীনাথ বৰদলৈ দেব সেই ট্ৰাষ্টৰ সভাপতি নিৰ্ব্বাচিত হল। এয়েই গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ গুৰিৰ কথা। ইয়াৰ আগেয়ে কলিকতা বিশ্ববিদ্যালয়েই অসমৰো বিশ্ববিদ্যালয় আছিল। কলিকতা বিশ্ববিদ্যালয়ত যুক্ত হৈ থাকোতেই আমালোকে মেট্ৰিক আই-এ, আৰু বিএ, পৰীক্ষাত উত্তীৰ্ণ হৈছিলো।

## প্ৰাদেশিক ছাত্ৰ সন্মিলনৰ সংগঠনত

'জনযুদ্ধ' সমৰ্থন কৰাৰ পিছত অসম ছাত্ৰ সন্মিলনৰ ভাবমূৰ্ত্তি একেবাৰে কমি গল—সীমাবদ্ধ কেইটামান ঠাইৰ বাহিৰে বেচিভাগ ছাত্ৰই তেওঁলোকক প্ৰত্যাখ্যান কৰিলে। গতিকে প্ৰাদেশিক ছাত্ৰ সন্মিলনে—সাম্ৰাজ্যবাদ বিৰোধী সংগঠন হিচাবে অসম প্ৰদেশত ব্যাপক হাৰত সমৰ্থন পালে।

১৯৪৪ চন মানত কামৰূপ জিলাৰ বাৰ্ষিক সন্মিলন নলবাৰীত আহ্বান কৰা হল। বিশিষ্ট অধ্যাপক পদ্মেশ্বৰ গগৈ আৰু খগেন বৰবৰুৱা উপস্থিত আছিল। ট্ৰেইন আৰু হাতবজাৰত টেমা-ভিক্ষা কৰি খৰছৰ টকা সংগ্ৰহ কৰা হৈছিল—নলবাৰী চহৰৰ ব্যৱসায়ী সকলেও সহায় কৰিছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি উপেন দত্ত,—মই, দেবেন কলিতা, চিত্ত পাটোৱাৰী, গায়ক জমিৰুদ্দিন আহমেদ, অৰুণ দাস, হৰিমোহন দাস, দেবেনশীল, ৰামেশ্বৰ কলিতা, জ্ঞানেন্দ্ৰমল্ল বৰুৱা আদিয়ে মিলি প্ৰায় ১মাহ কাল জুৰি সংগঠন কৰিলো। ৺হৰিনাৰায়ণ দত্তবৰুৱা দেৱে কাগজ চপাই দিলে বিনাখৰছে—নগদ টকাও দিলে। বৰ্ত্তমানৰ নলবাৰী হস্পিটেলৰ বিচনা-যুক্ত ডাঙৰ ওৱাৰ্ডটো তেতিয়া আধাবন্ধা হৈ আছিল। এই আধাবন্ধা ঘৰটোকে কেন্দ্ৰকৰি—ঘৰৰ সমুখত মুলসভাৰ পেণ্ডেল তৈয়াৰ হল। দুদিনীয়া সন্মিলন। কামৰূপ জিলাৰ প্ৰায় স্কুলৰেই ছাত্ৰ-প্ৰতিনিধি যোগ দিলে। বৰপেটা চহৰৰ পৰা গোকুল পাঠকৰ নেতৃত্বত ডাঙৰ দল এটাই সন্মিলনত অংশ গ্ৰহণ কৰি—সৌষ্ঠৱ বঢ়ালে।

এই সন্মিলনত শিক্ষা ব্যৱস্থাৰ মৌলিক পৰিবৰ্ত্তণ দাবী কৰা হল, দাবী কৰা হল ৰাজনৈতিক বন্দীসকলৰ বিনা সৰ্ত্তে মুক্তি,—আৰু ভাৰতৰ পৰা বৃটিছ শাসনৰ অবসান।

প্ৰায় ৭ হেজাৰৰ পৰা ১০ হেজাৰলোকে মুকলি অধিবেশনত

যোগ দিছিল। এইখনেই নলবাৰী চহৰৰ তেতিয়াৰ ডাঙৰ জনসভা।

কিছুদিন পিছত ৰঙিয়া চহৰত প্ৰাদেশিক ছাত্ৰ সন্মিলনৰ বাৰ্ষিক সন্মিলন হৰদও বীৰদত্ত ভৱনৰ ওচৰত প্ৰকাণ্ড পেণ্ডেল তৈয়াৰ কৰি পতা হল। নিখিল ভাৰত ছাত্ৰ-সন্মিলনৰ নেতা কিছুলু আহিল, বঙ্গদেশৰ টাণ্টুদেও আহিল। দুদিনীয়া এই সন্মিলনত বহু সংখ্যক প্ৰতিনিধি ৰাজ্যৰ ভিন ভিন অংশৰপৰা আহি যোগ দিলে। কমৰেড কামিনী শৰ্মাৰ নেতৃত্বত এইখন সন্মিলন সংগঠন কৰা হল। ৰঙিয়া হাইস্কুলৰ তেতিয়াৰ হেডমাষ্টাৰ ৺প্ৰাণেশ্বৰ শৰ্মা, ৺মুক্তা কলিতা, ৺শান্তিৰাম লহকৰ আদিয়ে ছাত্ৰ সকলক যথেষ্ট সহায় আৰু উৎসাহ দিছিল। বৈকুণ্ঠ চক্ৰবৰ্ত্তী, ৰজনী শালৈ, তৰুণ সিংহ লহকৰ, ভবেন শৰ্মা, পানীৰাম দাস আদি ছাত্ৰ নেতা সকলে অতি কষ্টেৰে কমৰেড কামিনী শৰ্মাক সহায় কৰিছিল। অস্থায়ীভাবে অফিছ কৰা হৈছিল—কমৰেড কামিনী শৰ্মাৰ নকুলত থকা বাসস্থানত। এই বাসস্থানত থকা কালত পানীৰাম দাসৰ দেউতাক আৰু মাকে আমাক নিজৰ লৰা-ছোৱালীৰ দৰে মৰম যত্ন কৰিছিল।

প্ৰায় কেবাহেজাৰো জনসমাবেশেৰে এই সন্মিলন কৃতকাৰ্য্যতাৰে সমাপন হয়।

ইতিমধ্যে নগাওঁ জিলাত আমাৰ সংগঠন আচৰিত ধৰণে বাঢ়ে। নগাওঁ কলেজ তেতিয়া ন-অৱস্থাত আছিল। কলেজ, হাইস্কুল আদিৰ কেবাহেজাৰো ছাত্ৰ আমাৰ প্ৰাদেশিক ছাত্ৰ সন্মিলনৰ সদস্য হল। কমলেশ্বৰ বৰা, চন্দ্ৰসিং টেৰণ, পুৰ্ণ বৰা, দেব বৰা, বানেশ্বৰ শইকীয়া, অম্বু বৰা, শুক্ৰেশ্বৰ ভুঞা, সুৰেণ ভুঞা আদি ছাত্ৰ নেতাসকলে জিলাৰ নেতৃত্ব ললে। ৰহা টাউনৰ চকটোত এখন প্ৰকাণ্ড সন্মিলন হল। তাৰ কিছুদিন পিছত ধিংগুত—নগাও জিলা ছাত্ৰ সন্মিলনৰ সভা পতা হল। কৃষ্টি সভাৰ সভাপতি হিচাবে বিষ্ণু ৰাভাদেবক নিমন্ত্ৰণ জনোৱা হল। এই সন্মিলনখন পতাত স্থানীয়

কংগ্ৰেছী লোকসকলে যথেষ্ট বাধাৰ সৃষ্টি কৰিছিল। আগদিনাখন সন্ধিয়া পৰত মই আৰু বিষ্ণুৰাভাদেব—কৈঠালকুছিৰ পৰা গৈ হোমীওফাৰ্মাছী খোলা লোকএজনৰ দোকানলৈ গৈছিলো—তেওঁৰ নিমন্ত্ৰণ ৰক্ষাৰ বাবে। ঘূৰি আহি থিং হাইস্কুলখন পালো—পুলিছ অফিছাৰ এজন আহি আমাক জনালে—যে ৰাতিৰ ভিতৰত কেম্পৰ পৰা ওলাব নেলাগে। লগতে কলে যে মই আৰু ৰাভাদেব যেতিয়া উভতি আহো পিচফালৰ পৰা কেইজনমান মানুহে মনে মনে আক্ৰমণ কৰি খুন কৰাৰ পৰিকল্পনা কৰিছিল। পুলিছে ততাতৈয়াকৈ হস্তক্ষেপ কৰাত আমাক হেনো আক্ৰমণ কৰিব নোৱাৰিলে। পুলিছৰ কথা শুনি আমি আচৰিত হলো। শুনিলো—পূৰ্ণ বৰা, অম্বু বৰা হতক থিং বজাৰত কোনোবাই মাৰপিত কৰিলে। পিচদিনা বিচনাৰ পৰা উঠি দেখো যে ৰাজহুৱা পেণ্ডেলৰ খুটাবোৰ কাটিছে, পেণ্ডেলটো ভাঙি বাগৰি পৰি আছে। তাত থকা চেয়াৰ, বেঞ্চ, ডেক্সবোৰ ভাঙি পেলাইছে। অধিবেশন বহিলে সাংঘাতিক পৰিস্থিতি হব বুলি ছাত্ৰসকল চিন্তান্বিত হল—কোনো কোনোৱে সন্মিলনৰ ৰাজহুৱা সভা বন্ধ কৰিবলৈ দিলে। মই আৰু পূৰ্ণ বৰা অলৰ অচৰ। খোলাকৈ সভা পতাটো স্থিৰ কৰিলো—প্ৰত্যাহ্বান হিচাবে। পেণ্ডেলটো পুনৰ সজা হল। সময়মতে ৰাজহুৱা সভা বহিল—৺ৰাভাদেবে অসমীয়া সংস্কৃতিৰ ওপৰত মূল্যবান বক্তৃতা দিলে। ৰাইজৰো সমাগম হল—অবশ্যে কিছু কম হল। তথাপিও আমি অধিবেশনৰ কাম কৃতকাৰ্য্যতাৰে সমাপন কৰিলো। বাধা আৰু সন্ত্ৰাসে আমাক সেও মনাব নোৱাৰিলে।

## ছাত্ৰ ইউনিয়নৰ লগত আলোচনা

নগাওঁ চহৰত ৰাজ্যিক কংগ্ৰেছৰ অধিবেশন অনুষ্ঠিত হয়—সভাপতি শ্ৰীযুত দেবেশ্বৰ শৰ্মাদেব। ইতিমধ্যে ১৯৪৫ চন মানত

অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীয়ে 'ছাত্ৰ-ইউনিয়ন' নাম দি—কংগ্ৰেছৰ ছাত্ৰ সংগঠন এটা গঢ়ি তোলে। তাৰ কিছুদিন আগতে—বিপ্লৱী কমিউনিষ্ট দলৰ প্ৰাৰ্থী ছত্ৰসিং টেৰণক পৰাজিত কৰি—কংগ্ৰেছ দলৰ প্ৰাৰ্থী স্থৰেন্দ্ৰ নাথ শৰ্মা কটন কলেজৰ ছাত্ৰ ইউনিয়নৰ ছেক্ৰেটাৰী নিৰ্ব্বাচিত হয়। স্থৰেণ শৰ্মাৰ আগত ক্ৰমে ৺খগেন বৰবৰুৱা, শ্ৰীফনী তালুকদাৰ, ৺উমা শৰ্মা, শ্ৰীনাৰায়ণ দাস আৰু ৺উপেন দাস বিপ্লৱী কমিউনিষ্ট দলৰ সমৰ্থনত কটন কলেজ ছাত্ৰ ইউনিয়নৰ ছেক্ৰেটাৰী হৈছিল। সেই সময়ত শ্ৰীহট্টৰ মুৰাৰিচান্দ কলেজ আৰু গুৱাহাটীৰ কটন কলেজেই মুখ্য আছিল। কটন কলেজ ছাত্ৰ ইউনিয়নৰ ছেক্ৰেটাৰীয়ে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ছাত্ৰ সংগঠন আৰু ৰাজনৈতিক ক্ষেত্ৰত যথেষ্ট প্ৰতিষ্ঠা অৰ্জন কৰিছিল। কংগ্ৰেছ দলৰ ছাত্ৰ ইউনিয়ন গঠন হওতে শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীদেৱে উল্লেখযোগ্য ভূমিকা পালন কৰিছিল। তেতিয়া ছাত্ৰ সকলৰ ভিতৰত শ্ৰীসোনেশ্বৰ কলিতা, বিশ্ব বৰুৱা, অজিত মল্ল বৰুৱা, বিশ্ব গোস্বামী, বিষ্ণুকিঙ্কৰ গোস্বামী, স্থৰেন্দ্ৰ নাথ শৰ্মা, উত্তম তহবিলদাৰ আদিয়ে এই ছাত্ৰ ইউনিয়নৰ নেতৃত্ব কৰা দেখিছিলো।

প্ৰাদেশিক ছাত্ৰ সন্মিলন বাঢ়ি যোৱাত কংগ্ৰেছে থিক কৰিলে যে ছাত্ৰ ইউনিয়ন আৰু ছাত্ৰ সন্মিলনৰ মাজত বুজাবুজি হলে ভাল হয়। উভয় ছাত্ৰ সংগঠনেই মূলতঃ সাম্ৰাজ্যবাদ বিৰোধী। নগাৱৰ কংগ্ৰেছ সন্মিলনলৈ আমাক নিমন্ত্ৰণ কৰিলে—আলোচনাৰ কাৰণে মনত পৰামতে মই, পূৰ্ণ বৰা আৰু ছত্ৰসিং টেৰাণে যোগ দিলো। হলধৰ ভুঞা দেবৰ ঘৰত প্ৰতিনিধি সকলৰ খোৱা-বোৱাৰ ঠাই আছিল। আমাকো আদৰ-সাদৰ কৈ কংগ্ৰেছৰ প্ৰতিনিধি সকলৰ লগতে খুৱালে—আৰু দেবকান্ত বৰুৱা দেৱৰ ঘৰত আলোচনাত বহিলো। কিন্তু ছাত্ৰ ইউনিয়নৰ নেতাসকলৰ আকোঁৰগোজ মনোভাবৰ কাৰণে আলোচনা কৃতকাৰ্য্য নহল—কংগ্ৰেছ নেতৃত্বই উভয়কে পৰামৰ্শ

দিলে বুজাবুজিৰ মাজেৰে কাম কৰিবলৈ। তেতিয়া আমাৰ সংগঠন তুঙ্গত আছিল।

## গুৱাহাটীত ছাত্ৰ সন্মিলনৰ ৰাজ্যিক সন্মিলন

সময়টো মনত নাই। গুৱাহাটীৰ জুবুলি গাৰ্ডেনত—(যত বৰ্ত্তমান পানী শোধনৰ স্থান—জিলা উপায়ুক্তৰ বাসস্থানৰ সমুখত)—সন্মিলনৰ পেণ্ডেল তৈয়াৰ কৰা হৈছিল। পানবজাৰৰ ৰাণীবাৰী নিয়প্ৰাইমাৰী আৰু অন্য কেখনমান ঠাইত প্ৰতিনিধি সকলক ৰখা হৈছিল। আনন্দবাজাৰ পত্ৰিকাৰ সহ-সম্পাদক পুলকেশ দেক সভাপতি হিচাবে অনা হৈছিল। গুৱাহাটীৰ ছাত্ৰ সমাজৰ উপৰিও বহু গন্যমান্য লোকে এই সন্মিলন খনৰ মুকলি অধিবেশনত যোগদান কৰিছিল।

আজিও মোৰ মনত পৰে সভাপতি দে ডাঙৰীয়াই তেখেতৰ বক্তৃতাৰ মাজত অন্য কথাৰ লগতে সমাজপ্ৰগতিৰ বিষয়ে ব্যাখ্যা কৰে আৰু মাৰ্ক্সীয় দৰ্শনৰ বস্তুবাদী ব্যাখ্যা অতি সৰল ও সহজভাবে ডাঙি ধৰে।

সেই সন্মিলনত মঙ্গলদৈ হাইস্কুলৰ দশমমান শ্ৰেণীৰ ছাত্ৰনেতা শ্ৰীনকুল দাস ডাঙৰীয়াই উল্লেখযোগ্য অবদান আগবঢ়ায়। দাস ডাঙৰীয়া এতিয়া কংগ্ৰেছ দলৰ মন্ত্ৰীত্বৰ গাদীত।

এই সভাত সাম্ৰাজ্যবাদৰ বিৰুদ্ধে প্ৰস্তাব গ্ৰহণ কৰা হয়—স্বাধীনতাৰ দাবী জনোৱা হয়, আৰু জেলবন্দী নেতাসকলৰ মুক্তি দাবী কৰা হয়।

কেবাজনো বিশিষ্ট নাগৰিকে এই সন্মিলনত বক্তৃতা দি ছাত্ৰ সন্মিলনক উৎসাহ যোগাইছিল। এই সন্মিলনৰ প্ৰভাবত সোনাৰাম হাইস্কুল, বি-বৰুৱা, বাঙালী হাইস্কুল আদিৰ সংগঠনো মজবুত হয়।

১৯৪৬ চনত গোৱালপাৰা টাউনত হোৱা ছাত্ৰ সন্মিলনৰ বাৰ্ষিক অধিবেশনৰ কথা আগতে উল্লেখ কৰিছো।

গোৱালপাৰা টাউনৰ ৰাজ্যিক সন্মিলনৰ পিছত গোৱালপাৰা জিলা সন্মিলন লক্ষীপুৰ টাউনত পতাৰ স্থিৰ হয়। জিলা ছেক্ৰেটাৰী শ্ৰীভবেশ বৰুৱাৰ নিমন্ত্ৰণ ক্ৰমে ২০ দিন মানৰ কাৰণে মই লক্ষী-পুৰলৈ যাত্ৰা কৰিলো। স্থানীয় ব্যৱসায়ী মাকুবাবুৰ ঘৰত খোৱা, থকাৰ ব্যৱস্থা হল। বৰ যত্ন আৰু মৰম কৰি মাকুবাবুই আৰু তেখেতৰ পৰিবাৰে সেই কেদিন ৰাখিলে। তেখেত সকলৰ মৰম, স্নেহ আৰু আতিথ্যৰ কথা চিৰদিনে মনত ৰব। প্ৰথম অবস্থাত লক্ষীপুৰ হাইস্কুলৰ হেডমাষ্টাৰ, লক্ষীপুৰ জমিদাৰ বংশৰ সকলোবোৰ জমিদাৰ, আৰু অন্যান্য শ্ৰেণীৰ ৰাইজৰ পৰা যথেষ্ট সহাৰি আৰু সমৰ্থন পালো। টকা-পইছা, প্ৰচাৰপত্ৰ, অধিবেশনৰ ঠাই—সকলো ঠিকঠাক হল। অধিবেশনলৈ কেদিনমান থাকোতেই ছাত্ৰ-ইউনিয়নৰ অফিছৰ পৰা স্থানীয় কংগ্ৰেছ আৰু হাইস্কুলৰ হেডমাষ্টাৰলৈ চিঠি গল—এইবুলি যে এইটো বিপ্লৱী কমিউনিষ্ট দলৰ সংগঠন,—ছাত্ৰ সমাজক প্ৰতিনিধিত্ব নকৰে, গতিকে কোনো প্ৰকাৰৰ সহায় দিব নেলাগে। কথাটো জনাবলৈ তেওঁলোকৰ কেন্দ্ৰীয় অফিছৰ পৰা কোনোবা এজন যাব—পাৰিলে সভা এখন পতা ভাল হব। এই চিঠি পোৱাৰ পিছত জমিদাৰ ঘৰৰ লোকৰ দুভাগ হল—এদলে আমাৰ বিৰোধিতা কৰিলে আৰু আনদলে আমাক সমৰ্থন কৰিলে। এখন ৰাজহুৱা সভা হল—সভাখনো দুটা মতত বিভক্ত হল। হেডমাষ্টাৰে জনালে যে তেখেতে অধিবেশনৰ কাৰণে স্কুলত ঠাই দিব নোৱাৰে। ঠাইৰ সমস্যা হল।

৺ডাঃ নৰেশ চন্দ্ৰ চক্ৰৱৰ্ত্তী প্ৰভাৱশালী সমাজকৰ্মী আছিল — তেখেত জোটদাৰ। প্ৰগতিশীল মন লৈ থকা মানুহ। জমিদাৰ সকলৰ ওপৰতো ডাক্তৰ হিচাবে প্ৰভাব আছে। স্থিৰ হল—ৰাতিয়েই

নাৱ ভাৰা কৰি—ব্ৰহ্মপুত্ৰেৰে ধুবুৰীলৈ যাব—তাত থকা জমিদাৰ ৰায়চাহাবক লগ ধৰিব, আৰু তেখেতৰ লক্ষীপুৰত অব্যবহৃত হৈ থকা কম্পাউন্দটো অধিবেশনৰ কাৰণে ব্যৱহাৰ কৰাৰ অনুমতি লব। ডাঃ নৰেশ বাবুৱে সেইমতে ৰাতিতেই যাত্ৰা কৰিলে—আৰু ৰায়-বাহাদুৰৰ পৰা লিখিত অনুমতি লৈ আহিল। সন্মিলনৰ আগদিনা ৰাতি গেটত পোটা কলপুলি দুটা কোনোবাই কাটি থলে। ২টা মান বজাত সন্মিলনৰ কাম আৰম্ভ হল—খগেন বৰুৱা সভাপতি। সভা আৰম্ভ হোৱাৰ লগে লগে—খদ্দৰৰ টুপী-চাৰ্ট আৰু পেন্ট পিন্ধা—প্ৰায় ৩০ জন মান কংগ্ৰেছী স্বেচ্ছাসেৱক সভাস্থলিলৈ আহি 'বন্দে মাতৰম ধ্বনি দিলে'—এজনে কলে আমাৰ লৰা-ছোৱালী বিলাক এই মিটিঙৰ পৰা গুচি আহক" হুলস্থূল লাগিল—সকলো মানুহ ঠিয় দিলে। মানুহ যোৱাৰ আৰম্ভ হল। সভাপতিয়ে নিয়ন্ত্ৰণ কৰিব পৰা নাই। এনে সন্ধিক্ষণত মই উঠি ৰাইজক কলো যে "আমালোক এই দেশৰে সন্তান, দেশখনৰ ভাল হোৱাটো আমি বিচাৰো। আমি কি কও সেইটো শুনিলে জাত নেযায়। বেয়া দেখিলে গ্ৰহণ নকৰিব" ইত্যাদি। মোৰ আবেদনৰ মূৰত কিছু মানুহ থাকিল—সভাখন কোনোমতে সমাপন হল। এইদৰে ভীতি-প্ৰদৰ্শন আৰু আতঙ্ক সৃষ্টি কৰিও কংগ্ৰেছে আমাৰ ছাত্ৰ সংগঠন বন্ধ কৰিব বিচাৰিছিল; কিন্তু তেওঁলোক ব্যৰ্থ হৈছিল।

## সৰ্ব্বভাৰতীয় ছাত্ৰ সংগঠন

আগতেই কোৱা হৈছে যে এম. এল. ছাহ আৰু ফাৰুকৃকীৰ নেতৃত্বত সৰ্ব্বভাৰতীয় ছাত্ৰ সন্মিলন ফালি দুটা পৰস্পৰ বিৰোধী ছাত্ৰ সন্মিলন গঢ়ি উঠে। ফাৰুক্কীৰ লগত অসম ছাত্ৰ সন্মিলন, আৰু এম. এল. চাৰ গ্ৰুপৰ লগত অসম 'প্ৰাদেশিক' ছাত্ৰ সন্মিলন থাকে। পিছত এম. এল. ছা গ্ৰুপৰ সংগঠনটোৰে 'ছাত্ৰ কংগ্ৰেছ'

নাম গ্ৰহণ কৰে। সৰ্ব্বভাৰতীয় কমিটিত মোৰ নামটো অন্তৰ্ভুক্ত কৰা আছিল। এবাৰ লক্ষ্ণৌলৈ মোক কমিটীৰ মিটিঙলৈ মাতিলে। মই গলো— কিন্তু কমিটীৰ মিটিং নহল।

অমৃতসৰত ইয়াৰ বাৰ্ষিক কনফাৰেন্স পতা বুলি মাতিলে। মই, ধিঙৰ ৺খগেন গোস্বামী আৰু গোলাপ বৰুৱা—এই তিনিজনে কষ্ট কৰি পাঞ্জাবৰ অমৃতসৰ ওলালো। যাওঁতে এবাতি বেনাৰস বিশ্ব-বিদ্যালয়ৰ হোষ্টেলত থাকি সৰ্ব্বভাৰতীয় ছাত্ৰ নেতা এজনক লগ ধৰিব গলো। অমৃতসৰ গৈ পোৱাৰ আগেয়ে সন্মিলনৰ কাম বন্ধ কৰা বুলি ঘোষণা কৰা হল। ছাত্ৰ কংগ্ৰেছৰ অফিছত কেদিনমান থাকি দু এখন গাও ঘূৰি চাই তিনিও জনে উভটিলো। পাৰ্ব্বতীপুৰ ষ্টেশ্যন পোৱালৈকে আমাৰ হাতত এটা বেয়া "চাৰিঅনীয়াত' বাহিৰে পইছা নাছিল। খোৰাবস্তুৰ অভাবত বৰুৱা আৰু গোস্বামীয়ে ভোকত লালকাল দিলে—ট্ৰেইনত মূৰ পেলাই দিলে। সেই বেয়া অচল্টি শিকিটোৰে কোনোমতে অলপ চিৰা ও গুৰ আনি পাৰ্বতীপুৰ ষ্টেশ্যনত দুজনক দিলো। সেই কষ্টৰ স্মৃতি পাহৰিব পৰা নাই।

ছাত্ৰকংগ্ৰেছৰ বোম্বে অধিবেশনলৈ— মই ৺উপেন দাস, পূৰ্ণ বৰা, ছত্ৰসিং টেৰণ, ৰজনী ডেকা আৰু ৺প্ৰফুল্ল বৰ্মণ কলিকতাৰ পৰা যাত্ৰা কৰিলো। কলিকতাৰ প্ৰতিনিধি সকলো ওলাল। বোম্বে পালো। যি ঘৰত আমি উঠিলো— সেই সময়ত তাত এটোপাও পানী নাই। পানী নোহোৱাকৈয়ে কোনো কোনোৰে শৌচ কৰিলে— শৌচৰ লগত ওলোৱা পেচাবখিনিকেই উপেন দাসে পানী হিচাবে ব্যৱহাৰ কৰিলে।

আমি গৈ পোৱাৰ সময়তেই হিন্দু মুছলমানৰ কাজিয়া তীব্ৰ আকাৰ ধাৰণ কৰিলে— সন্মিলনৰ কাম আধৰুৱাকৈ বৈয়েই শেষ হল।

এই ছাত্ৰ সংগঠনৰ কামত ঘূৰোতে পাৰ্টীয়ে এটা ফুটা পইছাও দিয়া নাছিল— পাৰ্টীৰ ফাণ্ডো অতি দুৰ্বল আছিল।

অতি কষ্টৰ মাজেৰে মাজে মাজে লঘোণে থাকিও— ট্ৰেইনত পূৰা দীৰ্ঘত্বৰ টিকট নিকিনিও চলিব লগীয়া হৈছিল।

এতিয়াৰ ছাত্ৰ সংগঠনৰ লৰাই যথেষ্ট পইছা সংগ্ৰহ কৰিব পাৰে। মাৰুতি ভ্যানত ঘূৰি সংগঠন কৰে। কিন্তু আমাৰ দিনত সেই পৰিস্থিতি নাছিল। তেতিয়া বেছিভাগ মানুহেই কংগ্ৰেছ মনা আছিল—টকা পইছাৰ সংখ্যাগত আদান প্ৰদানো কম আছিল।

হঠাৎ প্ৰয়োজন হোৱা বুলেটিন ঠাইতেই লিখি প্ৰেছত দিও পান দোকান, চাহ দোকানত ঘূৰি দুই-চাৰি অনাকৈ তুলি বুলেটিনৰ পইছা শোধাই দি কাগজ আনো—মিটিঙৰ প্ৰচাৰ কৰো, আৰু মিটিঙতো মূল বক্তাৰ ভাও লও। স্বাধীনতা আন্দোলনৰ উত্তপ্ত পৰিস্থিতিত কেতিয়া কি জৰুৰী পৰিস্থিতি দেখা দিয়ে—আগধৰি কব নোৱাৰি।

১৯৪১ চনৰ ৬ ডিচেম্বৰৰ পৰা ১৯৪৭ চনৰ ১৫ আগষ্টলৈ বাস্তবতে মোৰ আৰু কেইজনমান সহকৰ্মীৰ পঢ়া নহল বুলিলেই হয়। পৰীক্ষাৰ ওচৰত দৌৰা-দৌৰিকৈ পঢ়ি কোনোমতে পৰীক্ষা দিছিলো। পৰীক্ষাৰ ফলো তদনুৰূপ আছিল, কোনোমতে পাছ কৰা।

এটা কথা উল্লেখ কৰিবৰ মন গৈছে। তেতিয়া কটন কলেজৰ ছাত্ৰ-ইউনিয়নৰ সম্পাদক আছিল শ্ৰীসুৰেণ শৰ্মা। দুপৰীয়া হঠাতে মিটিং হব বুলি ছাত্ৰ সকলক কলেজ কম্পাউণ্ডত অস্থায়ীভাবে নতুনকৈ সজা— বাহৰ চালৰ ঘৰটোলৈ সকলোকে মাতি নিলে। সভাপতি হৈছে সুৰেশ ৰাজখোৱা দেব। বক্তা হৈছে ৺সূৰ্য্য কুমাৰ ভূঞা দেব, আৰু উপস্থিত আছে আমেৰিকাৰ উচ্চ সামৰিক বিষয়া এজন। সেই সময়ত ভূঞা দেবে কলেজৰ চাকৰি পদ এৰি নেশ্যনেল ওৱাৰ ফ্ৰন্টৰ অফিছাৰৰ পদ গ্ৰহণ কৰিছিল— আৰু দ্বিতীয় মহাযুদ্ধত বৃটিছক সহায় দিব লাগে বুলি—প্ৰচাৰ কৰি ফুৰিছিল। সিদিনাও তেখেতে আমালোকক উদ্দেশ্য কৰি—যুদ্ধত যোগ দিব লাগে—কিংছকমিচনত অসমীয়া লৰা ভৰ্ত্তি হব লাগে—

ইত্যাদি বিলাক বক্তৃতা দিছিল। তেতিয়া আমি ছাত্র সকল যুদ্ধ বিৰোধী— " নট-এ ম্যান, নট-এ-পাই-টু-দি ইম্পেৰিলীষ্ট ওৱাৰ " —আমাৰ লক্ষ্য ও শ্লোগান আছিল।

প্ৰতিবাদ কৰিবলৈ ছেক্ৰেটাৰীক কলো—তেওঁ সাহস নকৰিলে। মোকেই আগুৱাই দিলে। সভাপতিৰ অনুমতি বিচাৰিলো। সভাপতিয়ে অনুমতি নিদিয়ে। অবশেষত কলো যে আলহী সকলক অভিনন্দন জনাব খোজো। ২ মিনিট সময় দিলে।

কিন্তু বক্তৃতা মঞ্চত খাৰা হৈ—মই ভুঞাদেব আৰু আমেৰিকান চাহাব জনক বাৰুকৈয়ে অভ্যৰ্থনা জনালো! সাম্ৰাজ্যবাদী যুদ্ধত যোগদানৰ—আহ্বান জনাই ভুঞাদেবে যে দেশৰ ক্ষতিসাধন কৰিছে—স্বাধীনতা সংগ্ৰামৰ ক্ষতিসাধন কৰিছে—দেশদ্ৰোহিতা কৰিছে—এই কথাবোৰ খুব জোৰ ভাষাৰে কলো। ছাত্ৰ সকলৰ উৎসাহ আৰু সমৰ্থন অভূতপুৰ্ব। কথাই কথাই হাততালি আৰু চিঞৰ। ছাত্ৰসকলে সমৰ্থন জনাই হাততালি দিয়ে—লগে লগে আমেৰিকান চাহাব জনেও —তেওঁলোকৰ লগতে হাহি হাহি হাত তালি দিয়ে—চাহাবজনে মোৰ বক্তৃতা বুজা নাছিল,—মোৰ বক্তৃতা অসমীয়াত আছিল। এই চাহাব জনৰ হাততালি এটা উপভোগ্য দৃশ্যত পৰিণত হৈছিল।

আধৰুৱা সময়তে—সভাপতিয়ে সভা ভঙ্গ কৰি দিলে। পিচদিনা ক্লাছত মোক গালি পাৰিলে। কেদিনমান পিছত ছিলঙৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰৰ পৰা প্ৰিন্সিপাললৈ নিৰ্দ্দেশ আহিল—মোৰ ওপৰত বিহিত ব্যৱস্থা লোৱাৰ বাবে।

প্ৰিন্সিপাল—থমাছ ডাঙৰীয়াই অফিছলৈ মোক মাতি নি মোৰ বক্তৃতাৰ কাৰণে খুব ধমকালে! তেওঁৰ ধমকনিত মই ভয় নেখাই—দুগুণ জোৰেৰে জবাব দিলো—যে এইটো দেশমাতৃকাৰ আহ্বান সেইমতেই মই বক্তৃতা দিছো। যি কোনো পৰিস্থিতিৰ বাবে—মই সাজু।

শেষত দেখিলো থমাছ চাহাবৰ ভাবটো বেলেগ। তেখেতে কলে—"ছিলঙৰ পৰা কোনো অফিছাৰ আহিব পাৰে—তোমাক সুধিলে—তুমি কবা—মই "এক্স-টেম্পো" বক্তৃতা কৰিছো—কি কৈছো মনত নাই বুলি" থমাছ চাহাবৰ ভিতৰুৱা সমৰ্থন দেখি মই অভিভূত হৈছিলো।

আজি লবাহতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপৰিও ডিব্ৰুগড় বিশ্ববিদ্যালয়, যোৰহাট কৃষি বিশ্ববিদ্যালয়, তেজপুৰ আৰু কাছাৰত প্ৰতিষ্ঠিত হবলগীয়া দুটাকৈ কেন্দ্ৰিয় বিশ্ববিদ্যালয় পাইছে। তেতিয়াৰ অসমৰ লগত যুক্তহৈ থকা ছিলঙতো বৰ্ত্তমান পৃথক কেন্দ্ৰীয় বিশ্ব-বিদ্যালয় স্থাপন হৈছে—ই গৌৰব আৰু আনন্দৰ কথা।

সেইদৰে বৃটিছ শাসনৰ দিনত অসমৰ কাৰণে স্বতন্ত্ৰীয়া হাইকোৰ্ট আৰু ৰেডিঅ চেণ্টাৰ নাছিল। অসমৰ মানুহে কলিকতা হাইকোৰ্টত মোকৰ্দ্দমা কৰিবলগীয়া হৈছিল—খৰচ বহুল আছিল। কলিকতা ৰেডিঅ চেণ্টাৰৰ পৰা আধাঘণ্টা মানৰ কাৰণে এটা অসমীয়া প্ৰোগ্ৰাম আছিল। ১৯৪৪/৪৫ চনমানত কলিকতালৈ যাওতে মিৰ্জাপুৰ ষ্ট্ৰীটৰ হোটেলত ৺কমল নাৰায়ণ চৌধুৰী আৰু শ্ৰীপুৰুষোত্তম দাসক লগ পাইছিলো—তেখেত সকল দুজনে কলিকতা ৰেডিঅ চেণ্টাৰৰ পৰা 'অসমীয়া প্ৰোগ্ৰাম' প্ৰচাৰ কৰিছিল। সুখৰ কথা যে বৰ্ত্তমান গুৱাহাটী, ডিব্ৰুগড়, শিলচৰ আদি বিভিন্ন কেন্দ্ৰত ৰেডিঅ চেণ্টাৰ হল। টেলিভিশ্যণ চেণ্টাৰ এতিয়া প্ৰায়বোৰ মূখ্য চহৰতে স্থাপিত হল। লগে লগে মানুহৰ জ্ঞান আৰু শিক্ষাৰ ক্ষেত্ৰও বাঢ়িল।

তেনেকৈ ১৯৪৮ চনত গুৱাহাটীত অসমৰ হাইকোৰ্ট স্থাপন হল—সমগ্ৰ পূৰ্বাঞ্চলৰ কাৰণে। এতিয়া মণিপুৰ, ত্ৰিপুৰা, নাগালেণ্ড, মিজোৰাম, মেঘালয় আদিতো গুৱাহাটী হাইকোৰ্টৰ শাখা-প্ৰশাখা বাঢ়িল।

এই অনুষ্ঠানবোৰ গঢ়াৰ কাৰণে এটা সময়ত আন্দোলন কৰিব-

লগীয়া হৈছিল। আজি অনুষ্ঠানৰ কৰ্মকৰ্ত্তা সকলে অতীতৰ কথা পাহৰিছে—অতীতৰ প্ৰতি অবজ্ঞা কৰিছে।

## আলাপ-আলোচনাৰ পৰিস্থিতি

১৯৪৩ চনৰ অক্টোবৰ মাহত লৰ্ড লিনলিথগোৰ ঠাইত ওৱাভেল ভাইছৰয় নিযুক্ত হয়। ১৯৪৪ চনৰ মে মাহৰ ৬ তাৰিখে গান্ধীজী সহ কেবাজনো কংগ্ৰেছী নেতাক মুক্তি দিয়া হয়। গান্ধীজী ও মুছলীমলীগ নেতা জিন্নাৰ মাজত পত্ৰালাপ ও আলোচনা হয়—স্বাধীনতা লাভৰ পিছত দেশৰ শাসন ব্যৱস্থা সম্পৰ্কত, কিন্তু জিন্নাজীয়ে ভাৰত বিভাজনৰ প্ৰশ্নত জোৰ দি থাকে, ফলত আলোচনা ব্যৰ্থ হয়। অবশেষত কংগ্ৰেছৰ কেন্দ্ৰীয় আইন সভাৰ নেতা ভুলাভাই দেশাই আৰু মুছলিম লীগৰ সাধাৰণ সম্পাদক লিয়াকৎ আলিৰ মাজত এখন চুক্তি সম্পাদিত হয়। ১৯৪৫ চনত—ওৱাভেলৰ নেতৃত্বত আহ্বান কৰা সভাত—উভয় পক্ষৰ মাজত আলোচনা ব্যৰ্থ হয়। বৃটিছ চৰকাৰৰ উদ্দেশ্য আছিল হিন্দু আৰু মুছলমানৰ ভিতৰত বিভেদ আৰু অনৈক্যৰ বীজ ৰোপণ কৰা, আৰু তাৰ মাধ্যমেৰে ভাৰতবৰ্ষত বৃটিছ ব্যবসায়, শোষণ, আৰু কৰ্ত্তৃত্ব বজাই ৰখা।

## কৃষক ও শ্ৰমিক শ্ৰেণীৰ জাগৰণ

ইতিমধ্যে কৃষক শ্ৰেণীৰ উপৰিও স্বাধীনতা আন্দোলনৰ দাবী বনুৱা শ্ৰেণীৰ মাজতো জাগ্ৰত হৈছিল। ১৯৪৫ চনৰ জানুৱাৰী মাহত মাদ্ৰাজত বহা নিখিল ভাৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ সভাত পূৰ্ণ স্বাধীনতাৰ দাবী গৃহীত হয়।

১৯৪৫ চনৰ দ্বিতীয় ভাগত শ্ৰমিক আন্দোলন শক্তিশালী হৈ উঠে। কিন্তু বৃটিছ চৰকাৰে হিন্দু-মুছলমান ধৰ্মীয় শ্ৰমিকৰ সংহতি ও ঐক্য বিনষ্ট কৰাৰ কাৰণে যৎপৰোনাস্তি চেষ্টা চলায়। সাম্ৰাজ্যবাদী

ঔপনিবেশিক দালাল সকলৰ প্ৰৰোচণাত বহু ঠাইত শ্ৰমিক ও কৃষক আন্দোলনৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি হয়, আৰু সাম্প্ৰদায়িক কাজিয়াৰ সৃষ্টি হয়।

তথাপিও ১৯৪৫ চনত বনুৱা শ্ৰেণীৰ আন্দোলন গা কৰি উঠে। তাৰ মাজতে ১৯৪৫ চনৰ ২৫ অক্টোবৰৰ দিনা সমগ্ৰ ভাৰততে ইন্দোনেচিয়া দিবস পালন কৰা হয়। এই দিনটো পালন কৰা হৈছিল এই কাৰণে যে সেই সময়ত বৃটিছ চৰকাৰে—ফৰাছী আৰু ওলন্দাজ চৰকাৰৰ পক্ষ সমৰ্থন কৰি দক্ষিণ-পূব এচিয়াৰ মুক্তিকামী স্বাধীনতা প্ৰিয় জনসাধাৰণৰ বিপক্ষে ভাৰতীয় সৈন্য নিয়োগ কৰিছিল। এই দিন পালনত কংগ্ৰেছ, মুছলিমলীগ, কমিউনিষ্ট পাৰ্টী আৰু অন্যান্য দলবোৰে যোগদান কৰিছিল।

## আজাদহিন্দ ফৌজৰ বিচাৰ ও আলোড়ন

১৯৪৫/৪৬ চনত আজাদহিন্দ ফৌজৰ সেনাধ্যক্ষ শাহ-নৱাজখাঁ, ধীলন, চাইগল, আদিৰ বিশেষ ট্ৰাইবুনেলৰ বিচাৰত ১৯৪৬ চনৰ ৩ জানুৱাৰীত যাবজ্জীৱন কাৰাবাসৰ শাস্তি প্ৰদান কৰা হয়। ১৯৪৫ চনৰ ৫ নবেম্বৰৰপৰা ৩১ ডিচেম্বৰলৈকে—দিল্লীৰ ৰেডফোৰ্তত বিশেষ ট্ৰাইবুনেলে বিচাৰ কৰি এই শাস্তি বিহে। এই শাস্তি প্ৰদানৰ বিৰুদ্ধে সমগ্ৰ ভাৰত জুৰি প্ৰতিবাদ দিবস পালিত হয়। কলিকতা আৰু উত্তৰ ভাৰতত একেৰাহে কেবাদিনো ধৰি ব্যপক হৰতাল পালন কৰা হয়, ঠায়ে ঠায়ে ৰাস্তাই ৰাস্তাই জনসাধৰণে বেৰিক্যাদ তৈয়াৰ কৰে। ভীত, ত্ৰাস্তমান বৃটিছ চৰকাৰে এই আন্দোলন প্ৰতিহত কৰিবলৈ বহু সৈন্য নিয়োগ কৰিছিল আৰু বহুলোকক গুলিয়াই হত্যা কৰিছিল। আজাদহিন্দ ফৌজৰ মুক্তিৰ দাবীত কংগ্ৰেছ, মুছলিমলীগ আৰু বাওপন্থী দল বিলাকে ঐক্যবদ্ধ হৈ আন্দোলন

চলাইছিল—আৰু সেই কাৰণে সাম্প্ৰদায়িক ঐক্য বিনষ্ট কৰাৰ বৃটিছ চক্ৰান্ত সাময়িক ভাবে ব্যৰ্থ হৈছিল।

অসম প্ৰাদেশিক ছাত্ৰ ফেদাৰেশ্যন আৰু বিপ্লৱী কমিউনিষ্ট দলে আজাদহিন্দ ফৌজৰ নেতা সকলক শাস্তি দিয়াৰ বিৰুদ্ধে অসমত প্ৰবল জনমত গঢ়ি তুলিছিল। বহু ঠাইত সভা, শোভাযাত্ৰা, গণ-বিক্ষোভৰ ব্যৱস্থা কৰা হৈছিল। গুৱাহাটী চহৰত আমালোকে বহু ৰাজহুৱা সভা আৰু বিক্ষোভ প্ৰদৰ্শন কৰিছিলো। ৰাইজৰ প্ৰবল আন্দোলনৰ ফলত ভাৰতৰ মূখ্য সেনাধ্যক্ষ ফিল্ড-মাৰ্ছাল উচিন-লেকে আজাদহিন্দ ফৌজৰ শাস্তি প্ৰাপ্ত তিনিওজন লোকক ক্ষমা প্ৰদান কৰে, আৰু মুক্তিদান কৰে। বাকী যি সকল—আজাদহিন্দ ফৌজৰ সৈন্যৰ বিৰুদ্ধে গোচৰ আছিল সেই গোচৰ বিলাকো প্ৰত্যাহাৰ কৰে, আৰু জেলৰপৰা তেওঁলোককো খালাছ দিবলৈ বাধ্য হয়।

আজাদহিন্দ ফৌজৰ মুক্তিপ্ৰাপ্ত এই লোক সকলে দেশৰ জনসাধাৰণৰ মাজত স্বাধীনতাৰ বাণী প্ৰচাৰ কৰি জনসাধাৰণক উদ্বুদ্ধ কৰিছিল।

## ভাৰতত নৌ বিদ্ৰোহ
## সৈন্যবাহিনী ও বিমান নাবিকৰ মাজতো অসন্তোষ

১৯৪৬ চনত বোম্বে, কৰাছী, বিশাখাপট্টম আৰু কলিকতাত নাবিক সকলে বৃটিছ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। প্ৰথমে বোম্বেত প্ৰশিক্ষণ-দান কৰা এখন জাহাজৰ নাবিক সকলে স্বতঃস্ফুৰ্ট ভাবে বিদ্ৰোহ আৰম্ভ কৰে। ১৮ ফেব্ৰুৱাৰীৰ পৰা নাবিক সকলে ভালখাদ্য যোগানৰ দাবীত ধৰ্মঘট কৰে। পিচদিনা বৈথকা ( নোঙৰ কৰি বৈ থকা ) ২০ খন জাহাজৰ নাবিকসকলে এই দাবীৰ সমৰ্থনত যোগদান কৰে। নাবিক সকলৰ দাবী আছিল—সকলো প্ৰকাৰৰ

বৈষম্য দূৰ কৰিব লাগে, বৃটিছ নাবিক সকলে পোৱা সমান সুবিধা ভাৰতীয় নাবিককো সমানে দিব লাগে, উন্নত খাদ্য যোগানৰ ব্যৱস্থা কৰিব লাগে। বৃটিছ অফিচাৰ সকলে কৰা অপমানসূচক ব্যৱহাৰ বন্ধ কৰিব লাগে।—এই ধৰ্মঘটে ক্ৰমে ৰাজনৈতিক চৰিত্ৰ গ্ৰহণ কৰে। অৱশেষত নাবিক সকলে ভাৰতৰ জেলত আবদ্ধ হৈ থকা ৰাজনৈতিক কৰ্মী সকলৰ বিনাচৰ্ত্তে মুক্তিদানৰ দাবী কৰে, আৰু ইন্দোনেচিয়াৰ পৰা বৃটিছ সৈন্যৰ অপসাৰণৰ দাবী কৰে।

নাবিক বিদ্ৰোহৰ বিৰুদ্ধে চৰকাৰে সৈন্যবাহিনী নিয়োগ কৰে। সৈন্যবাহিনীৰ লগতে নাবিক সকলৰ তীব্ৰ যুদ্ধ হয়—কামানৰ যুদ্ধ হয়। যুদ্ধত কোনো পক্ষই হাৰমনা নাছিল। বোম্বাইৰ এই বিদ্ৰোহ কৰাচী, কলিকতা, বিশাখাপট্টম, দিল্লী, পুনা আদি অঞ্চলত বিয়পি পৰিছিল।

বিমান বাহিনীৰ কিছু বৈমানিকেও এই বিদ্ৰোহৰ সমৰ্থনত যোগ দিছিল আৰু সৈন্যবাহিনীৰো ভাৰতীয় সকলৰ এটা অংশই তলে তলে সমৰ্থন জনাইছিল।

বৃটিছ চৰকাৰে বোম্বেৰ বিদ্ৰোহী সকলৰ ওপৰত নিষ্ঠুৰভাবে আক্ৰমণ চলায়।—এই আক্ৰমণত ৩০০ জন লোকৰ মৃত্যু হয়, আৰু প্ৰায় ২০০০ জন লোক আহত হয়। অৱশেষত কংগ্ৰেছ আৰু মুছলীম লীগ নেতা সকলৰ হেচাত—বিদ্ৰোহী নৌ-বাহিনীৰ লোক সকলে ২৩ ফেব্ৰুৱাৰীৰ দিনা আত্মসমৰ্পণ কৰে।

ভাৰতৰ নৌবাহিনীৰ আন্দোলনৰ সমৰ্থনত সমগ্ৰ দেশজুৰি নতুন প্ৰেৰণা, উদ্দীপনা আৰু উৎসাহৰ সঞ্চাৰ হয়।

ইয়াতে উল্লেখ কৰা দৰ্কাৰ যে বিহাৰ আৰু ইউ-পিৰ পুলিছ সকলেও চৰকাৰৰ বিৰুদ্ধে কিছুদিন ধৰি ধৰ্মঘট কৰিছিল আৰু সেই ধৰ্মঘট বিদ্ৰোহলৈ ৰূপান্তৰিত হৈছিল।

সেই সময়ত নৌবাহিনী, বিমান বাহিনী আৰু বিহাৰ, ইউ-পিৰ

পুলিছ বাহিনীৰ ধৰ্মঘট আৰু আন্দোলনে তেতিয়া আমালোকৰ মনত নতুন আশাৰ সঞ্চাৰ কৰিছিল। তেওঁলোকৰ সমৰ্থনত দেশজুৰি আন্দোলন হৈছিল। অসমত আমালোকেও ডাঙৰ ডাঙৰ গণসমাবেশৰ আয়োজন কৰিছিলো আৰু সভা শোভাযাত্ৰা সংগঠন কৰি মানুহৰ মনত প্ৰেৰণাৰ সঞ্চাৰ কৰিব পাৰিছিলো।

এই ধৰ্মঘট ও আন্দোলনত বৃটিছ চৰকাৰ আতঙ্কিত হৈছিল— আৰু অদূৰ ভবিষ্যতে ব্যাপক বিপ্লৱী সংগ্ৰাম সংগঠিত হব পাৰে বুলি আশঙ্কা কৰিছিল।

## বনুৱা ও কৃষক আন্দোলনৰ তীব্ৰতা

১৯৪৫ চন মানৰ পৰাই ১৯৪৬ চন আৰু ১৯৪৭ চনৰ মাজভাগ পৰ্য্যন্ত ভাৰতবৰ্ষৰ শ্ৰমিক আৰু কৃষক আন্দোলনে ভাৰতৰ স্বাধীনতা লাভ ত্বৰান্বিত কৰে। দেশৰ অৰ্থনৈতিক শঙ্কট, মূল্যবৃদ্ধি আৰু চৰাদামে এই আন্দোলন বিলাকৰ সৃষ্টিত সহায়ক হয়।

১৯৪৬ চনত দক্ষিণ ভাৰতত আৰু উত্তৰ-পশ্চিম অঞ্চলৰ ৰেলপথ বিলাকত বনুৱা সকলে ধৰ্মঘট কৰে। কলিকতা, মাদ্ৰাজ, নাগপুৰ, কোয়েম্বাটুৰ আৰু অন্যান্য কাৰখানা কিছুমানতো ধৰ্মঘট হয়। ত্ৰিবাঙ্কুৰ কোচিনৰ নাৰিকল শিল্পত ধৰ্মঘট হয়, আৰু ধৰ্মঘট চলি থাকোতেই পুন্নাপ্ৰা আৰু ভেলোৰত পুলিছৰ লগত সশস্ত্ৰ-সংঘৰ্ষ আৰম্ভ হয়। মহীশুৰ আৰু হায়দৰাবাদৰ দৰে দেশীয় ৰাজ্যবিলাকতো বনুৱা ধৰ্মঘট আৰম্ভ হয়।

১৯৪৬ চনত প্ৰায় দুহেজাৰ মান ধৰ্মঘট হয়—সেই ধৰ্মঘটত প্ৰায় ১৯/২০ লাখ বনুৱাই অংশ গ্ৰহণ কৰে আৰু ২৫/৩০ লাখ কৰ্মদিন নষ্ট হয়। এই ধৰ্মঘটৰ প্ৰভাৱ কলিকতা আৰু কানপুৰত পৰে আৰু ১৯৪৭ চন পৰ্য্যন্ত চলে। পুলিছে নিদাৰুণ নিৰ্য্যাতন চলায় আৰু বনুৱা ও পুলিছৰ মাজত সংঘৰ্ষ হয়। ভাৰতৰ বনুৱা

শ্ৰেণীৰ আন্দোলনৰ ব্যাপকতাই স্বাধীনতা লাভৰ আকাঙ্ক্ষা আৰু সম্ভাবনা আগুৱাই দিছিল।

গাৰৰ কৃষক ৰাইজৰ মাজতো আন্দোলন আৰম্ভ হৈছিল। উত্তৰ প্ৰদেশৰ "বাস্তি" আৰু বালিয়াত জমিদাৰ সকলে কৃষক সকলক আক্ৰমণ কৰে আৰু উচ্ছেদ কৰে। তাৰ বিৰুদ্ধে ভয়াবহ কৃষক আন্দোলন সৃষ্টি হৈছিল। বঙ্গদেশৰ প্ৰায় ১২/১৩ খন জিলাত তেভাগা আন্দোলন বিয়পি পৰিছিল। পুলিছ আৰু জমিদাৰৰ গুণ্ডাবাহিনীৰ বিৰুদ্ধে কৃষক সকলে সশস্ত্ৰ সংগ্ৰামত অৱতীৰ্ণ হৈছিল। প্ৰায় ৪৫/৫০ লাখ কৃষক বঙ্গদেশৰ তেভাগা আন্দোলনত জড়িত হৈ পৰিছিল। বঙ্গদেশৰ কমিউনিষ্ট সকলে এই তেভাগা আন্দোলনৰ নেতৃত্ব কৰিছিল। তেভাগা আন্দোলনৰ কাহিনী আৰু পুলিছী নিৰ্য্যাতন আজিও মানুহৰ মুখে মুখে।

পাঞ্জাবৰ লায়ালপুৰ জিলাক কেন্দ্ৰকৰি—কৃষক সকলে খাজনা কমোৱাৰ দাবীত আৰু বাকী থকা কৃষি ঋণৰ পৰা অব্যাহতি পোৱাৰ দাবীত আন্দোলন চলাইছিল। বোম্বাইৰ ওয়াৰ্লি অধ্যুষিত কৃষক এলেকাত ঋণৰ পৰা মুক্তি পোৱাৰ দাবীত ওৱালিসকলে আন্দোলন কৰিছিল।

হায়দৰাবাদৰ তেলেঙ্গানাৰ কৃষক আন্দোলন ব্যাপক পৰিষৰত গঢ়ি উঠিছিল। কৃষক সকলে হায়দৰাবাদৰ নিজামৰ নিয়োজিত চৰকাৰী কৰ্মচাৰী বিলাকক কৰ্মস্থলৰপৰা খেদি দিছিল, নিজৰ ৰক্ষী দল গঢ়িছিল, অস্ত্ৰ সংগ্ৰহ কৰিছিল, আৰু নিজামৰ পুলিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰাম চলাইছিল।—এই আন্দোলন ১৯৫০–৫১ চন পৰ্য্যন্ত চলিছিল।

অসমৰ বেলতলা, পানবাৰী, ৰাণী, পলাশবাৰী, চয়গাওঁ, বকো অঞ্চলত মাটিগিৰিক দিবলগীয়া আধি ধানৰ পৰিমাণ কমাবলৈ উচ্ছেদ বন্ধ কৰিবলৈ, আৰু মাটিহীনক মাটি দিবলৈ ব্যাপক আন্দোলন

হৈছিল। দক্ষিণ কামৰূপ অঞ্চলত পুৰাৰ মাটিত ৮ পুৰা/১২ পুৰাকৈ মাত্ৰ ধান দিয়াৰ দাবীত কৃষকৰ মাজত প্ৰবল আন্দোলন হৈছিল। এই আন্দোলনত কমৰেড গোবিন্দ কলিতা, ডম্বৰুধৰ ইাঞ্জাল, বলো বসুমতাৰী, বস্তি মহাজন, ভদ্ৰ চৌধুৰী, কুল বসুমতাৰী আদি নেতা সকল জড়িত আছিল। গোৱালপাৰা জিলাৰ ধুবুৰী মহকুমাত প্ৰানেশ বিশ্বাস, শ্ৰীনন্দেশ্বৰ তালুকদাৰ আদিৰ নেতৃত্বত আৰু দক্ষিণ গোৱালপাৰাত শৰৎ ৰাভা আদিৰ নেতৃত্বত জমিদাৰতন্ত্ৰৰ বিৰুদ্ধে কৃষক জাগৰণ হৈছিল।

কাশ্মীৰৰ সামন্তবাদী শাসকদলৰ বিৰুদ্ধে নেশ্যনেল কনফাৰেন্সৰ নেতৃত্বত আন্দোলন হৈছিল, আৰু এই আন্দোলনে গাওঁ অঞ্চলত কৃষক আন্দোলনলৈ ৰূপান্তৰিত হৈছিল।

ৰাজপুতনাৰ বিভিন্ন ৰাজ্যত, আৰু মধ্য প্ৰদেশতো সামন্তবাদ বিৰোধী কৃষক আন্দোলন গঢ়ি উঠে।

এইদৰে ১৯৪৫/৪৬/৪৭ চনত দেশীয় ৰাজ্যৰ শাসনকৰ্ত্তা আৰু বৃটিছ শাসনকৰ্ত্তা ও ভূম্যধিকাৰীৰ বিৰুদ্ধে সমগ্ৰ ভাৰত জুৰি কৃষক আন্দোলন গঢ়ি উঠে। কৃষক ও শ্ৰমিকৰ—আন্দোলনত বৃটিছ চৰকাৰে ভয় খায়।

দ্বিতীয় মহাসমৰৰ পিছত বৃটিছ সাম্ৰাজ্য ক্ৰমে দুৰ্ব্বল আৰু পতনমুখী হৈছিল।

## ৱাভেল আচনি আৰু কেবিনেট মিচন

বিপ্লৱী কমিউনিষ্ট সকল অসম প্ৰদেশত ৰাইজৰ মাজত পৰিচিত আছিল। সংগঠন একেবাৰে দুৰ্বল আছিল। ১৯৪২ চনৰ ভাৰত-ত্যাগ আন্দোলনত দুই-চাৰিটা ঘটনাৰ বাহিৰে—অকলে উল্লেখযোগ্য ঘটনা সৃষ্টি কৰিব পৰা অবস্থাত এই দলটো নাছিল। বঙ্গদেশ

আৰু বোম্বাইৰ সংগঠন তেনেই নগন্য আছিল। সৰ্ব্বভাৰতীয় ৰাজনীতিত উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিব পৰা শক্তি এই দলৰ নাছিল। ভাৰতত্যাগ আন্দোলন ব্যৰ্থ হোৱাৰ পিছত লৰ্ড ৱাভেল গবৰ্ণৰ জেনেৰেল হয়— লৰ্ড ৱাভেলে ভাৰতবাসীৰ সমূখত আচনি এখন ডাঙি ধৰি আলোচনাৰ কাৰণে কংগ্ৰেছ আৰু মুছলীম লীগক আমন্ত্ৰণ জনাইছিল। ১৯৪৬ চনৰ মাৰ্চ মাহত এটলী গবৰ্ণমেণ্টে গঠন কৰা কেবিনেট মিছনৰ সদস্য সকলেও—বৃটিছ কেবিনেটৰ যি আচনি পঠিয়াইছিল—সেই আচনি সম্বন্ধে আলোচনা কৰিবলৈ কংগ্ৰেছ, মুছলীম লীগ আদি দলক আমন্ত্ৰণ জনাইছিল। গতিকে বিপ্লৱী কমিউনিষ্ট সকলে ৱাভেল আচনি সম্পৰ্কে, বা কেবিনেট মিছনে পঠিওৱা প্ৰস্তাব সম্পৰ্কে বাহিৰত থাকি সমৰ্থন কৰা বা সমালোচনা কৰাৰ বাহিৰে অন্য একো ভূমিকা গ্ৰহণ কৰিব নোৱাৰিছিল।

১৯৪৬ চনৰ ১৬ আগষ্টৰ দিনা মুছলীম লীগে ভাৰতবৰ্ষক ধৰ্মৰ নামত বিভাজন কৰাৰ উদ্দেশ্যে প্ৰত্যক্ষ সংগ্ৰামৰ দিন হিচাবে ঘোষণা কৰে। কলিকতা, শ্ৰীহট্ট, নোৱাখালি, ত্ৰিপুৰা আদি কেখনমান ঠাইত সাম্প্ৰদায়িক সংঘৰ্ষ সৃষ্টি হল; তাৰ পিছতেই অক্টোবৰ মাহত বিহাৰত দাঙ্গা লাগিল। ১৯৪৭ চনৰ ফেব্ৰুৱাৰীত পাঞ্জাবতো এই দাঙ্গা সৃষ্টি হল। কেবিনেট মিছন, ওৱাভেল প্লেন আদিয়ে ভাৰতক 'ডমিনিয়ন ষ্টেটাছ' দিয়াৰ নামত বিভিন্ন সম্প্ৰদায়ৰ মাজত বিভেদ, অনৈক্য আৰু সাম্প্ৰদায়িকতাৰ বীজ সিচি দি যুগ যুগ ব্যাপি সৃষ্টি হোৱা একতা আৰু ভাতৃত্ববোধ খৰ্ব্ব কৰিলে। এই ভ্ৰাতৃঘাতী দাঙ্গা ৰোধ কৰিবলৈ বিপ্লৱী কমিউনিষ্ট দলে, আৰু অসম প্ৰাদেশিক ছাত্ৰ ফেডাৰেশ্যনে অহোপুৰুষাৰ্থ কৰিছিল।

## কংগ্ৰেছ আৰু মুছলীম লীগে
## আপোষৰ মাধ্যমেৰে স্বাধীনতা বিচাৰিছিল

১৯৪৫/৪৬/৪৭ চনৰ যুদ্ধোত্তৰ কালচোৱাত বৃটিছ সাম্ৰাজ্যৰ ভেটিত জোকাৰণি উঠিছিল। বৃটেনৰ নিজৰ দেশতেই গৃহসমস্যা, বেকাৰ সমস্যা, মুলাবৃদ্ধিৰ সমস্যাই গ্ৰেট বৃটেন খনক বিপদত পেলাইছিল। যুদ্ধৰ সময়ত ফেচিষ্ট জাৰ্মানীৰ ৰকেট আক্ৰমণত লণ্ডনৰ বহু বাসস্থান ধ্বংস হৈছিল। লণ্ডনত বাসগৃহৰ ডাঙৰ সমস্যা হৈছিল। যুদ্ধৰ সময়ত অত্যধিক খৰছৰ হেতুকে বৃটেনৰ ঋণৰ বোজা বৰ গধুৰ হৈছিল। তাৰ উপৰিও যুদ্ধৰ সময়ত উপনিবেশ বিলাকত শাসন সংস্কাৰ কৰা বা স্বাধীনতাৰ প্ৰতিশ্ৰুতি দিয়াৰ ফলত উপনিবেশ বিলাকত বিভিন্ন প্ৰকাৰৰ দাবীৰ ওপৰত আন্দোলন সৃষ্টি হৈছিল। অৰ্থনৈতিক দুৰ্দ্দশা আৰু হেজাৰ প্ৰকাৰৰ শঙ্কটৰ সমূখীন হৈ বৃটেনৰ শাসক বৰ্গই—উপনিবেশ বিলাকত গঢ়ি উঠা স্বাধীনতা সংগ্ৰামৰ জোৱাৰৰ প্ৰতিবন্ধকতা সৃষ্টি কৰিবলৈ অপাৰগ হৈছিল। বৃটিছ চৰকাৰৰ এনে এটা দুৰ্ব্বল মূহুৰ্ত্তত আপোচৰ মাধ্যমেৰে স্বাধীনতা লাভৰ পৰিকল্পনাত লাগি নেথাকি—সংগ্ৰাম বা আন্দোলনৰ ওপৰত নিৰ্ভৰ কৰাহেতেন মুছলীমলীগ আৰু কংগ্ৰেছে দেশখনক বিভাজন কৰিব নোৱাৰিলে হেতেন। কিন্তু ধনিক নেতৃত্বৰ কংগ্ৰেছ দলে ধনিক মুছলিম লীগৰ নেতৃত্বই সদায় গণ আন্দোলনক ভয় কৰিছিল—আৰু সেই কাৰণে দেশ বিভাজন কৰি হলেও শান্তিপূৰ্ণভাবে ক্ষমতা দখলৰ পৰিকল্পনা কৰিছিল।

সেই সময়ত বিপ্লৱী কমিউনিষ্ট দলে কৈছিল যে মুছলমান বুৰ্জোৱা আৰু ব্যবসায়ী শ্ৰেণীয়ে হিন্দু বুৰ্জোৱাতকৈ বহুত পিছত বৃটিছৰ শাসন আৰু আধিপত্য মানি লৈছিল। ইতিমধ্যে বৃটিছ পুজিপতি সকল বৃহৎ পুজিপতি শ্ৰেণীলৈ ৰূপান্তৰিত হৈছিল;

কিন্তু মুছলিম পুজিপতি সকলে দেৰীকৈ বৃটিছ বন্ধুত্ব স্বীকাৰ কৰাত ব্যৱসায় পাতিৰ অগ্ৰগতিত তেওঁলোক পিচপৰি আছিল। এই পিচপৰি থকা মুছলমান বুৰ্জোৱা সকলে ধনিক বুৰ্জোৱা হিন্দু সকলৰ লগত প্ৰতিযোগিতাৰ ক্ষেত্ৰত—বিশেষ লাভবান নহব বুলি ধাৰণা কৰিছিল, আৰু সেই কাৰণে হিন্দু-বুৰ্জোৱা নথকা এডুখুৰি স্বাধীন ঠাই বিচাৰিছিল। ধৰ্মৰ নামত 'পাকিস্তান' নামৰ পৃথক অঞ্চল এটা ফালৰি কাটি নিবপাৰিলে—সেই অঞ্চলৰ গৰীব জনসাধাৰণক শোষণ ও শাসন কৰি—ধনৰ পুজি মোটা কৰাৰ সুবিধা তেওঁলোকৰ হব বুলি ভাবিছিল। এই কাৰনেই মুছলমান বুৰ্জোৱা ধনিক শ্ৰেণীয়ে পাকিস্তান ৰাষ্ট্ৰগঠনৰ দাবী তুলিছিল,—ধৰ্মৰ ভ্ৰান্তিমূলক ব্যাখ্যা কৰি, লোকাচাৰকেই ধৰ্মৰ আখ্যাদি অমুছলমান সকলক মুছলমান বিৰোধী বুলি প্ৰচাৰ চলাইছিল আৰু গৰীব মেহনতী মুছলমান সকলক এইভাবেই সংগঠন কৰিছিল। ১৯৪০ চনৰ ২৩ মাৰ্চৰ দিনা মুছলীম-লীগৰ লাহোৰ সম্মিলনত পাকিস্তান স্থাপনৰ পূৰ্ণপ্ৰস্তাব গৃহীত হয়। ১৯৪২ চনৰ ভাৰতত্যাগ আন্দোলনত লীগপন্থী সকলে বিৰোধিতা কৰে। ১৯৪২ চনৰ ক্ৰীপছ প্ৰস্তাবতো ভাৰত বিভাজনৰ ইঙ্গিত দিয়া হয়। বৃটিছে মুছলীম লীগৰ ভাৰত বিভাজনৰ প্ৰস্তাবক কেন্দ্ৰ কৰি—দেশখনৰ ঐক্য, সংহতি বিনষ্ট কৰে, আৰু তেনেকৈয়ে ভাৰতবৰ্ষৰ ওপৰত আধিপত্য বিস্তাৰৰ কৌশল অবলম্বন কৰে।

অভিজ্ঞতাৰ পৰা দেখা গৈছে যে ১৯৪৭ চনৰ ১৫ আগষ্টৰ পৰা দেশখন স্বাধীন হল। পূব-পাকিস্তান, পশ্চিম পাকিস্তান গঢ়ি উঠিল,—বাকী অংশ ভাৰতবৰ্ষ হৈ থাকিল। কিন্তু সুদীৰ্ঘ ৪৫ বছৰীয়া শাসনত আমি দেখিবলৈ পালো যে পাকিস্তান খণ্ডৰ গৰীব মুছলমান কৃষক, বনুৱা আৰু মধ্যবিত্তৰ ৰক্ত শোষণ কৰি এমুঠিমান মুছলমান ধনিকে পাকিস্তানত বৃহত্তৰ পুজিপতি হৈছে। তেনেদৰে ১৯৭১ চনত

পূব-পাকিস্তানৰ পৰা ফালি আহি 'বাংলাদেশ' নাম গ্ৰহণ কৰা এই অঞ্চলতো গৰীব মুছলমানক শোষণ কৰি তাৰ ধনী শ্ৰেণী অধিক ধনী হৈছে,—আৰু গৰীব মুছলমান ৰাইজৰ দুখ, কষ্ট কুলাই-পাছিয়ে নধৰা হৈছে। আকাল, মহামাৰি, মূল্যবৃদ্ধি, কৰ্মহীনতাত কোটি কোটি গৰীব মুছলমান লোকে জীয়াতু ভুগিছে, বাংলাদেশ আৰু পাকিস্তানত।

তেনেদৰে ভাৰতবৰ্ষতো কোটি কোটি মেহনতী হিন্দু, মুছলমান খৃষ্টান, জৈন, জনজাতি, তপছিলভূক্ত সম্প্ৰদায়ৰ গৰীব লোকক বিভিন্নভাবে শোষণ কৰি ভাৰতৰ শাসনাধিষ্ট বুৰ্জোৱা শ্ৰেণীয়ে নিজৰ ধনৰ মোনা সুবৃহৎ কৰিছে ; কিন্তু গৰীব মেহনতী মানুহে মূল্যবৃদ্ধি, কৰ্মহীনতা, বেকাৰ সমস্যা, আৰু দুৰ্নীতিৰ চিকাৰৰ বলি হৈছে।

মহাত্মাগান্ধীৰ কল্পনাৰ সমতাৰ 'ৰামৰাজ্য' আৰু জিন্নাজীৰ— "পবিত্ৰভূমি" (পাক-ই-স্তানৰ) ধ্বনি—গৰীব হিন্দু মুছলমান খৃষ্টান, জৈন আদি বিভিন্ন সম্প্ৰদায়ৰ গৰীব লোকৰ কাৰণে—দিনে দিনে বেচি অসহনীয় হৈ উঠিছে।

ভাৰত আৰু পাকিস্তানৰ বুৰ্জোৱা শ্ৰেণীৰ লক্ষ্য আৰু উদ্দেশ্য পূৰণ হৈছে। এই বৃহত্তৰ অঞ্চলৰ মেহনতী গৰীব শ্ৰেণীক উভয়ে প্ৰবঞ্চনা কৰি—বৃটিছৰ লগত আপোচ কৰি স্বাধীনতা ললে।

## নেতাজী সুভাষ চন্দ্ৰ বসু
## আৰু
## আজাদ-হিন্দ চৰকাৰ

নেতাজী সুভাষ চন্দ্ৰ বসুৰ জীবন বীৰত্বপূৰ্ণ ৰোমাঞ্চেৰে পৰিপূৰ্ণ। আই-চি-এছ বিষয়া বসুই চৰকাৰী চাকৰি বাদদিয়ে, আৰু দেশবৰেণ্য নেতা দেশবন্ধু চিত্তৰঞ্জন দাসৰ দ্বাৰা প্ৰভাবিত হৈ

কংগ্ৰেছ দলত যোগদান কৰে, আৰু স্বাধীনতা সংগ্ৰামত সক্ৰিয় অংশ গ্ৰহণ কৰে। ১৯২৮ চনত কংগ্ৰেছ মহাসভাত তেখেতে পূৰ্ণস্বাধীনতাৰ দাবী উত্থাপন কৰে। মহাত্মাগান্ধীয়ে ১৯৩৪ চনত আইন অমান্য আন্দোলন প্ৰত্যাহাৰ কৰা বাবে তেখেতক কঠোৰ সমালোচনা কৰে। ১৯৩৯ চনত গান্ধীজীয়ে সভাপতি পদৰ কাৰণে মনোনীত কৰা ডাঃ পট্টভি সীতাৰামায়াক পৰাজিত কৰি দ্বিতীয় বাৰৰ কাৰণে কংগ্ৰেছ সভাপতি নিৰ্ব্বাচিত হয়। কিন্তু মহাত্মাগান্ধীয়ে ডাঃ সীতাৰা-মায়াৰ পৰাজয় তেখেতৰ নিজৰ পৰাজয় বুলি মন্তব্য কৰে। তাৰ উপৰিও কংগ্ৰেছৰ এদল নেতাই সুভাষ বসুক সমৰ্থন নিদিয়াত তেখেতে সভাপতি পদ ত্যাগ কৰে। অৱশেষত কংগ্ৰেছৰ লগত বিৰোধ হৈ তেখেত কংগ্ৰেছৰ পৰা ওলাই আহে আৰু 'ফৰোৱাৰ্ড ব্লক' নামেৰে দল এটা স্থাপন কৰে। কলিকতাক কেন্দ্ৰকৰি এইদলে যথেষ্ট কাগজপত্ৰ প্ৰকাশ কৰে আৰু ঠায়ে ঠায়ে শাখা প্ৰশাখা গঢ়ি উঠে।

১৯৪১ চনৰ ২৬ জানুৱাৰীৰ দিনা সুভাষ চন্দ্ৰ বসুদেৱে অতি কষ্টেৰে, ভেশচন কৰি ভাৰতৰ পৰা ওলাই যায়, আৰু আফগানিস্তান অতিক্ৰম কৰি বাৰ্লিনত হেৰ হিটলাৰক লগ ধৰে, আৰু ভাৰতৰ স্বাধীনতাৰ বিষয়ে সাহায্যদানৰ আলোচনা কৰে। জাৰ্মান ৰেডিঅই ভাৰতৰ স্বাধীনতা সম্বন্ধে প্ৰচাৰ আৰম্ভ কৰে। সুভাষ চন্দ্ৰ বসু ডাঙৰীয়া জাৰ্মানীৰ পৰা আহি জাপানত উপস্থিত হয়, আৰু জাপানী চৰকাৰক প্ৰভাবিত কৰি ভাৰতৰ স্বাধীনতা সম্পৰ্কত যি কোনো প্ৰকাৰৰ সাহায্য দানৰ প্ৰতিশ্ৰুতি আদায় কৰে।

দ্বিতীয় মহাসমৰত দক্ষিণ-পূব এচিয়াত জাপান এটা অগ্ৰগণী আৰু প্ৰথম শ্ৰেণীৰ শক্তি আছিল। হংকং, চিঙাপুৰ, মালয়, বাৰ্মা আদি অঞ্চল জাপানে দখল কৰিছিল। বৃটিছ চৰকাৰৰ বহু সৈন্য জাপানৰ হাতত বন্দী হৈছিল—বিশেষকৈ মালয় আৰু ব্ৰহ্মদেশত।

এই বন্দী সৈন্য সকলক লৈ—সুভাষ চন্দ্ৰ বসুৱে আজাদ-হিন্দ-ফৌজ নামৰ এটা সৈন্য বাহিনী গঢ়ি তুলে, আৰু 'আজাদ-হিন্দ-চৰকাৰ' নামৰ ভাৰতৰ স্বাধীন চৰকাৰ এখন ভাৰতৰ বাহিৰত প্ৰতিষ্ঠা কৰে। এখেতৰ এই মহান দেশপ্ৰেমী কাৰ্য্যত 'ৰাসবিহাৰী বসু' দেৱে সকলো প্ৰকাৰে সহায় কৰিছিল।

আজাদ-হিন্দ-ফৌজে—জাপানী সৈন্যবাহিনীৰ লগত লগ হৈ—মনিপুৰৰ উখৰুল অঞ্চলত আৰু নাগালেণ্ডৰ ডিমাপুৰ অঞ্চলত আক্ৰমণ চলায়। নেতাজীৰ আজাদহিন্দ ফৌজৰ দেশপ্ৰেমীক কাৰ্য্যাবলীয়ে বৃটিছ চৰকাৰৰ নিয়োজিত ভাৰতীয় সৈন্য বাহিনীৰ এটা অংশক প্ৰভাবিত কৰে; আৰু বৃটিছ চৰকাৰ শঙ্কাগ্ৰস্ত হয়।

দুখৰ কথা যে ব্ৰহ্মদেশৰ পৰা টোকিওলৈ গৈ থকাৰ পথত সাগৰৰ ওপৰতেই নেতাজীৰ উৰাজাহাজখন দুৰ্ঘটনাত পতিত হয়, আৰু ১৯৪৫ চনৰ ২৩ আগষ্ট তাৰিখে তেখেতৰ মৃত্যু হয়। তেখেতৰ মৃত্যুৰ বাতৰিয়ে দেশবাসীক কন্দুৱাই গল।

আজাদ-হিন্দ চৰকাৰ আৰু আজাদ হিন্দ ফৌজ প্ৰতিষ্ঠাৰ মাজেৰে নেতাজীয়ে দেশৰ স্বাধীনতা সংগ্ৰামত অতুলনীয় বৰঙণি যোগাইছিল নেতাজীৰ এই কাৰ্য্যত বৃটিছ চৰকাৰ সন্ত্ৰস্ত ও বিহ্বল হৈছিল।

তেতিয়াৰ বিপ্লৱী কমিউনিষ্ট সকলে নেতাজীৰ এই দেশপ্ৰেম-মূলক কাৰ্য্যৰ প্ৰতি যথেষ্ট সমৰ্থন আগবঢ়াইছিল। আজাদ-হিন্দ ফৌজৰ গ্ৰেপ্তাৰ হোৱা সৈন্য সকলৰ মুক্তিৰ দাবীত, আৰু ৰেডফৰ্টৰ বিচাৰত শাস্তিপ্ৰদান কৰা আজাদ-হিন্দ ফৌজৰ অফিচাৰ সকলৰ মুক্তি দাবী কৰি দেশবাসীয়ে প্ৰভুত আলোড়ণ সৃষ্টি কৰিছিল। এই আলোড়ণ সৃষ্টি কৰাত অসমত আমালোক বিপ্লৱী কমিউনিষ্ট সকলে আগভাগ লৈছিলো; আৰু আগভাগ লোৱা গৌৰবৰ অংশীদাৰ বুলি নিজকে গৌৰবান্বিত কৰিছো।

হেজাৰ-বিজাৰ লোকৰ আত্মদান আৰু জীৱনদানৰ বিনিময়ত দেশে স্বাধীনতা পালে। যি সকলে প্ৰচাৰ কৰে বা ভাবে যে দেশৰ এজন বা দুজন নেতাই যেনে মহাত্মাগান্ধী আৰু নেহৰুৱে আমাক স্বাধীনতা আনি দিলে—সেই সকলৰ সেই প্ৰচাৰ ভুল, আৰু তেনেদৰে ভবাটোও ভুল ও অশুদ্ধ।

কোনো কোনোৱে প্ৰচাৰ কৰে যে কংগ্ৰেছ দলে দেশ স্বাধীন কৰিলে—সেই প্ৰচাৰো ভুল। কিয়নো ১৮৮৫ চনত কংগ্ৰেছৰ জন্মৰ আগেয়ে ১৮৫৭ চনত বৃটিছ বিৰোধী স্বাধীনতা সংগ্ৰাম সমগ্ৰ ভাৰত-জুৰি আৰম্ভ হৈছিল—আৰু ১৮৮৫ চন পৰ্য্যন্ত দেশৰ বহু ৰাজ্যত স্বাধীনতাৰ হকে যুজি কেবাশ লোকে জীৱনদান কৰিছিল।

এই ইতিহাসৰ কাহিনী চমুকৈ আমি আলোচনা কৰিমহক। এইটো সত্য যে বৃটিছ, পৰ্টুগীজ আৰু ফৰাছী সাম্ৰাজ্যবাদী শক্তি বিলাকক ভাৰতৰ পৰা খেদি দিবলৈ কৰা সকলো প্ৰকাৰৰ আন্দোলনকেই ভাৰতৰ স্বাধীনতা আন্দোলন বুলি ধৰিব লাগিব।

আজাদহিন্দ ফৌজ গঠন, আজাদ-হিন্দ-চৰকাৰ স্থাপন আজাদ-হিন্দ ফৌজৰ লগত বৃটিছ বাহিনীৰ যুদ্ধ—ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ উল্লেখনীয় অবদান।

## কেবিনেট-মিছন আৰু গ্ৰুপিঙৰ প্ৰস্তাব

১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহত ইংলণ্ডৰ চৰকাৰে ভাৰতৰ স্বাধীনতাৰ বিষয়টো সম্পৰ্কত এটা তিনিজনীয়া মিশ্যন ভাৰতলৈ পঠিয়ালে। এই তিনিজনীয়া মিশ্যনত ভাৰত সচিব পেথিক লৰেন্স, নৌবাহিনীৰ প্ৰধান লৰ্ড আলেকজেণ্ডাৰ, আৰু বানিজ্য বোৰ্ডৰ সভাপতি ক্ৰিপচ্ অন্তৰ্ভুক্ত আছিল।

তেতিয়া লণ্ডনত লেবাৰ পাৰ্টীৰ চৰকাৰ আছিল। ১৫ মাৰ্চৰ

দিনা এই লেবাৰ চৰকাৰে ভাৰতৰ সম্পৰ্কত কৰা ঘোষণাত কৈছিল যে ভাৰতক " ডোমিনিয়ান " ষ্টেটাছ দিয়া হব।

কেবিনেট মিশ্যনৰ এই তিনিজনীয়া দলটো ১৯৪৬ চনৰ মাৰ্চ মাহত ভাৰতবৰ্ষ পায় আৰু তেওঁলোকে কংগ্ৰেছ দল আৰু মুছলীম লীগ দলৰ লগত সুদীৰ্ঘ সময় ধৰি আলোচনা চলায়।

এপ্ৰিল মাহৰ প্ৰাদেশিক নিৰ্ব্বাচনত কংগ্ৰেছ দলে ৯৩০ খন আৰু মুছলীম লীগ দলে ৪৯৭ খন আসন পায়—সংখ্যাৰ হিচাবত বঙ্গদেশৰ বাহিৰে ভাৰতৰ অন্য কোনো প্ৰদেশত লীগে এদলীয়া শাসনৰ চৰকাৰ পতাৰ যোগ্যতা লাভ কৰা নাছিল।

উল্লেখ যোগ্য যে এই নিৰ্ব্বাচনত ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়ে অংশ গ্ৰহণ কৰে আৰু ১০৮ জন প্ৰাৰ্থীৰ ভিতৰত ৯ জন প্ৰাৰ্থী জয়ী হয়।

১৯৪৬ চনৰ ১৬ মে তাৰিখে বৃটিছ চৰকাৰে পুনৰ এটা ঘোষণা জাৰি কৰে, আৰু আপোচৰ পৰিকল্পনা উত্থাপন কৰে। এই ঘোষণাত কোৱা হয় যে কেন্দ্ৰীয় চৰকাৰৰ হাতত প্ৰতিৰক্ষা, বৈদেশিক নীতি আৰু যোগাযোগৰ দায়িত্ব থাকিব;

ভাৰতৰ প্ৰদেশ বিলাক ৩টা গ্ৰুপত বিভক্ত হব। তৃতীয় গ্ৰুপটো অসম আৰু বঙ্গদেশক লৈ হব। দ্বিতীয় গ্ৰুপত পশ্চিম ভাৰতৰ মুছলমান প্ৰধান প্ৰদেশ—পাঞ্জাব, সিন্ধু, বেলুচিস্থান উত্তৰ পশ্চিম ভাৰতৰ সীমান্ত প্ৰদেশ থাকিব, আৰু ১ম গ্ৰুপত—ভাৰতৰ বাকী অংশ থাকিব।

উল্লেখ যোগ্য যে তেতিয়া অসম বুলিলে বৰ্ত্তমানৰ মিজোৰাম, মেঘালয়, নাগালেণ্ডকো—একেলগে বুজাইছিল।

এই গ্ৰুপিং প্ৰস্তাৱৰ বিৰুদ্ধে দেশব্যাপি আলোড়ণ সৃষ্টি হয়। এই আলোড়ণ বেচিকৈ সৃষ্টি হয় অসমত। এই গ্ৰুপিঙৰ মাধ্যমেৰে অসমৰ মানুহৰ ৰাজনৈতিক, সাংস্কৃতিক আৰু ভাষিক স্বাধীনতাৰ

ক্ষতি সাধন হব বুলি আমালোকে সমগ্ৰ প্ৰদেশজুৰি সভা, শোভাযাত্ৰা আৰু বিক্ষোভ প্ৰদৰ্শণ কৰিছিলো। হেজাৰ হেজাৰ মানুহে এই বিক্ষোভ প্ৰদৰ্শণত অংশ গ্ৰহণ কৰিছিল।

গুৱাহাটী আৰু গোৱালপাৰা চহৰত প্ৰকাণ্ড বিক্ষোভ প্ৰদৰ্শিত হৈছিল। অবশেষত গোৱালপাৰা জিলাখনক বঙ্গৰ অন্তৰ্ভুক্ত কৰিবলৈ ৺ কিৰণ শঙ্কৰ ৰায়ে দিয়া প্ৰস্তাবো আমালোকৰ প্ৰতিবাদত ব্যৰ্থ হয়।

মোৰ মনত পৰে যে ১৯৪৬ চনত অসম প্ৰাদেশিক ছাত্ৰ ফেডাৰেছনৰ বাৰ্ষিক সন্মিলন গোৱালপাৰা চহৰত পতা হৈছিল। সেই সময়ত গুৱাহাটীৰ পৰা যোৱা বাচখনে সন্ধিয়া সময়ত হে ধুপধৰা পায় আৰু ধুপধৰাত ৰাতিটো কটাই পিচদিনা পুৱা গোৱাল-পৰালৈ বাছৰ যাত্ৰা আৰম্ভ হয়, আৰু সেই বাছ আবেলি পৰত গোৱালপাৰা চহৰ পায়। অৰ্থাৎ গোৱালপাৰা পাবলৈ হলে—মুঠতে ২ দিন সময় লাগিছিল। তেতিয়া চৰকাৰী পৰিবহণ ব্যৱস্থাও নাছিল—বাছ আৰু টেক্সীৰ সংখ্যা একেবাৰে নগণ্য আছিল।

আজি কিন্তু গোৱালপাৰাৰ লগত হোৱা যোগাযোগ অভুতপূৰ্ব। অসম প্ৰাদেশিক ছাত্ৰ ফেডাৰেছনলৈ আহিছিল—৺সৌম্যেন্দ্ৰ নাথ ঠাকুৰ, ৺বিষ্ণু প্ৰসাদ ৰাভা, ৺খগেন বৰবৰুৱা, হৰেণ কলিতা আদি বিশিষ্ট নেতৃবৃন্দ। তেতিয়া এডভোকেট ৺কালিপদ সেন, মহেশ্বৰ বৰুৱা, দ্বিজেন দাস, খগেন দাস আদি স্বনামধন্য লোক সকলে আমাক সহায় কৰিছিল। মই আৰু কমৰেড উপেন দাস প্ৰায় ২ মাহ কাল গোৱালপাৰা চহৰত দ্বিজেনৰ ঘৰতে থাকি এই সন্মিলন সাফল্য-মণ্ডিত কৰিছিলো। মানুহে কোৱামতে—তেতিয়ালৈ হোৱা ৰাজহুৱা সভাত গোৱালপাৰা চহৰত ইমানবোৰ মানুহৰ সমাগম হোৱা নাছিল। সকলো ধৰ্মীয় সম্প্ৰদায়ৰ লোকেই খোলা মনলৈ এই সন্মিলনত যোগদান কৰিছিল—তেতিয়া কিন্তু মুছলীম লীগৰ উচটনিত

হিন্দু-মুছলমানৰ মাজত বিদ্বেষৰ ভাব ভাৰতৰ বহুঠাইতেই প্ৰতিফলিত হৈ আছিল।

৺সৌমেন্দ্ৰ নাথ ঠাকুৰে তেখেতৰ বক্তৃতাত যেতিয়া প্ৰস্তাবিত পাকিস্তানৰ বিৰোধিতা কৰি বক্তৃতা আৰম্ভ কৰে—আমি খুব ভয় পাইছিলো—কোৰাত অলপ ইফাল-সিফাল হলেই সাম্প্ৰদায়িক কাজিয়া হৈ যাব পাৰে। কিন্তু ৺ঠাকুৰে এনেদৰে এই বিষয়টো বাখ্যা কৰিলে যে কোনো সম্প্ৰদায়েই ৺ঠাকুৰৰ বক্তৃতাত উত্তেজিত নহল—বৰং সমৰ্থন জনালে। ৺ঠাকুৰে তেখেতৰ বক্তৃতাত কৈছিল যে প্ৰস্তাবিত পাকিস্তানে গৰীব মুছলমান বা গৰীব হিন্দুৰ - গৰীবী দূৰ কৰাত আৰু অবস্থাৰ উন্নতি সাধনত কোনো প্ৰকাৰে বৰঙনি যোগাব নোৱাৰে। তেখেতৰ বক্তৃতাৰ প্ৰতিপাদ্য, শব্দৰ প্ৰয়োগ, উচ্চাৰণৰ মাধুৰ্য্য আজিও মনৰ মাজত বিদ্যমান।

ৰাইজৰ আন্দোলনৰ হেচাত অবশেষত অসমক গ্ৰুপিঙৰ পৰা বাদ দিয়া হল। এই সম্পৰ্কত ৺গোপীনাথ বৰদলৈ দেৱে মহাত্মা-গান্ধীক লগ কৰি অসমৰ মানুহৰ মনৰ কথা কৈ—গান্ধীজীকো বিশ্বাস জন্মাইছিল, আৰু ঘূৰি আহি গুৱাহাটীৰ জুবুলী গাৰ্ডেনৰ ৰাজহুৱা সভাত এই সম্পৰ্কে বক্তৃতা দিছিল। সেই সভাতময়ো আছিলো।

## কেন্দ্ৰীয় মন্ত্ৰীসভা গঠন

লৰ্ড ওৱাভেল ভাৰতবৰ্ষৰ গবৰ্ণৰ জেনেৰেল হৈ থাকে ১৯৪৩ চনৰ পৰা ১৯৪৭ চনলৈ—এই কালচোৱা ৰাজনৈতিক পৰিবৰ্ত্তণৰ সন্ধিক্ষণ বুলিব পাৰি। ওৱাভেলে আহ্বান কৰা চিমলা সন্মিলনত মুছলিমলীগ আৰু কংগ্ৰেছ দলে যোগদান কৰিছিল— যদিও এই সন্মিলন অবশেষত ব্যৰ্থ হল। ইংলণ্ডত লেবাৰ পাৰ্টীৰ চৰকাৰ প্ৰতিষ্ঠা হোৱাৰ পিছত ১৯৪৫-৪৬ চনত প্ৰাদেশিক আৰু কেন্দ্ৰীয় নিৰ্ব্বাচন অনুষ্ঠিত হয়।

১৯৪৬ চনৰ ২ ছেপ্তেম্বৰৰ দিনা পণ্ডিত নেহৰুৱে কেন্দ্ৰত অন্তৰ্বৰ্ত্তী চৰকাৰ গঠন কৰিলে—আৰু উপ-প্ৰধানমন্ত্ৰীৰ দায়ীত্ব ললে। মন্ত্ৰী পৰিষদৰ বৈঠকত ভাইছৰয়ে সভাপতিত্ব কৰিছিল। মুছলীম লীগেও পিছত এই মন্ত্ৰীসভাত যোগদান কৰিলে—কিন্তু মুছলীম লীগৰ সদস্য সকলে বানিজ্য, বিত্ত আৰু উদ্যোগৰ দৰে দপ্তৰবোৰ ললে। ফলত কংগ্ৰেছ আৰু মুছলিম লীগৰ সদস্য সকলৰ মাজত মনোমালিন্য আৰু বিবাদে দেখা দিলে। লিয়াকৎ আলিখান মুছলীম লীগৰ পৰা বিত্তমন্ত্ৰীৰ দায়ীত্বত অধিষ্ঠিত হৈছিল—এই সুযোগতে ১৯৪৭ চনৰ বাজেটত ১৩০ ঘৰ উদ্যোগপতিয়ে কৰ ফাঁকি দিয়াবুলি তদন্ত কমিছন এটা বহুৱালে। এই পুজিপতি সকল কংগ্ৰেছৰ সদস্য আছিল। তাৰ উপৰিও নতুনকৈ বহুত কৰ বহুৱা হল। মন্ত্ৰীসভাৰ মাজত বিভেদ, অনৈক্য আৰু অসুয়া বাঢ়িল,—চৰকাৰ চলোৱা অসম্ভৱ হৈ উঠিল।

১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰীৰ দিনা এটলী চৰকাৰে ঘোষণা কৰিলে যে ১৯৪৮ চনৰ জুন মাহৰ ভিতৰতে ভাৰতলৈ ক্ষমতা হস্তান্তৰ কৰা হব।

১৯৪৭ চনত ওৱাভেলৰ ঠাইত লৰ্ড মাউণ্ট বেটেনে ২৩ মাৰ্চৰ দিনা গবৰ্ণৰ জেনেৰেল হিচাবে কামত যোগ দিয়ে।

ইতিমধ্যে মাউণ্ট বেটেনে ক্ষমতা হস্তান্তৰৰ বাবে এটা যোজনা প্ৰস্তুত কৰিলে। তেওঁৰ এই যোজনা মতে উত্তৰ-পশ্চিম সীমান্তত গণভোট লোৱাৰ স্থিৰ হল, পাঞ্জাব আৰু বঙ্গদেশৰ বিধানমণ্ডলৰ সদস্য সকলক দায়ীত্ব দিয়া হল—মুছলমান আৰু অমুছলমান সদস্য সকলে বেলেগে বেলেগে বহি স্থিৰ কৰিব তেওঁলোকৰ প্ৰদেশ ধৰ্মৰ ভিত্তিত বিভাজন হব লাগে, নে নেলাগে ;—অসমৰ ছিলেটত গণভোটৰ ব্যৱস্থা কৰা হল। কোৱা হল যে ভাৰত আৰু পাকিস্তানৰ বাবে দুটা চৰকাৰ স্থাপন কৰি দিয়া হব—এই চৰকাৰ দুটাই সম্পত্তিবো

বিভাজন কৰিব ; ৮ জনীয়া উচ্চন্যায়ালয়ৰ বিচাৰপতিৰ দ্বাৰা সীমা নিৰ্দ্ধাৰণ কৰা হ'ব,—সংবিধান নতুনকৈ তৈয়াৰ কৰিব নে পুৰণি সংবিধান সভাই কৰিব সেইটো প্ৰদেশবোৰে গাই-গুটিয়াকৈ স্থিৰ কৰিব।

লৰ্ড মাউণ্ট বেটেনৰ এই আচনিৰ বিৰোধিতা কৰিছিল তেতিয়াৰ অবিভক্ত বঙ্গদেশৰ প্ৰধানমন্ত্ৰী (মুখ্যমন্ত্ৰী) ছহিদ ছুৰাবৰ্দ্দীয়ে। তেখেতে কৈছিল যে অবিভক্ত বঙ্গদেশত অকলে এখন ৰাষ্ট্ৰ প্ৰতিষ্ঠা কৰিব লাগে। কংগ্ৰেছ আৰু মুছলীম লীগে মাউণ্ট বেটেন আচনি গ্ৰহণ কৰিলে। মাউণ্ট বেটেনে বৃটিছ প্ৰধানমন্ত্ৰী এটলীক সাক্ষাত কৰি জনালে যে ক্ষমতা হস্তান্তৰৰ দিনটো ১৯৪৭ চনৰ ১৪ আগষ্ট কৰিব লাগে।—এই প্ৰস্তাবত এটলী মান্তি হ'ল।

এটলী চৰকাৰে "ভাৰত স্বাধীন বিল" খন ১৯৪৭ চনৰ ১৮ জুলাই তাৰিখে আইনত পৰিণত কৰিলে।

## দুখন ডমিনিয়নৰ জন্ম হ'ল

ভাৰত স্বাধীন আইনখন পাছ হোৱাৰ পিচত ভাৰতবৰ্ষ বিভক্ত হ'ল। দুখন স্বতন্ত্ৰীয়া ডমিনিয়নৰ জন্ম হ'ল। পাকিস্তান ডমিনিয়ন উদ্বোধন কৰিলে মাউণ্ট বেটেনে ১৪ আগষ্ট তাৰিখে কৰাচীত-ইয়াৰ গবৰ্ণৰ জেনেৰেল হ'ল মহম্মদ আলি জিন্না, প্ৰধানমন্ত্ৰী হ'ল নবাবজাদা লিয়াকত আলিখান।

সিদিনাই মাজনিশা লৰ্ড মাউণ্ট বেটেনে ভাৰতৰ গবৰ্ণৰ জেনেৰেল হিচাবে শপত গ্ৰহণ কৰে আৰু পণ্ডিত নেহৰুৰ নেতৃত্বত অন্তৰ্বৰ্ত্তী চৰকাৰৰ মন্ত্ৰী সকলেও শপত গ্ৰহণ কৰে। লৰ্ড মাউণ্ট বেটেনে গবৰ্ণৰ জেনেৰেল হিচাবে ১৯৪৮ চনৰ ২১ জুন পৰ্য্যন্ত কাৰ্য্যভাৰ পৰিচালনা কৰে।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা বিভক্ত ভাৰতবৰ্ষ স্বাধীন হল আৰু বিভক্ত বঙ্গদেশৰ পূৱখণ্ডত পূব-পাকিস্তান, আৰু বিভক্ত পাঞ্জাব সিন্ধু, বেলুবিষ্টান আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশক লৈ পশ্চিম-পাকিস্তান গঠন হল।

১৯৭১ চন পৰ্য্যন্ত পূব-পাকিস্তান খণ্ডটো পাকিস্তানৰ অন্তৰ্ভূক্ত হৈ থাকিল, আৰু ১৯৭১ চনত পূব-পাকিস্তানৰ ঠাইত স্বাধীন বাংলাদেশৰ জন্ম হল।

## ১৫ আগষ্টৰ স্বাধীনতা উৎসৱ বৰ্জন

সমগ্ৰ ভাৰতবৰ্ষতে স্বাধীনতা লাভৰ প্ৰতীক হিচাবে ১৫ আগষ্টৰ দিনটো বিশেষ উৎসৱৰ দিন হিচাবে পালন কৰিবলৈ চৰকাৰ আৰু কংগ্ৰেছ দলে নিৰ্দ্দেশ দিছিল।

১৫ আগষ্টৰ ১০ দিনমান আগতে মাৰ্ঘেৰিটাৰ পৰা ৺উপেন দাসে টেলিগ্ৰাম কৰিছিল—তালৈকে সোনকালে যাব লাগে কাৰণ মাকুম বাগানৰ বনুৱা সকলে ধৰ্মঘট কৰিছে, আৰু তাত জটিল পৰিস্থিতিৰ সৃষ্টি হৈছে। টেলিগ্ৰাম পোৱাৰ পিছত মই, এড্‌ভোকেট উপেন শৰ্মা, এড্‌ভোকেট নীৰেণ লাহিড়ী আৰু হৰিদাস ডেকা মাৰ্ঘেৰিটালৈ গলো। মাৰ্ঘেৰিটা কয়লা খাদৰ ইউনিয়নত কমৰেড বিষ্ণু হাজৰিকাই কাম কৰি আছিল, আৰু তেখেতক সহায় কৰিছিল কমৰেড উপেন দাস আৰু মোহন লাল মুখাৰ্জীয়ে। এখেত সকল দুজনে ডিগবয় আৰু অন্যান্য শ্ৰমিক সংগঠনৰ কামতো লাগি আছিল। কমৰেড মোহন লাল মুখাৰ্জীয়ে—ৰাজহুৱা সভা এখনত বক্তৃতা দিছিল আৰু তেখেতৰ বক্তৃতাৰ প্ৰভাবতেই মাকুম চাহ-বাগানৰ বনুৱা সকলে কেবাদিনো আগতেই ধৰ্মঘট আৰম্ভ কৰিলে। ধৰ্মঘটৰ কাৰণে প্ৰকৃততে কোনো প্ৰস্তুতি হোৱা নাছিল।

ইতিমধ্যে উপেন দাস আৰু মোহন মুখাৰ্জীক গ্ৰেপ্তাৰ কৰি ডিব্ৰুগড় জিলাৰ পৰা বহিস্কাৰ কৰিছে। ছোচিয়েলিষ্ট দলৰ বিহাৰী নেতা এজনেও ধৰ্মঘটকাৰী সকলক সমৰ্থন জনাই সেই ঠাইতেই কাম কৰি আছিল। চৰকাৰে বাগানত ১৪৪ ধাৰা জাৰি কৰি সভা শোভাযাত্ৰা বন্ধ কৰিছিল।

ৰাজহুৱা সভা এখন পাতিলো। পিচদিনা ১৪৪ ধাৰা ভঙ্গ কৰিবলৈ শোভাযাত্ৰা উলিওৱাৰ স্থিৰ হল। মোক ও নীৰেণ লাহিড়ীক শোভাযাত্ৰাৰ আগত থকাৰ নিৰ্দ্দেশ দিলে, আৰু হৰিদাস ডেকা, উপেন শৰ্মা আৰু বিষ্ণু হাজৰিকা পিছৰ ফালে থকাৰ স্থিৰ হল।

শোভাযাত্ৰা গৈ থাকিল। হঠাৎ সশস্ত্ৰ পুলিছে সমুখত কৰ্দ্দণ কৰি বাট বন্ধ কৰি দিলে। পুলিছ ছুপাৰিণ্টেণ্ডেণ্টে—১৪৪ ধাৰা জাৰিৰ কথা দোহাৰিলে—ওৱাৰ্নীং দিলে যে আগুৱালে গুলি কৰা হব। বন্দুকবোৰ সমুখৰ ফালে টোৱাই গুলি কৰিবলৈ সশস্ত্ৰ বাহিনী একেবাৰে সাজু হল। মই আৰু নীৰেণে কিন্তু দৃঢ়ভাবে আগুৱাই আছো। হৰিদাসহতে নিৰ্দ্দেশ দিলে শোভাযাত্ৰা 'বহিপৰা' বুলি। আমি বহি পৰিলো। গুলিৰ পৰা সিদিনা ৰক্ষা পৰিলো। আমাৰ সাহস ও ধৈৰ্য্য দেখি হতাশ হৈ পৰা বন্ধুৱা সকল উৎসাহিত হল।

পিচদিনা আমাক গ্ৰেপ্তাৰ কৰা হল। পিছত জিলাধিপতিয়ে ডিব্ৰুগড় মহকুমাৰ পৰা বহিস্কাৰৰ হুকুম দিলে।

১৫ আগষ্টৰ দিনা আমি ট্ৰেইনত কটালো। গতিকে বিপ্লৱী কমিউনিষ্ট পাৰ্টীয়ে—স্বাধীনতা উৎসৱৰ বিৰোধিতা কৰি 'কলা-পতাকা' উৰুৱাবলৈ দিয়া নিৰ্দ্দেশ মতে আমি 'কলা-পতকা' উৰুৱাব নোৱাৰিলো।

গুৱাহাটীত খবৰ পালো—মানুহৰ ঘৰত আনন্দৰ চাকি-বন্তি জ্বলিছে, স্বাধীনতা লাভৰ উৎসাহত মানুহ উদ্বাউল হৈছে।

বিপ্লৱী কমিউনিষ্ট দলে পাৰ্টী সদস্য সকলৈলৈ নিৰ্দ্দেশ দিছিল যে সিদিনা আনন্দ উৎসৱৰ বিৰোধিতা কৰিব লাগে—এই উৎসৱ গৰীব জনসাধাৰণৰ স্বাধীনতা লাভৰ উৎসৱ নহয়, বৰং গৰীব শ্ৰেণীৰ মুক্তি সংগ্ৰাম ব্যাহত কৰিবলৈ ধনীক বুৰ্জোৱা শ্ৰেণীয়ে-মুছলীম লীগ আৰু কংগ্ৰেছৰ ভাওনা লৈ—ৰাজনৈতিক ক্ষমতাৰ বাঘজৰি নিজৰ হাতত ৰাখিবলৈ ; আৰু মানুহক ভুলপথে পৰিচালিত কৰিবলৈ ১৫ আগষ্টৰ স্বাধীনতা উৎসৱ পাতিছে। সিদিনা ‘ কলা-পতাকা ’ প্ৰদৰ্শন কৰি—এই উৎসৱৰ বিৰোধিতা কৰিব লাগে।

পাৰ্টীৰ নিৰ্দ্দেশ মতে কলাপতাকা প্ৰদৰ্শন কৰাত অসমৰ অন্য ঠাইত কোনো ঘটনা হৈ থাকিলে—মোৰ জনা নাই। কিন্তু বেলশৰ পাৰ্টীয়ে কমৰেড নবীন মেধি, ৺হেমন্ত বৰ্মন, আৰু মহেন্দ্ৰ বৰ্মনৰ নেতৃত্বত বাকী কমৰেড সকলৰ সৈতে শোভাযাত্ৰা কৰি—হাতত কলা-পতাকা লৈ যেতিয়া অগ্ৰসৰ হয়, তেতিয়া পিপলীবাৰী গাওঁৰ পৰা অহা কংগ্ৰেছৰ শোভাযাত্ৰাকাৰী সকলে তেখেত সকলক আক্ৰমণ কৰি, মাৰধৰ কৰে।

ওচৰৰে পথাৰত হালবাই থকা হালোৱা কৃষক কেজনমানে নাঙল জুঁৱলি লৈ খেদি অহাত কংগ্ৰেছী শোভাযাত্ৰাৰ আক্ৰমণ-কাৰী সকল পলাই যাবলৈ বাধ্য হয়।

স্বাধীনতা লাভৰ কেবছৰমান পিছত এই আক্ৰমণকাৰী সকলেই কমৰেড নবীন মেধী আৰু মহেন্দ্ৰ বৰ্মন হতৰ ওচৰত ক্ষমা বিচাৰে। তেওঁলোকে মত প্ৰকাশ কৰে যে ১৫ আগষ্টৰ স্বাধীনতা ভাৰতৰ গৰীব শ্ৰেণীৰ স্বাধীনতা নহয়।

ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়েও এই “ স্বাধীনতা জুঠা হ্যায় ” বুলি ধ্বনি দিছিল। প্ৰথমাংশত ভাৰতৰ কমিউনিষ্ট দলে এই স্বাধীনতাক প্ৰকৃত স্বাধীনতা বুলি স্বীকাৰ কৰা নাছিল।

কিছুদিন পিছত দুয়োটা কমিউনিষ্ট দলে স্বীকাৰ কৰিলে যে ১৫ আগষ্টৰ স্বাধীনতা জনসাধাৰণৰ ৰাজনৈতিক স্বাধীনতা আছিল—যদিওবা এই স্বাধীনতাই জনসাধাৰণক অৰ্থনৈতিক স্বাধীনতা দিব পৰা নাই বা নোৱাৰে।

ভাৰতবৰ্ষ বিভক্ত হলেও ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা আমা-লোকৰ দেশ স্বাধীন হল। দেশে স্বাধীন—সংবিধান ৰচনা কৰিলে—আৰু দেশৰ ইচ্ছা অনুসাৰেই নিজৰ দেশ চলাবলৈ সমৰ্থ হল। বৃটিছ পুজিৰ কিছু অংশ থাকি গলেও—তাৰদ্বাৰা ৰাজনৈতিক স্বাধীনতা খৰ্ব্ব হোৱা বুলিব নোৱাৰি।

ভাৰতৰ স্বাধীনতা লাভ বিশ্বৰাজনীতিৰ এটা উল্লেখযোগ্য ঘটনা—আৰু বিশ্বসাম্ৰাজ্যবাদৰ বিৰুদ্ধে এটা প্ৰচণ্ড আঘাত।

## স্বাধীনতা আন্দোলনত
## কংগ্ৰেছেই একমাত্ৰ আৰু প্ৰথম স্বাধীনতা সংগ্ৰামী দল নহয়

বুৰঞ্জীবিদ সকলে সম্প্ৰতি কালত বহু পৰীক্ষা, নিৰীক্ষা আৰু অধ্যয়নৰ ফলশ্ৰুতি হিচাবে পুৰনি দিনৰ লিখিত বুৰঞ্জীক নতুনকৈ গঢ় দিছে। দেশৰ উৎপাদন ব্যৱস্থা প্ৰণালীৰ ওপৰত একোটা অঞ্চলৰ—একোটা শ্ৰেণীৰ শাসনতান্ত্ৰিক প্ৰাচুৰ্ভাব আৰু প্ৰাধান্যৰ কথা বুৰঞ্জীয়ে স্বীকাৰ কৰিছে। আৰব অঞ্চলৰ পৰা অহা এমুঠিমান আক্ৰমণকাৰীয়ে ভাৰতৰ ওপৰত আধিপত্য বিস্তাৰ কেনেকৈ কৰিব পাৰিছিল, এমুঠিমান বৃটিছ, ফৰাছী আৰু পৰ্টুগীজে ভাৰতৰ দৰে বিশাল ঐতিহ্যপূৰ্ণ দেশ এখনত কেনেকৈ তেওঁলোকৰ কুক্ষিগত কৰিব পাৰিছিল—তাৰ বিজ্ঞান সন্মত ব্যাখ্যা আধুনিক যুগৰ বুৰঞ্জীবিদ সকলে দিবলৈ সক্ষম হৈছে। এই বুৰঞ্জীবিদ সকলে কৈছে যে উন্নততৰ উৎপাদন পদ্ধতি প্ৰবৰ্ত্তিত হোৱা ঠাইবোৰে—অনুন্নত উৎপাদন পদ্ধতিৰ ঠাই বিলাকৰ ওপৰত আধিপত্য বিস্তাৰ কৰিছিল। আৰবৰ

আক্ৰমণকাৰী সকলৰ কৃষি ব্যৱস্থা সেই সময়ত উন্নত আছিল—চীনৰপৰা তেওঁলোকে সেই সময়ৰ আধুনিক অস্ত্ৰ 'বন্দুক' সংগ্ৰহ কৰিছিল আৰু সেই কাৰণে কৃষিৰ ক্ষেত্ৰত অনুন্নত ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলক, আধুনিক অস্ত্ৰ প্ৰয়োগৰ দ্বাৰা সহজে বশ কৰিব পাৰিছিল। শিবাজীৰ দৰে পৰাক্ৰমী শক্তিমান বীৰেও বন্দুকৰ অভাবত বৃটিছৰ চিটোৰ দূৰ্গ দখল কৰিব নোৱাৰিছিল। বৃটিছ, ফৰাছী আৰু পৰ্টুগীজ সকলে সেই সময়ত বিজ্ঞানৰ আধুনিকমত বিকাশৰ ব্যৱহাৰ কৰিব পাৰিছিল—প্ৰযুক্তিবিদ্যাই সৃষ্টি কৰা আধুনিক অস্ত্ৰবোৰ তেওঁলোকৰ হাতত থকা কাৰণে ভাৰতৰ ওপৰত আধিপত্য বিস্তাৰৰ সুযোগ পাইছিল। থাক বাৰু এইবোৰ ব্যাখ্যা।

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ কিছু আগৰে পৰা ভাৰতৰ নতুন বুৰ্জোৱা শ্ৰেণীয়ে বিভিন্ন ব্যৱসায় আৰু শিল্পত প্ৰবেশ কৰি বৃটিছকেই মুল বাধা বুলি ধৰি লৈছিল। বৃটিছৰ শাসন আৰু শোষণত দেশৰ বৃহত্তৰ কৃষক শ্ৰেণী অস্থিৰ আৰু অধৈৰ্য্য হৈ পৰিছিল। বৃটিছ অফিছাৰ সকলৰ ব্যবহাৰত সৈন্য বাহিনীৰ লোক সকলো বিৰক্ত হৈছিল—তাৰ উপৰিও বৃটিছ সৈন্য সকলৰ দৰে ভাৰতীয় সৈন্য সকলক সুযোগ, সুবিধা, দৰমহা, ভাটা আদিও দিয়া হোৱা নাছিল। যুদ্ধৰ সময়ত ভাৰতীয় সৈন্য সকলক আগুৱাই দি বৃটিছ অফিছাৰ সকল নিৰাপদ দূৰত থাকিছিল।

সেই কাৰণে ১৮৫৭ চনত বৃটিছ শাসনৰ বিৰুদ্ধে চিপাহী সকলে বিদ্ৰোহ কৰিছিল—এচাম বুৰ্জোৱা জমিদাৰ আৰু ৰজায়ো এই বিদ্ৰোহত ইন্ধন যোগাইছিল। কৃষক সকলে বহুঠাইত বিদ্ৰোহী সকলক আশ্ৰয়, খাদ্যযোগান আদি দি সহায় কৰিছিল।

১৮৫৭ চনৰ বিদ্ৰোহ পৰাভূত হলেও ই ভাৰতৰ স্বাধীনতা সম্পৰ্কত যথেষ্ট উৎস সৃষ্টি কৰিলে। এই চিপাহী বিদ্ৰোহক প্ৰথম

স্বাধীনতা সংগ্ৰাম নামেৰে আধুনিক যুগৰ মনিষী সকলে অভিহিত কৰিছে। এই বিদ্ৰোহ ভাৰতৰ বুৰঞ্জীত এটা অভূতপুৰ্ব ঐতিহাসিক ঘটনা। ভাৰতয় জাতীয় কংগ্ৰেছৰ জন্মৰ ২৮ বছৰ আগতেই এই চিপাহী বিদ্ৰোহৰ জন্ম হৈছিল।

চিপাহী বিদ্ৰোহৰ ফলতেই বৃটেনৰ ৰাণী ভিক্টোৰিয়াই ১৯৫৮ চনৰ ২ আগষ্টৰ দিনা বৃটিছ পালিয়ামেণ্টত ঐতিহাসিক ঘোষণা জাৰি কৰে; আৰু ভাৰতৰ শাসন ব্যবস্থা ইষ্ট-ইণ্ডিয়া কোম্পানীৰ হাতৰ পৰা পোনপটীয়াকৈ বৃটিছ চৰকাৰৰ হাতলৈ নিয়ে।

যি সকল দেশীয় ৰজা আৰু জমিদাৰে চিপাহী বিদ্ৰোহত বৃটিছৰ পক্ষ লৈছিল বা সহায় কৰিছিল—তেওঁলোকক বৃটিছ চৰকাৰে নানা প্ৰকাৰৰ পাৰিতোষিক আৰু উপঢৌকন প্ৰদান কৰিছিল।

১৮৬১-৬৪ চনৰ ভিতৰত চিপাহী সকলৰ কাৰণেও কিছু সংস্কাৰ সাধন কৰে।

১৮৫৮ চনৰ ১ নবেম্বৰৰ দিনা ৰাণী ভিক্টোৰীয়াই কৰা ঘোষণাৰ দ্বাৰা ভাৰতৰ সামন্ত অভিজাত সকলৰ ক্ষেত্ৰত বৃটিছ চৰকাৰৰ নীতি স্পষ্ট হয়। চিপাহী বিদ্ৰোহৰ সময়ত সক্ৰিয় সমৰ্থন দিয়া কাৰণে অভিজাত শ্ৰেণীৰ বহুতকেই নতুন নতুন উপাধীৰে ভূষিত কৰা হয়, আৰু বিৰাট পৰিমানৰ অৰ্থ ও সম্পদ তেওঁলোকক উপঢৌকন হিচাবে দিয়া হয়। তাৰ উপৰিও—ৰাজন্য বৰ্গক পোষ্যপুত্ৰ গ্ৰহণৰ সুযোগ দিয়া হয়; আৰু আৰ্থিকভাবে দুৰ্বল ৰাজন্য বৰ্গক বৃটিছ সাহায্য ও সহায় প্ৰদানৰ নীতিও গ্ৰহণ কৰা হয়। ৰাজন্য সকলৰ লগত বৃটিছৰ সম্পৰ্কৰ যথেষ্ট উন্নতি ঘটে।

১৮৬০ চনৰ পিছৰ পৰা বৃটেনে ভাৰতৰ পৰা ৰপ্তানি কৰা তুলা, পশমী, মৰাপাট, নাৰিকলৰ আহঁ, গম, তেলৰ গুটি, মচলা, নীল ও আফিঙৰ—ৰপ্তানি-পৰিমাণ প্ৰায় তিনিগুণ বাঢ়িছিল, আৰু বৃটেনৰ শিল্প আৰু ব্যবসায়ত ভাৰতৰ স্থান ওপৰত আছিল। এই

বস্তুবোৰ বৃটিছে কম মূল্যতে ভাৰতৰ পৰা নি—কাৰখানাত নানান ৰকমৰ বস্তু উৎপাদন কৰি অধিক মূল্যত পুনৰ ভাৰততে বিক্ৰী কৰি যথেষ্ট লাভবান হৈছিল।

চিৰস্থায়ী বন্দোবস্তিৰ নামত জমিৰ ওপৰত এদল জমিদাৰক যথেষ্ট ক্ষমতা দিয়া হৈছিল—আৰু কৃষকৰ পৰা সীমাহীন কৰকাটল আদায় কৰি জমিদাৰ শ্ৰেণীটোৱে কৃষক ৰাইজক জুৰুলা কৰিছিল।

উল্লেখযোগ্য যে উনৈশ শতিকাৰ মাজভাগত—ভাৰতত নন উদ্যোগ কিছুমান গঢ়ি উঠে; আৰু ভাৰতীয় বণিক শ্ৰেণীয়ে এই উদ্যোগ বিলাকৰ মালিক হয়। ১৮৫৪ চনত বোম্বাইত প্ৰথমটো সূতাকল উন্মোচন কৰা হয়, আৰু ১৮৬১ চনত আহমেদাবাদত দ্বিতীয় সূতাকল উন্মোচন কৰা হয়। ইতিমধ্যে বৃটিছ সকলেও বোম্বাই আৰু কানপুৰত কাপোৰৰ কল প্ৰতিষ্ঠা কৰে। কলিকতাত স্থাপন কৰা মৰাপাট কলবোৰ বৃটিছ সকলৰেই কৰ্তৃত্বাধীনত আছিল।

জমিৰ পৰা খেদাখোৰা লোক সকলক লৈয়েই তেতিয়াৰ বনুৱা শ্ৰেণী তৈয়াৰ হৈছিল। এই বনুৱা শ্ৰেণীটোৱেই দৈনিক ১৬ ঘণ্টা-মানকৈ অৰ্থাৎ সপ্তাহত ৮০ ঘণ্টামানকৈ কাৰখানা সমূহত হাড়ভঙা পৰিশ্ৰম কৰিব লাগিছিল—তেওঁলোকৰ মজুৰি আছিল অতি সামান্য। সেই মজুৰিৰে ভৰণ-পোষণ যোৰাটো কোনোমতেই সম্ভৱ নাছিল। বনুৱা শ্ৰেণীৰ কাৰণে তেতিয়া কোনো আইনীক সুৰক্ষা ব্যৱস্থা নাছিল বা কোনো প্ৰকাৰৰ ইউনিয়ণ আদিও গঢ়ি উঠা নাছিল। ভাৰতীয় কাৰখানাৰ মালিক আৰু বৃটিছ কাৰখানাৰ মালিক উভয়ে এই বনুৱা শ্ৰেণীক নিৰ্মম ও অমানুষিক ভাবে শোষণ কৰিছিল।

বৃটেনৰ পৰা যি সকল ইঞ্জিনীয়াৰ বা প্ৰযুক্তিবিদ্যাবিদ লোক আহি ভাৰতত চাকৰি কৰিছিল—তেওঁলোকে বৃটেনতকৈ ইয়াত যথেষ্ট

বেচি পৰিমাণৰ দৰমহা ও ভাটা পাইছিল। এই ধৰণৰ অধিক প্ৰাপ্তিৰ টকাও বনুৱা শ্ৰেণীক শোষণ কৰিহে সংগ্ৰহ কৰা হৈছিল।

ভাৰতত থকা বৃটিছ বেঙ্ক সমূহে মূলতঃ বৃটিছ মালিক সকলক ঋণ দিছিল, আৰু মূলত এই বেঙ্ক বিলাকে বৈদেশিক বানিজ্যৰ প্ৰতি লক্ষ্য ৰাখিছিল। গতিকে ভাৰতীয় পুজিপতি সকলে ডাঙৰ ডাঙৰ বৃটিছ ব্যৱসায়িক এজেন্সি বিলাকৰ ওপৰত ঋন ও অন্যান্য সাহায্য প্ৰাপ্তিৰ বাবে নিৰ্ভৰশীল আছিল, আৰু এই এজেন্সি বিলাকে—কেচামাল সৰবৰাহ কৰা, সাজসৰঞ্জামৰ যোগান ধৰা, পণ্যৰ বাজাৰ নিৰ্ণয় কৰা আদি কামবোৰ কৰিছিল, আৰু ভাৰতীয় পুজিপতি শ্ৰেণীৰ পৰা সুদৰ হিচাবত বহুটকা আদায় কৰিছিল। কৃষিত সামন্ততান্ত্ৰিক ব্যৱস্থা প্ৰৱৰ্ত্তিত হোৱাত কৃষি উৎপাদনৰ গতি ব্যাহত হয়, আৰু কেচামালৰ যোগান কমি যায়। কম উৎপাদনৰ কাৰণে দেশত-দুৰ্ভিক্ষই দেখা দিয়ে। ১৮২৫-৫০ চনৰ মাজত—অৰ্থাৎ ২৫ বছৰৰ ভিতৰত দুবাৰো মহাদুৰ্ভিক্ষৰ সৃষ্টি হয়, আৰু প্ৰায় ৪ লাখ মানুহে প্ৰাণ হেৰুৱায়। ১৮৫০-৭৫ চনৰ মাজত এই ২৫ বছৰত ৬ বাৰ দুৰ্ভিক্ষ হয়, আৰু ১৮৭৫ চনৰ পৰা ১৯০০ চনলৈ—১৮ বাৰ দুৰ্ভিক্ষ হয়; মৃত্যু সংখ্যা ২·৬ কোটি হয়গৈ।

এনে পৰিস্থিতি স্বত্বেও ভাৰতৰ জাতীয় পুজিপতি শ্ৰেণীয়ে ক্ৰমে ব্যৱসায়ত আগবাঢ়ে। বৃটেনৰ পৰা ভাৰতলৈ আমদানি কৰা কাপোৰৰ আমদানি কৰ ১৮৭৯ চনত উঠাই দিয়ে যাতে বৃটিছ-কাপোৰে ভাৰতৰ কাপোৰৰ লগত প্ৰতিযোগিতা কৰিব পাৰে। ১৮৮২ চনত ভাৰতলৈ আমদানী কৰা সকলো পণ্যকেই কৰমুক্ত কৰা হয়, আৰু ভাৰতীয় পুজিপতিৰ উৎপাদিত পণ্যৰ ওপৰত অধিক মাত্ৰাৰ কৰ বহুৱা হয়। বৃটিছ চৰকাৰৰ এনেবোৰ কাৰ্য্যত ভাৰতৰ পুজিপতি বুৰ্জোৱা সকলৰ স্বাৰ্থ ক্ষুন্ন হৈছিল, আৰু সেই কাৰণে তেওঁলোক বৃটিছ বিৰোধী হৈ উঠিছিল।

কৃষক শ্ৰেণীৰ ভিতৰতো বৃটিছৰ বিৰুদ্ধে ঠায়ে ঠায়ে আন্দোলন হৈছিল। ১৮৫৯-১৮৬২ চন জুৰি হোৱা বঙ্গদেশৰ নীল খেতিয়ক সকলৰ বিদ্ৰোহ এটা উল্লেখনীয় ঘটনা। জমিদাৰ শ্ৰেণীৰ মাধ্যমেৰে বৃটিছ নীল-ৰং-কাৰখানাৰ মালিক সকলে বাধ্যতামূলক ভাৱে নীল খেতি কৰাইছিল ; কিন্তু নীল কৃষক সকলক প্ৰাপ্যমূল্য নিদি—নিৰ্দ্ধাৰিত কমমূল্যতে নীলবোৰ বৃটিছ মালিক সকলে লৈ গৈছিল। বঙ্গদেশৰ ৫ খন জিলাত এই নীল কৃষকৰ বিদ্ৰোহ জাগি উঠে। সামৰিক বাহিনীৰ দ্বাৰা অত্যাচাৰ চলায়ো নীল-কৃষকৰ বিদ্ৰোহ ৩ বছৰলৈ দমন কৰিব নোৱাৰিলে। বঙ্গদেশৰ পাবনা আৰু বগুৰা জিলাৰ কৃষক সকলে জমিদাৰতন্ত্ৰৰ বিৰুদ্ধে ব্যাপক আন্দোলন গঢ়ি তুলিছিল,—শেষত নতুন এখন আইন প্ৰণয়ণ কৰি কৃষক সকলৰ স্বাৰ্থ ৰক্ষা কৰিব লাগিছিল।

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ সমৰ্থক ওয়াহাবী সকলে পুনৰ সংগঠিত হৈ পাটনাত কেন্দ্ৰ স্থাপন কৰি বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰামৰ প্ৰস্তুতি চলাইছিল। তেওঁলোকৰ সংগঠনত কৃষক, বনুৱা, বুদ্ধিজীবি, ব্যৱসায়ী আৰু কৰ্মচাৰী সকলেও যোগদান কৰিছিল। স্বাধীন পাঠান উপজাতি সকলৰ মাজতো এনে সশস্ত্ৰ সংগ্ৰামৰ প্ৰস্তুতি চলিছিল। ১৮৬৩ চনত বৃটিছ সৈন্য বাহিনীয়ে ওয়াহাবী সকলক আক্ৰমণ কৰে আৰু অতি কষ্টেৰে তেওঁলোকৰ ঘাটিবোৰ ভাঙি পেলায়। ১৮৭২ চনত নামধাৰি সকলে পাঞ্জাবৰ মালেৰ শাসনকৰ্ত্তাক আক্ৰমণ কৰে। বৃটিছৰ হাতত বন্দী হোৱা নামধাৰী সকলক বিনাবিচাৰে কামানৰ গুলিৰদ্বাৰা মাৰি পেলোৱা হয়।

১৮৭৩-৭৫ চনত মহাৰাষ্ট্ৰৰ কৃষক সকলে বিদ্ৰোহ কৰে। ১৮৭৮-৭৯ খৃষ্টাব্দত পুনৰ বোম্বাইৰ কৃষক সকলে বিদ্ৰোহ কৰে। ১৮৭৮ খৃষ্টাব্দত চুৰাট চহৰৰ ব্যৱসায়ী সকলে বৃটিছ বিৰোধী বিক্ষোভ

প্রদর্শন কৰে, আৰু বিদ্ৰোহী কৃষক সকলৰ সমৰ্থক হৈ উঠে। এই আন্দোলন বিলাকৰ ফলতে মহাৰাষ্ট্ৰৰ বাস্তুদেব-বলবন্ত ফাড়কেৰ বিখ্যাত " মহাৰাষ্ট্ৰ বিদ্ৰোহ " গঢ়ি উঠে। ফাড়কে এটা সৈন্যবাহিনী গঢ়ি তুলিছিল আৰু বৃটিছক ভাৰতৰ পৰা খেদিবলৈ দৃঢ় আছিল।

মহাৰাষ্ট্ৰত ফাড়কে সংগ্ৰামৰ প্ৰস্তুতি কৰি থকা সময়তেই মাদ্ৰাছৰ ৰামপাৰ নামৰ এলেকাত বৃহত কৃষক অভ্যুত্থান ঘটে। এই অভ্যুত্থান ১৮৭৯-৮০ চনত আৰম্ভ হৈছিল—বৃটিছে খাজনা বৃদ্ধি কৰাৰ প্ৰতিবাদত আৰু জমিদাৰ শ্ৰেণীৰ অত্যাচাৰৰ বিৰুদ্ধে। এই অভ্যুথানে গৰিলা-যুদ্ধৰ ৰূপ পৰিগ্ৰহ কৰিছিল। প্ৰায় ২০ লাখ পাহাড়ী কৃষকৰ মাজত এই বিক্ষোভ বিয়পী পৰিছিল। বৃটিছ সৈন্যক পৰাজিত কৰি, বৃটিছ সৈন্যৰপৰা অস্ত্ৰ সংগ্ৰহ কৰি, সৈন্য কঢ়িওৱা জাহাজ এখন ধ্বংস কৰে—এই বিদ্ৰোহে বহু দিনলৈ খোপনী পুতিছিল। ১৮৭০-৮০ ৰ মাজামাজি সময়তেই মধ্যভাৰতৰ আৰু উৰ্ত্তৰ-পূব ভাৰতৰ উপজাতি সকলে, যেনে, কোল, ভিল, চাওতাল, গোন্দা, লুচাই, কুকি, আৰু নগা সকলে—বিদ্ৰোহ কৰিছিল। এওঁলোকৰ জাগৰণ আছিল ভাৰতীয় শোষণকাৰী আৰু বৃটিছ শাসনৰ বিৰুদ্ধে। মূলতঃ এই অভ্যুত্থান বিলাক আছিল—বৃটিছ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰাম।

১৮৭৪ চনত বৰোদা ৰাজ্যৰ ৰাজধানীত বৃটিছ বিৰোধী বিক্ষোভ গঢ়ি উঠে। ১৮৮০ চনত কোলাপুৰত এটা সশস্ত্ৰ বিদ্ৰোহ উদ্ঘাটিত হয়। কংগ্ৰেছ দলৰ জন্মৰ আগতেই, এইদৰে ভাৰতৰ বিভিন্ন প্ৰান্তত কৃষক, কাৰিগৰ, আদি বিভিন্ন শ্ৰেণীৰ বৃটিছ বিৰোধী আন্দোলন গঢ়ি উঠিছিল। ইতিহাসৰ এই সত্য অস্বীকাৰ কৰিব নোৱাৰি।

বনুৱা শ্ৰেণীৰ মাজতো বিভিন্ন ঠাইত বিভিন্ন ৰকমৰ আন্দোলন গঢ় লৈ উঠে। ১৮৭৭ চনত নাগপুৰত কাপোৰৰ কলত প্ৰথম বনুৱা ধৰ্মঘট হয়। ১৮৮২-১৮৯০ চনৰ মাজত—বোম্বাই আৰু মাদ্ৰাজত এনেদৰে ২৫ টা ধৰ্মঘট হয়।

দেখা গৈছে যে ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ পৰা আৰম্ভ কৰি ১৮৮৫ চন পৰ্য্যন্ত—এই ২৮টি বছৰৰ ভিতৰত দেশৰ বিভিন্ন ঠাইত কৃষক, বনুৱা, কাৰিগৰ আৰু মধ্যবিত্ত শ্ৰেণীৰ ৰাইজৰ মাজত হোৱা আন্দোলনবোৰ দেখাত স্থানীয় সমস্যাৰ ওপৰত যেন দেখিলেও এইবোৰ আছিল বৃটিছ শাসনৰ কু-ফলৰ বিৰুদ্ধে, গতিকে মূলতঃ বৃটিছ বিৰোধী। এই আন্দোলন বিলাকে বৃটিছৰ বিৰুদ্ধে দেশবাসীক উদ্বুদ্ধ কৰিছিল, আৰু বৃহত্তৰ স্বাধীনতা আন্দোলনৰ অংশ ৰূপে প্ৰতিফলিত হৈছিল।

১৮৮৫ চনত কংগ্ৰেছ দল গঠন হোৱাৰ আগতেই দেশৰ স্বাধীনতা সংগ্ৰাম বিভিন্ন ৰূপত আৰম্ভ হৈছিল, আৰু এই সংগ্ৰামৰ সকুবৰ প্ৰভাৱে ১৯৪৭ চনৰ ১৫ আগষ্টৰ স্বাধীনতা লাভ সম্ভৱ কৰিছিল।

এলান-অক্টাভিয়ান-হিউম নামৰ অৱসৰপ্ৰাপ্ত বৃটিছ আই.চি.এছ. বিষয়া এজনে প্ৰথমে কলিকতাত 'ভাৰতীয় জাতীয় কংগ্ৰেছ' প্ৰতিষ্ঠা কৰে। সেই বছৰৰে ২৮ ডিচেম্বৰত বোম্বেত কংগ্ৰেছৰ মহাসভা হয়। এই দলটো স্বাধীনতা লাভৰ লক্ষ্যেৰে গঠিত হোৱা নাছিল—চৰকাৰৰ উচ্চস্তৰৰ চাকৰিয়াল সকলৰ সুযোগ সুবিধাৰ কাৰণে এই দলটোৰ কাৰ্য্যপন্থা নিৰুপিত আছিল।

১৯০৫ চনত বঙ্গভঙ্গ আন্দোলন আৰম্ভন হয়—এই আন্দোলনক স্বদেশী আন্দোলন বুলি নামাকৰণ কৰা হৈছিল। শ্ৰীঅৰবিন্দই কেম্ব্ৰিজৰ পৰা উচ্চশিক্ষা সমাপ্ত কৰি ঘূৰি আহি ভায়েক ৺বাৰীন্দ্ৰ ঘোষৰ লগহৈ বোমা-বাৰুদ তৈয়াৰ কৰি বৃটিছৰ বিৰুদ্ধে আক্ৰমণাত্মক কাৰ্য্যপন্থা গ্ৰহণ কৰে। ৺বঙ্কিম চট্টোপাধ্যায়, ৰামকৃষ্ণ পৰমহংস, স্বামী বিবেকানন্দ, ৰাজনাৰায়ণ বসু আদি সাহিত্যিক ও গ্ৰন্থকাৰ সকলৰ সাহিত্যই বঙ্গালী শিক্ষিত শ্ৰেণীৰ মনত দেশপ্ৰেমৰ জোৱাঁৰৰ সৃষ্টি কৰিছিল। বঙ্গ-ভঙ্গৰ প্ৰস্তাৱ দিয়াৰ উপৰিও বাঙ্গালী লোকক

চৰকাৰী চাকৰিত গ্ৰহণ নকৰাৰ বাবে বৃটিছ চৰকাৰে জাননী দিয়াত — বাঙ্গালী যুবক সকলৰ মনত বৃটিছ বিৰোধিতা তীব্ৰ হৈছিল।— ১৯০৭ চনৰ ২৩ ডিচেম্বৰৰ দিনা ঢাকাৰ জিলা মেজিষ্ট্ৰেটক পিচফালৰ পৰা গুলি কৰি জখম কৰা হল। ১৯০৮ চনৰ ৩০ এপ্ৰিলৰ দিনা খুদিৰামে প্ৰেছিডেন্সী মেজিষ্ট্ৰেট কিং-ফোৰ্ডক বুলি বোমা মাৰোতে— মিছেছ কেনেডী আৰু মিছ কেনেডী নামৰ দুগৰাকী মহিলাৰ মৃত্যু হয়। খুদিৰামক ফাচী দিয়া হয়।

১৯০৮ চনৰ মে মাহত বোমা, গুলি, ডিনেমাইট আদি পোৱা হল। আলীপুৰ ষড়যন্ত্ৰৰ মামলা নামৰ মোকৰ্দ্দমাত বহুলোকক গ্ৰেপ্তাৰ কৰা হল, আৰু কঠোৰ শাস্তি বিহা হল। এই মোকৰ্দ্দমা সংক্ৰান্তত হোৱা "এপ্ৰুভাৰ" নৰেন্দ্ৰ গোসাইক জেলত গুলিয়াই হত্যা কৰা হল,—খুদিৰামক গ্ৰেপ্তাৰ কৰা পুলিছ বিষয়া জনক বধ কৰা হল : পাবলিক প্ৰচিকিউটৰ—আশুতোষ বিশ্বাসক, আৰু আলিপুৰ কেছত লিপ্ত থকা পুলিছৰ ডেপুটী ছুপাৰিন্টেণ্ডক হত্যা কৰা হল।

ইতিমধ্যে ১৯০৬ চনত লাহোৰত মুছলীম লীগ স্থাপন হয় আৰু আগা-খাঁনৰ নেতৃত্বত মুছলমান সকলৰ কাৰণে পৃথক নিৰ্ব্বাচনী ব্যৱস্থাকে ধৰি—কেতবোৰ স্বতন্ত্ৰীয়া দাবী উত্থাপন কৰা হয়।

১৯০৯ চনৰ মৰ্লিমিন্টো সংস্কাৰ আইনে দেশবাসীক সন্তুষ্ট কৰিব নোৱাৰিলে। কংগ্ৰেছ দল আৰু মুছলীম লীগ দলৰ বাহিৰত সন্ত্ৰাসবাদী কাৰ্য্য বাঢ়িল। পাঞ্জাবত গদৰ পাৰ্টীৰ সৃষ্টি হল— নেতা হৰদয়াল।

১৯০৯ চনত লৰ্ড মৰ্লিৰ ৰাজনৈতিক উপদেষ্টা ছাৰ কাৰ্জন উইলিক লণ্ডনত—তেওঁৰ অফিছৰ সমুখতে গুলিয়াই হত্যা কৰা হল। ১৯১০ চনত লৰ্ড হাৰ্ডিঞ্জৰ গালৈ বোমা নিক্ষেপ কৰি গুৰুতৰভাবে আহত কৰা হয়। লোকমান্য তিলকক ৬ বছৰৰ বাবে ব্ৰহ্মদেশলৈ নিৰ্ব্বাসন দণ্ড দিয়া হয়।

১৯১৬ চনত কংগ্ৰেছ আৰু মুছলীমলীগে যুটীয়াভাবে শাসন-সংস্কাৰৰ প্ৰস্তাৱ আগবঢ়ালে। ১৯১৭ চনত ভাৰত বিষয়ক মন্ত্ৰী মণ্টেগু চাহাবে ভাৰতৰ শাসন-সংস্কাৰৰ প্ৰস্তাৱ ঘোষণা কৰে, আৰু তাৰ ভিত্তিতেই ১৯১৯ চনৰ তথাকথিত শাসন-সংস্কাৰ আইন প্ৰণয়ন হয়।

দক্ষিণ আফ্ৰিকাৰ পৰা ঘূৰি আহি গান্ধীজীয়ে ভাৰতৰ ৰাজনীতিত অংশ গ্ৰহণ কৰে।

কংগ্ৰেছৰ বাহিৰতো সশস্ত্ৰ সংগ্ৰামৰ পোষকতাকাৰী বিস্তৰ ৰাজনৈতিক দল আছিল। হৰদয়াল আৰু চম্পকৰামন পিল্লায়ে—বঙ্গ আৰু পাঞ্জাবত একেলগে সশস্ত্ৰ আক্ৰমণ কৰি বৃটিছ শাসন ওফৰাই পেলাবলৈ যত্ন কৰিছিল। বাৰ্লিনৰ পৰা অনা অস্ত্ৰবাহী জাহাজখন বৃটিছ চৰকাৰে ১৯১৫ চনত অস্ত্ৰসহ জব্দ কৰে। ডাঃ চাইফুদ্দিন কিছলুৱে তেওঁৰ সহযোগী ডাঃ সত্যপালৰ লগত পাঞ্জাবত বিদ্ৰোহী সকলক সংগঠন কৰে। পাঞ্জাবত তুমুল বিদ্ৰোহৰ আশংকা ঘণীভূত হয়। চৰকাৰে বিনাবিচাৰে আটক কৰিব পৰা 'ৰাওলাট আইন' প্ৰয়োগ কৰিলে। এই আইনৰ প্ৰয়োগৰ বিৰোধিতা কৰিবলৈ গান্ধীজীয়ে ১৯১৯ চনৰ ৩০ মাৰ্চ আৰু ৬ এপ্ৰিল তাৰিখে প্ৰতিবাদ হৰতাল পালন কৰাৰ আহ্বান দিলে। দিল্লী, পাঞ্জাব আৰু গুজৰাটত এই হৰতালে সশস্ত্ৰ আক্ৰমণৰ ৰূপ ললে—পাঞ্জাবত বহুকেজন ইংৰাজ কৰ্মচাৰীক হত্যা কৰা হল। সভা-সমিতি, শোভাযাত্ৰা নিষিদ্ধ কৰি বৃটিছ চৰকাৰে নিৰ্ষেধাজ্ঞা জাৰি কৰিলে। নিষেধাজ্ঞা অবজ্ঞা কৰি পাঞ্জাবৰ জালিৱানাবাগত কেবা-হেজাৰ নিৰস্ত্ৰ লোক সমবেত হল—প্ৰতিবাদ কৰিবলৈ। কিন্তু বৃটিছ সৈন্যবাহিনীয়ে জালিৱানাবাগৰ নিৰ্দ্দোষী নিৰস্ত্ৰ জনতাৰ ওপৰত নিৰ্ব্বিচাৰে, অমানুষিক ভাবে—গুলিচলাই ৩৭৯ জন লোকক হত্যা কৰিলে আৰু ১২০৮ জনক গুৰুতৰ ৰূপে আহত কৰিলে। বৃটিছ

শাসনক কলঙ্কিত কৰা নিৰ্মম জালিৱানাবাগৰ এই হত্যাকাণ্ডই দেশবাসীক অধিক উত্তেজিত কৰিলে।

১৯১২ চনৰ ২৩ ডিচেম্বৰৰ দিনা লৰ্ড হাৰ্ডিঞ্জক লৈ হোৱা দিল্লীৰ চাণ্ডিচঁকৰ শোভাযাত্ৰাত ৰাসবিহাৰী বসুৱে কৰা বোমাৰ আক্ৰমণত ভাইছৰয়ৰ এডিচি জনৰ মৃত্যু হয়। দেশপ্ৰেমী ৰাসবিহাৰী বসুক গ্ৰেপ্তাৰ কৰিবলৈ ৭৫০০৲ টকাৰ পুৰস্কাৰ ঘোষণা কৰিও তেওঁক ধৰিব নোৱাৰিলে। অৱশেষত তেখেতে গুপ্তনামেৰে জাপানত আশ্ৰয় লৈ থাকিল—আজাদ-হিন্দ-ফৌজ গঠনত যথেষ্ট অৰিহনা যোগালে।

এই ঘটনাৰ মোকৰ্দ্দমাত ৪ জন দেশকৰ্মীক ফাঁচি দিলে—২ জনক ৭ বছৰলৈ জেল দিলে। ১৯৪৫ চনত ৰাসবিহাৰী বসু স্বৰ্গী হয়। পাঞ্জাবৰ গদৰ-পাৰ্টীয়ে বৃটিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰামৰ পথ গ্ৰহণ কৰিছিল। আমেৰিকা আৰু ইউৰোপৰ বিভিন্ন দেশৰ পৰা বহু অস্ত্ৰ আৰু অৰ্থ সংগ্ৰহ কৰি পাঞ্জাবলৈ আনিছিল। ১৯১৫ চনৰ ২১ ফেব্ৰুৱাৰীৰ দিনা সমগ্ৰ দেশজুৰি সশস্ত্ৰ সংগ্ৰাম আৰম্ভ কৰাৰ স্থিৰ কৰি—সেইমতে প্ৰস্তুতি চলাইছিল। এই সম্বন্ধে ৺ৰাসবিহাৰী বসু, শশীন্দ্ৰ সান্যাল, গনেশ পিংগ্যাল আৰু বাঘী কৰ্টাৰ সিংঙে গুৰুত্বপুৰ্ণ কাৰ্য্যপন্থা স্থিৰ কৰিছিল। কিন্তু জনৈক বিশ্বাসঘাতক কৃপাল সিঙে গোপনে বৃটিছ চৰকাৰক খবৰটো দিয়া কাৰণে এই প্ৰচেষ্টা কাৰ্য্যকৰী নহল। বৃটিছ চৰকাৰে এই ষড়যন্ত্ৰৰ গম পাই ২৯১ জন দেশকৰ্মীক গ্ৰেপ্তাৰ কৰি বিচাৰৰ বাবে পঠিয়ালে—তাৰ ভিতৰত ৪২ জনক ফাঁচি দিয়া হল—১১৪ জনক চাৰাজীবনৰ কাৰাদণ্ড দিলে, ৯৩ জনক বিভিন্ন ভাবে কাৰাদণ্ড দিলে,—মাত্ৰ ৪২ জনক খালাছ দিলে। ১৯১৫ চনৰ ১৩ ছেপ্তেম্বৰৰ দিনা ট্ৰাইবুনেলে বিচাৰ শেষ কৰি এই গোচৰৰ হুকুম দিছিল।

লক্ষ্ণৌ-চাহৰানপুৰ ৰেললাইনৰ ট্ৰেইনত ৰাজনৈতিক ডকাইতি হয়। বিপ্লৱী সকলে মাত্ৰ ৫০০০, টকা পায়। এই সম্বন্ধে হোৱা মোকৰ্দ্দমাক "কাকেৰী মোকৰ্দ্দমা" নামেৰে জনা যায়। ১৯২৭ চনৰ ৭ এপ্ৰিলৰ দিনা হুকুম দি—দেশভক্ত পণ্ডিত ৰাম প্ৰসাদ বিচমিল, ৰোচান সিং আৰু ৰাজেন্দ্ৰ লাহিড়ীক ফাঁচী দিয়া হয়—আৰু মন্মথ নাথ গুপ্তক ১৪ বছৰ জেল দিয়া হয়। ইয়াৰ উপৰিও আৰু কেবাজনকো ফাঁচী আৰু চাৰাজীৱন জুৰি জেলৰ দণ্ড বিহা হয়।

১৯২৮ চনৰ ২০ অক্টোবৰৰ দিনা হিন্দুস্তান-ছোচিয়েলিষ্ট ৰিপাব্লিকান পাৰ্টীৰ দ্বাৰা—দেশনেতা লালা লাজপৎ ৰায়ৰ নেতৃত্বত—এটা প্ৰতিবাদ শোভাযাত্ৰা বাহিৰ হৈছিল। কিন্তু বৃটিছ পুলিছে লাজপৎ ৰায়ক নিষ্ঠুৰ ভাবে মাৰপিত কৰে আৰু তাৰ ফলতেই ১৯২৮ চনৰ ১৭ নবেম্বৰৰ দিনা তেখেতে মৃত্যুবৰণ কৰে। এই নিষ্ঠুৰ কাৰ্য্যৰ প্ৰতিহিংসা গ্ৰহণৰ কাৰণে এমাহৰ ভিতৰতে ১৭ ডিচেম্বৰৰ দিনা আঘাতকাৰী পুলিছ কৰ্মচাৰী স্যন্দৰক—ভগতসিং আৰু ৰাজগুৰুৱে মিলি হত্যা কৰে।

১৯২৯ চনৰ ৮ এপ্ৰিলৰ দিনা দিল্লীৰ কেন্দ্ৰীয় এছেম্‌লি হলত দুটা বোমা দিয়াৰ অপৰাধত ভগত সিং আৰু বি. কে. দত্তক পুলিছে গ্ৰেপ্তাৰ কৰে। ১৯২৯ চনৰ ১২ জুনৰ দিনা উভয়কে যাবজ্জীৱন কাৰাদণ্ড দিয়ে।

পুনঃ, স্যন্দৰ হত্যাৰ মোকৰ্দ্দমাৰ বিচাৰৰ বাবে দেশভক্ত ভগত সিঙক লাহোৰলৈ নিয়া হয়। ১৯৩০ চনৰ ৭ অক্টোবৰ তাৰিখে ভগত সিং, ৰাজগুৰু আৰু শুকদেব এই তিনিজনকেই ফাঁচীৰ হুকুম দিয়ে। ১৯৩১ চনৰ ২৩ মাৰ্চত তিনিও জন মহান দেশপ্ৰেমিকক ফাঁচী দিয়া হয়।

এই বিপ্লৱী সকলে দেশৰ স্বাধীনতা সংগ্ৰামত অফুৰন্ত অবদান

দি গল। তেখেত সকলক অনুসৰণ কৰি পৰৱৰ্ত্তী যুগৰ যুজাৰু সকলে যথেষ্ট প্ৰেৰণা ও শিক্ষা আহৰণ কৰিছে।

এই বিপ্লৱী সকলে বৃটিছৰ বিৰুদ্ধে যুজি নিজৰ জীৱন আহুতি দিয়াৰ সময়লৈকে—কংগ্ৰেছৰ নেতা আৰু দলে পূৰ্ণস্বাধীনতা লাভৰ সক্ৰিয় আন্দোলন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা নাছিল। গতিকে কংগ্ৰেছেই প্ৰথমে যুজি অকলে দেশ স্বাধীন কৰিলে বোলা প্ৰচাৰ সত্য হব নোৱাৰে। কিন্তু এচাম নেতা আৰু প্ৰচাৰ মাধ্যমে এই অসত্য প্ৰচাৰ কৰি—সত্যৰ অপলাপ কৰিছে। এটা কথা ঠিক যে কংগ্ৰেছৰ ভিতৰত যেতিয়া নেতাজী, নেহৰু আদিৰ দৰে নপুৰুষ আৰু নতেজৰ ডেকা সকল সোমাল, কংগ্ৰেছ-ছোচিয়েলিষ্ট দল স্থাপন কৰা জয়প্ৰকাশ নাৰায়ণ, আচাৰ্য্য নৰেন্দ্ৰ দেব, ৰামমনোহৰ লোহিয়া, আৰু কমিউনিষ্ট দলৰ বিভিন্ন নেতা সকল কংগ্ৰেছত সোমাল—১৯২৯ চনৰ পিছৰ পৰা পূৰ্ণস্বাধীনতাৰ দাবী ক্ৰমে জোৰদাৰ হল। ১৯৩০ চন মানৰ পৰা স্বাধীনতা লাভৰ সময়লৈকে ডাঙৰ ৰাজনৈতিক দল হিচাবে কংগ্ৰেছ দলে, আৰু মুছলিমলীগ দলে বিশেষ ভূমিকা পালন কৰিলে বৃটিছ শাসন অপসাৰণ কৰাত, আৰু ভাৰতবৰ্ষ খণ্ড বিখণ্ড কৰি তিনিখন দেশত ৰূপান্তৰিত কৰাত।

স্বীকাৰ কৰিব লাগিব—যে দেশবিভাজনত সন্মতি জনালেও আৰু চৌৰিচোৰা আদিৰ দৰে ঘটনা হোৱাত—সত্যাগ্ৰহ আন্দোলন বন্ধ কৰি—প্ৰতিমুহূৰ্ত্তে নেতৃত্বই আপোচৰ পথ গ্ৰহণ কৰিলেও—হেজাৰ হেজাৰ শ্ৰমিক, কৃষক, ছাত্ৰ আৰু মধ্যবিত্তই কংগ্ৰেছ দলৰ ভিতৰত থাকি অসীম সাহস আৰু ত্যাগৰ দৃষ্টান্ত প্ৰদৰ্শন কৰিছে ; বৃটিছ পুলিছৰ গুলি আৰু বেয়নেটৰ আঘাতত প্ৰাণত্যাগ কৰিছে।

এই সকল ত্যাগী সংগ্ৰামী কংগ্ৰেছীয়ে চিৰদিন সন্মানৰ উচ্চ শিখৰত অবস্থান কৰিব।

## স্বাধীনতা সংগ্ৰামত বামপন্থী সকলৰ অবদান

১৯১৭ চনৰ ৰুছদেশৰ সমাজতান্ত্ৰিক বিপ্লৱৰ বিজয়ে ভাৰতৰ জনসাধাৰণক প্ৰভাবিত কৰে। ভাৰতৰ সম্পৰ্কত কাৰ্লমাৰ্ক্স, আৰু ভি-আই-লেনিনৰ লিখনিবোৰে জনসাধাৰণৰ মনত বাৰুকৈয়ে প্ৰভাৱ বিস্তাৰ কৰে। দ্বিতীয় কমিউনিষ্ট আন্তৰ্জাতিক সন্মিলনৰ পিছত ভাৰতৰ বাহিৰত—ছোভিয়েট ৰুছিয়াৰ তাছখণ্ডত—মানবেন্দ্ৰ নাথ ৰয়ে ভাৰতৰ কমিউনিষ্ট পাৰ্টী নামেৰে এটা পাৰ্টী প্ৰতিষ্ঠা কৰিছিল ভাৰতৰ কাৰণে। তাৰ পিছত ১৯২৫ চনত ভাৰতৰ বিভিন্ন ঠাইত সংগঠিত হোৱা অথচ সিচৰতিকৈ গঢ়ি উঠা কমিউনিষ্ট সংগঠন সমূহক লৈ, গদৰ পাৰ্টীৰ কিছু সদস্য, আৰু আকালী দলৰ বাবৰ ফৈদৰ লগত কথা-বতৰা হৈ—কানপুৰত প্ৰথমবাৰৰ বাবে ভাৰতৰ কমিউনিষ্ট পাৰ্টী গঠন কৰা হয়।

তেনেদৰে সমাজতন্ত্ৰত বিশ্বাসী জয়প্ৰকাশ নাৰায়ণ, অচ্যুত পটবৰ্দ্ধন, ৰামমনোহৰ লোহিয়া, মিনু মাচানী, কমলা দেবী চট্টো-পাধ্যায়, ইয়ুচুফ মেহেৰ আলি, আচাৰ্য্য নৰেন্দ্ৰ দেৱ আদিৰ নেতৃত্বত কংগ্ৰেছৰ ভিতৰতে সমভাবাপন্ন লোকসকলৰ এটি কংগ্ৰেছ ছোচিয়েলিষ্ট দল ১৯৩৪ চনত গঢ়ি উঠে। এই দলটোৱে কংগ্ৰেছ দলৰ ভিতৰত থাকিয়েই কাম-কাজ কৰে, আৰু কংগ্ৰেছী লোক সকলক নিজৰ দললৈ অনাৰ যত্ন কৰে।

ভাৰতৰ কমিউনিষ্ট পাৰ্টী আৰু কংগ্ৰেছ ছোচিয়েলিষ্ট পাৰ্টী উভয়ে কংগ্ৰেছ দলৰ ভিতৰতে থাকি কাম কৰিছিল, আৰু উভয় দলেই কংগ্ৰেছৰ আপোচমুখী আৰু সংগ্ৰাম বিমুখতাৰ বিৰুদ্ধে যুজিছিল। ১৯৩৪ চনৰ ২৩ এপ্ৰিলৰ দিনা কাপোৰ কলৰ শ্ৰমিক সকলৰ সাধাৰণ ধৰ্মঘট আহ্বান কৰিছিল, আৰু সেই চনৰে জুলাই মাহত বৃটিছ চৰকাৰে ভাৰতৰ কমিউনিষ্ট দলক বে-আইনী ঘোষণা কৰে।

ইয়াৰ আগতে অর্থাৎ ১৯২৯ চনত বৃটিছ চৰকাৰে "মিৰাট-ষড়যন্ত্র মোকৰ্দ্দমা" নামেৰে এটা ডাঙৰ ষড়যন্ত্র মামলা কমিউনিষ্ট পার্টীৰ নেতা সকলৰ বিৰুদ্ধে ৰুজু কৰে। সেই মোকৰ্দ্দমাত বৃটিছ কমিউনিষ্ট দলৰ সদস্য প্লেট্ ব্রেড্‌লিকো গ্রেপ্তাৰ কৰে। তাৰ উপৰিও কমিউনিষ্ট নেতা মুজাফৰ আহমেদ, ছৌকৎ ওচমানী, এছ. এ. ডাঙ্গে আদি ৩১ জন নেতাক গ্রেপ্তাৰ কৰি বিচাৰ কৰে। ১৯৩৩ চনৰ ১৬ জানুৱাৰীত আদালতে হুকুম দিয়ে আৰু কমিউনিষ্ট নেতা সকলক সশস্ত্র বিদ্রোহৰ প্রস্তুতি কৰাৰ অপৰাধী বুলি বিবেচনা কৰি ৩ বছৰৰ পৰা যাবজ্জীবন কাৰাদণ্ড পৰ্য্যন্ত শাস্তি বিহা হয়।

১৯২১/২২ চনৰ অসহযোগ আন্দোলন গান্ধীজীয়ে—প্রত্যাহাৰ কৰিছিল, চৌৰীচোৰাত কৃষক সকলে পুলিছ থানা আক্ৰমণ কৰা কাৰণত আৰু পুলিছ কৰ্মচাৰী বিলাকক নিধন কৰাৰ কাৰণত। এইদৰে প্রত্যাহাৰ কৰাত কমিউনিষ্ট সকলে গান্ধীজীক সমালোচনা কৰিছিল। গান্ধীজীৰ 'একক সত্যাগ্রহ' পদ্ধতিকো কমিউনিষ্ট সকলে সমালোচনা কৰিছিল। কংগ্রেছ ছোচিয়েলিষ্ট পার্টী, আৰু কমিউনিষ্ট দলে কংগ্রেছৰ ভিতৰতে থাকি, আৰু কংগ্রেছৰ বাহিৰত ছাত্র, বনুৱা আৰু কৃষক সকলক সংগঠিত কৰি স্বাধীনতা আন্দোলনত ব্ৰতী কৰিছিল।

—×—

# জীৱন কথা

## ২য় খণ্ড—( ১৯৪৭ চনৰ পিছৰ পৰা )

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰতবৰ্ষই স্বাধীনতা পালে—পাকিস্তানো স্বাধীন হল। দুখন স্বতন্ত্ৰীয়া ৰাষ্ট্ৰৰ জন্ম হল। ১৯৪৮ চনলৈকে লৰ্ড মাউণ্টবেটেন ভাৰতৰ গৱৰ্ণৰ জেনেৰেল হৈ থাকিল। পৃথিবীৰ ব্যবসায়-বানিজ্য, মুলধনলগ্নী আগেয়ে যি ভাবে আছিল—সেই ভাবেই থাকিল। তিলমানো হেৰফেৰ নহল। বৃটিছ সাম্ৰাজ্যবাদী শোষণ আগৰ দৰেই অবাৰিত ভাবে চলি থাকিল। ভাৰতবৰ্ষৰ ৰাজনৈতিক ক্ষমতাৰ ৰচিদাল ভাৰতৰ বুৰ্জোৱা, একচেটীয়া পুঁজিপতি আৰু জমিদাৰ শ্ৰেণীৰ দ্বাৰা পৰিচালিত কংগ্ৰেছ দলৰ হাতত থাকিল, আৰু পাকিস্তানৰ শাসনৰ ৰচিদাল সেই অঞ্চলৰ মুছলমান ধনী, ব্যবসায়ী আৰু জমিদাৰৰ হাতত থাকিল। বৃটিছে জনসাধাৰণক শোষণ কৰি থাকিল, আৰু বৃটিছৰ উপৰিও ভাৰতৰ ধনিক-বণিক শ্ৰেণীয়ে জনসাধাৰণক নানাভাবে শোষণ কৰিবলৈ ধৰিলে।

বিপ্লৱী কমিউনিষ্ট দলে এই স্বাধীনতা গৰীবৰ স্বাধীনতা নহয় বুলি ঘোষণা কৰিলে, লগতে ভাৰতৰ কমিউনিষ্ট পাৰ্টীও এই স্বাধীনতা ভুৱা স্বাধীনতা বুলি আখ্যা দিলে।

আমি মানুহৰ মাজত ডাঙৰ ডাঙৰ ৰাজহুৱা সভা পাতিলো আৰু এই স্বাধীনতা ভাৰতৰ কৌটি কৌটি মেহনতী গৰীবৰ স্বাধীনতা নহয় বুলি ব্যাখ্যা কৰি ফুৰিলো। খুব কম সংখ্যক লোকেহে আমাৰ তেনে প্ৰচাৰৰ সমৰ্থন জনাইছিল।

### বীৰভুম সন্মিলন

১৯৪৮ চনত বঙ্গদেশৰ বীৰভুমত বিপ্লৱী কমিউনিষ্ট দলৰ সৰ্ব্বভাৰতীয় সন্মিলন বহে। অসম আৰু বঙ্গদেশৰ প্ৰতিনিধিয়েই

বেচিসংখ্যক আছিল। বোম্বে, দিল্লী, আৰু উত্তৰ প্ৰদেশৰ পৰা নামমাত্ৰ কেজনমান প্ৰতিনিধিয়ে যোগ দিয়া মনত পৰে। সন্মিলনে সিদ্ধান্ত কৰিছিল যে আঞ্চলিকভাবে ক্ষমতা দখলৰ বাবে অস্ত্ৰসংগ্ৰামৰ প্ৰস্তুতি কৰিব লাগে। কিছু মুক্ত অঞ্চল গঢ়ি তুলি সেই অঞ্চল বিলাককে কেন্দ্ৰকৰি সংগ্ৰামৰ ক্ষেত্ৰ প্ৰস্তুত কৰিব লাগে। এনেকৈয়ে দেশৰ বিভিন্ন অংশ দখল কৰি—ধনিক শ্ৰেণীৰ শাসনৰ অবসান ঘটাব লাগে—আৰু অৱশেষত কেন্দ্ৰত কৃষক-বনুৱাৰ চৰকাৰ প্ৰতিষ্ঠা কৰিবলৈ আগুৱাই যাব লাগে। সিদ্ধান্তবোৰ বৰ উত্তেজক আৰু উৎসাহপ্ৰদ আছিল। আমাৰ ডেকা যৌবনৰ তেজোদ্দীপ্ত কালচোৱাত এনে প্ৰস্তাবে সমৰ্থন লাভ কৰাটো স্বাভাৱিক।

পাৰ্টীৰ নেতা সৌম্যেন্দ্ৰনাথ ঠাকুৰে এনে প্ৰস্তাব গ্ৰহণ হব পাৰে বুলি আগতে জানিছিল, আৰু সেই কাৰণে তেখেতে আগধৰি সভাস্থলি ত্যাগকৰি গুচি গৈছিল।

সশস্ত্ৰ সংগ্ৰামৰ দ্বাৰা আঞ্চলিক মুক্ত অঞ্চল গঢ়াৰ প্ৰস্তাব গ্ৰহণ হোৱাৰ আগৰে পৰা ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ নেতৃত্বত অত-ত'ত কৃষক আৰু শ্ৰমিকৰ আন্দোলন চলি আছিল। বিশেষকৈ উল্লেখনীয় আছিল টেলেঙানাৰ কৃষক আন্দোলনৰ। এই আন্দোলনত কৃষক সকলে বন্দুক আৰু অন্যান্য মাৰণাস্ত্ৰ ব্যৱহাৰ কৰি হায়দৰাবাদৰ নিজামৰ কৰ্মচাৰী আৰু সশস্ত্ৰ বাহিনীক বহু ঠাইৰ পৰা বিতাৰিত কৰিছিল, আৰু কৃষক সকলে ঠায়ে ঠায়ে নিজৰ শাসনতান্ত্ৰিক গোট গঢ়ি তুলিছিল।

টেলেঙানাৰ কৃষক আন্দোলন আৰম্ভ হৈছিল ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ নেতৃত্বত ১৯৪৬ চন মানত, আৰু এই আন্দোলন পৰিচালিত হৈছিল স্বাধীনতা লাভৰ—পিছলৈ অৰ্থাৎ ১৯৫১ চনমানলৈ। হায়দৰাবাদৰ নিজামৰ অধিনস্থ প্ৰায় ৩০০০ গাৱঁত এই আন্দোলনে ব্যাপকতা লভিছিল। কৃষক সকলে জমিদাৰী মাটিবোৰ নিজৰ ভিতৰতে

বিতৰণ কৰি গৈছিল—প্ৰায় ১০ লাখ একৰ মাটি এনেদৰে বিতৰণ কৰা হৈছিল। কৃষিঋণ মাফ দিয়াৰ কাৰণে,—ভুমিহীন কৃষকক দুগুণ মজুৰি দিয়াৰ কাৰণে, জমিদাৰৰ প্ৰাপ্য হ্ৰাস কৰাৰ কাৰণে কৃষক সকলে দাবী তুলিছিল। ফৰেষ্টত কামকৰা চৰকাৰী চাকৰিজীবি সকলক ফৰেষ্টৰ পৰা প্ৰায় ১ বছৰ/১ বছৰ ৬ মাহ জুৰি খেদি দিয়া হৈছিল ; আৰু ভুমিহীন লোক সকলে এইবোৰ পৰিচালনা কৰিছিল।

নিজৰ সংগঠন ৰক্ষাৰ কাৰণে কৃষক সকলে বন্দুক, ধনু-কাড় আৰু অন্যান্য মাৰাত্মক অস্ত্ৰ ব্যবহাৰ কৰিছিল। ব্যাপক ঠাইজুৰি মুক্ত অঞ্চল ঘোষণা কৰা হৈছিল।

স্বাধীনতা লাভৰ পিছত—ভাৰত চৰকাৰ আৰু হায়দৰাবাদৰ নিজামে প্ৰায় ৩ বছৰ কাল-যুজিব লাগিছিল—টেলেঙানাৰ আন্দোলনৰ বিৰুদ্ধে। এই কালচোৱাত প্ৰায় ৪০০০ জন কমিউনিষ্ট আৰু কৃষক কৰ্মীয়ে প্ৰাণাহুতি দিছিল—আৰু ১০,০০০ জনৰ বিৰুদ্ধে হৰেক ৰকমৰ মোকৰ্দ্দমা ৰুজু কৰি শাস্তি বিহা হৈছিল। টেলেঙানাৰ আন্দোলনে সেই সময়ত আমাক অনুপ্ৰাণিত কৰিছিল।

## ভাৰতৰ কমিউনিষ্ট দলৰ ১৯৪৮ চনৰ সন্মিলন

১৯৪৮ চনৰ ফেব্ৰুৱাৰী-মাৰ্চ মাহত বোম্বেত ভাৰতৰ কমিউনিষ্ট দলৰ দ্বিতীয় সন্মিলন বহে। এই সন্মিলনত বিনা-ক্ষতিপুৰণে জমিদাৰী উচ্ছেদ, বৃটিছ পৰিচালিত শিল্পবোৰৰ জাতীয়কৰণ, সকলো বেঙ্কৰ জাতীয়কৰণ, নিম্নতম মজুৰি নিৰ্দ্ধাৰণ, ৮ ঘন্টা কৰ্ম-দিবস স্থিৰীকৰণ, কাৰখানাবোৰৰ নিয়ন্ত্ৰণ ব্যবস্থা বনুৱা শ্ৰেণীৰ দ্বাৰা পৰিচালন, দেশীয় ৰাজ্য সমূহৰ শাসন প্ৰণালীৰ বিলোপ সাধন ও দেশীয় ৰাজ্যবোৰ ভাৰতীয়—জাতীয়তাবাদৰ লগত চামিলকৰণ, ভাৰতৰ সকলো জাতিসত্তাৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰ ঘোষণা কৰণ, বৰ্ণগত ও অন্যান্য বৈষম্যমূলক ব্যবস্থাৰ বিলোপ সাধন—ইত্যাদি প্ৰস্তাৱ গ্ৰহণ

কৰে ; লগতে কংগ্ৰেছ ও মুছলিম দলে মিলি ভাৰত বিভাজন কৰাৰো সমালোচনা কৰে।

এই সন্মিলনত দলৰ সাধাৰণ সম্পাদক পুৰণ-চাঁদ-যোশীৰ প্ৰতিবেদন অগ্ৰাহ্য কৰা হয়, আৰু বি. টি. ৰণাদেবৰ নেতৃত্বত অস্ত্ৰসংগ্ৰামৰ আচঁনি গ্ৰহণ কৰা হয়।

কমিউনিষ্ট পাৰ্টীৰ এনে সিদ্ধান্তই বিপ্লৱী কমিউনিষ্ট দলকো প্ৰভাবিত কৰিছিল, বিপ্লৱী কমিউনিষ্ট সকলেও অস্ত্ৰসংগ্ৰামৰ আচনি গ্ৰহণ কৰিছিল।

এতিয়া আমি বুজি পাইছো যে দুয়োটা কমিউনিষ্ট দলেই বামপন্থী-বিচ্যুতিত ভুগিছিল ; তাৰ ফলশ্ৰুতি হিচাবেই সামৰিক বাহিনী, পুলিছ, চি.আই.ডি. আৰু প্ৰতিক্ৰিয়াশীল চক্ৰৰ চিকাৰ হৈছিল। গনসংগঠন বিলাক ছিন্ন-ভিন্ন হৈছিল। কোনো কোনো ৰাজ্যই কমিউনিষ্ট দল বিলাকক বে-আইনী ঘোষণা কৰি নিৰ্য্যাতন ও জুলুম চলাইছিল। দলৰ কৰ্মী সকলে লুকাই থাকি, আত্মগোপন কৰি, গোপনে গোপনে পাৰ্টী সংগঠন কৰা নীতি গ্ৰহণ কৰিব লগীয়া হৈছিল।

এই অতি বামনীতি গ্ৰহণ কৰাৰ ফলত দুয়োটা দলৰে বিস্তৰ ক্ষতি সাধিত হৈছিল।

ইয়াত উল্লেখ কৰা দৰ্কাৰ যে অতি-বামপন্থা গ্ৰহণ কৰাৰ ফলত ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ সদস্য সংখ্যা এক-তৃতীয়াংশলৈকে হ্ৰাস পায়, পাৰ্টীৰ গণসংগঠন বিলাক ক্ৰমে দুৰ্বল্ল হৈ পৰে। নেতৃত্বৰ এটা চামে পাৰ্টীৰ নীতি পৰিবৰ্ত্তনৰ কাৰণে দলৰ মাজতে যুজিব-লগীয়া হয় আৰু ১৯৫১ চনৰ অক্টোবৰ মাহ মানত ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ পূৰ্ণাঙ্গ সন্মিলনে অস্ত্ৰসংগ্ৰামৰ অতি বামনীতি পৰিত্যাগ কৰি—গনতান্ত্ৰিক পদ্ধতিৰে কাম কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

## স্বাধীন চৰকাৰৰ দিনত ১৯৪৮ চনত পুনৰ গ্ৰেপ্তাৰ

বীৰভুম কনফাৰেন্সৰ পৰা ঘূৰিআহি দেখিলো যে গুৱাহাটীত এচাম বাঙালী আৰু এচাম অসমীয়াৰ মাজত সৰু সুৰা কাজিয়া কেতবোৰ লাগিব ধৰিছে। গুৱাহাটী ৰেলৰে ষ্টেশ্যন, পাণ্ডু আদিতো মাৰামাৰিৰ ঘটনা ঘটিছে। ছাত্ৰ কিছুমানক লগত লৈ জিলা উপায়ুক্তৰ বাসগৃহলৈ গলো—এই কাজিয়া বন্ধ কৰিব লাগে বুলি দাবী জনাবলৈ। তেতিয়া তাত ৺ৰোহিনী কুমাৰ চৌধুৰী দেবো আছিল। চৰকাৰৰ অমনযোগীতাৰ কাৰণে ৺চৌধুৰী ডাঙৰীয়া আৰু জিলা উপায়ুক্তৰ লগত—মোৰ তৰ্কাতৰ্কি হল। চৰকাৰৰ বিৰুদ্ধে ধ্বনি দি আমি শোভাযাত্ৰা কৰি ওলাই আহিলো। চৰকাৰক গৰিহনা দি ৰাজহুৱা সভা পাতিলো। পিচদিনা ঢলপুৰাতে পুলিছে মোক গ্ৰেপ্তাৰ কৰি জেললৈ নিলে। জেললৈ নিয়া হল পাণ্ডুৰ বাঙালী ৰেলৰে কৰ্মী কিছুমানক। তাৰ পিছত নিলে ৺অৰবিন্দ ঘোষ, নীৰেণ লাহিড়ী, মোহনলাল মুখাৰ্জী, হৰিদাস ডেকা, উপেন দাস, বিপিন চক্ৰবৰ্ত্তী, বিজয় দাস, বিপিন দালাল, সুখময় চক্ৰবৰ্ত্তী, আক্ৰাম আলি, কামিনী শৰ্মা আদিক। গুৱাহাটীত কেদিনমান থকাৰ পিছতেই জননিৰাপত্তা-আইনত গ্ৰেপ্তাৰ কৰা বুলি আমালোকক জনোৱা হল আৰু যোৰহাট জেললৈ নিলে। যোৰহাটত কমিউনিষ্ট দলৰ কেবাজনো কৰ্মীক লগ পালো। একেটা ৱাৰ্ডতেই আমাক ৰাখিলে,—আমাৰ লগতে ৰাখিলে জননিৰাপত্তা আইনত গ্ৰেপ্তাৰ কৰা ফজল আৰু মোদী নামৰ দুজন লোকক। এই দুজন লোকৰ সান্নিধ্যলৈ আহি বুজিব পৰা হৈছিল যে মানুহে ভাল-পাৰিপাৰ্শ্বিকতা পালে, ভাল সঙ্গ পালে—মানবীয় ভালগুণ বিলাকৰ যথেষ্ট বিকাশ হয়। ফজল আৰু মোদীৰ নাম শুনিলে তেতিয়াৰ গুৱাহাটী চহৰৰ লোক ভয়তেই কপিছিল। কিন্তু জেলত তেওঁলোকৰ ব্যবহাৰ

একেবাৰে পৰিবৰ্ত্তিত হৈছিল। ফজলে ৰান্ধনী ঘৰৰ চোৰা-মেলা কৰিছিল—নিজে ভালদৰে ৰান্ধিব জানিছিল। খোৱাবস্তু ভগাই দিওতে দিওতে তেওঁৰ ভাগত মাছ-মাংস প্ৰায়েই নৰৈছিল। আমি কোনো গভীৰ ৰাজনৈতিক বিষয়ে আলোচনা কৰি থাকিলে—জেলৰ চিপাহী সকলে যাতে নুশুনে—এই বিষয়ে মোদী সদায় সতৰ্ক হৈ আছিল। সমাজবিৰোধী লোক সকল সমাজ-বিৰোধী কাৰ্য্যত লিপ্ত হয় বিশেষ বিশেষ অবস্থা আৰু পৰিস্থিতি কিছুমানৰ কাৰণে। তাৰ কাৰণে সেই সেই অবস্থা আৰু পৰিস্থিতি দায়ী। মানুহে জন্মৰ লগতে সমাজ-বিৰোধী কাৰ্য্যত লিপ্ত হোৱাকৈ জন্ম নেপায়—জন্মৰ সময়ত নিষ্কলুষ ৰূপেই জন্মলাভ কৰে।

যোৰহাট জেলত থাকোতে আমি হাইকোৰ্ট আৰু চুপ্ৰীমকোৰ্টত মোকৰ্দ্দমা কৰিছিলো। এটা অৰ্ডাৰতে তুমাহৰ অধিক দিন তেতিয়া আটক কৰিব নোৱাৰিছিল। জেলৰ পৰা তুবাৰো আমাক খালাছ দিয়া বুলি জনালে। টালি-টোপোলা লৈ জেলগেটলৈ ওলাই গৈছিলো। গেটৰপৰা আৰম্ভ কৰি প্ৰায় ৩০´ ফুটমান দূৰলৈ সশস্ত্ৰ পুলিছ বাহিনীৰ শাৰি। জেলৰ পৰা আমাক উলিয়াই দিয়াৰ পিছত —পুনৰ নতুনকৈ গ্ৰেপ্তাৰ কৰা দেখুৱাবলৈ—পুনৰ নতুন গ্ৰেপ্তাৰী পৰোৱানা জাৰি কৰি—পুনৰ জেললৈ অনা হয়। এনেদৰে তুবাৰো—এৰি দিয়াৰ নামত জেলৰ সমুখতেই গ্ৰেপ্তাৰ কৰি পুনৰ জেলত ৰাখে। জেলৰ ভিতৰত কমিউনিষ্ট পাৰ্টী আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ ৰাজনীতি সম্পৰ্কে বিস্তৰ আলোচনা কৰাৰ সুযোগ হৈছিল। তেতিয়া প্ৰমোদ গগৈ, ডাঃ বিনয় চক্ৰবৰ্ত্তী, প্ৰফেশ্যৰ গাঙ্গুলী আমাৰ লগত একেটা ঘৰতে আছিলে—আৰু বেচ মিলিজুলি আছিল। পঢ়া-পাত্তিও বেচ নিয়মীয়া হৈছিল। জেলৰ ভিতৰতেই 'এপ্ৰিল-থেছিছ' নামৰ কিতাপ খনৰ অসমীয়া অনুবাদ কৰি উলিয়াইছিলো। উপেন বৰ্মন, দেবেন কলিতা, নীৰেণ লাহিড়ীৰ প্ৰচেষ্টাত এই কিতাপখন

ছিলঙৰ কোনো প্ৰেছত চপাই উলিওৱা হৈছিল।

উপেন দাস, মই আৰু নীৰেণ লাহিড়ীয়ে জেলৰ বাথৰুমৰ চালৰ ফাকেঁৰে ওলাই জেলৰ ওৱাল পাৰহৈ ৰাতিতে পলোৱাৰ স্থিৰ কিৰিছিলো। নগা কয়দী এজন খালাছ হৈ যোৱাৰ সময়ত স্থিৰ হৈছিল যে নিৰ্দ্ধাৰিত তাৰিখত জেলৰ বাহিৰত জীপ এখন লৈ তেওঁ ৰৈ থাকিব, আৰু আমাৰ ধুতিবোৰ জোৰা দিয়া হব, বাহিৰৰ পৰা সেই ধুতি টানি আমাক দেৱাল পাৰ কৰাই নিব, আৰু আমি নগাপাহাৰলৈ পলাই যাম। তেতিয়া নগাপাহাৰ অসমৰ লগতে আছিল—পৃথক নগাৰাজ্য গঠিত হোৱা নাছিল। মেঘালয় আৰু মিজোৰামো অসমৰ ভিতৰত আছিল। আমি কেবাদিনো ৰিহাৰ্ছ'ল কৰিছিলো। কিন্তু সময়ত লাহিড়ীয়ে আপত্তি জনোৱাত আমাৰ দুজনৰো আৰু যোৱা নহল। পিছত খবৰ পালো—নগাজনে জীপসহ আমাক নিবলৈ সম্পূৰ্ণ সাজু হৈ আছিল।

কেইমাহমান পিছত সশস্ত্ৰ পহৰাৰ গাড়ীৰে ৰাতি আমাক গুৱাহাটীলৈ অনা হল। গুৱাহাটীত আমাক অন্তৰীন কৰা হল। জিলা উপায়ুক্তই নিৰ্দেশ দিলে—পুৱা ৭ বজাৰ আগত ঘৰৰ পৰা ওলোৱা নিষেধ, সন্ধিয়া ৭ বজাৰ আগেয়ে ঘৰত সোমাব লাগিব। সপ্তাহৰ নিৰ্দ্দিষ্ট দুটা দিনত জিলা-উপায়ুক্তৰ সমুখত হাজিৰ হব লাগিব,—গুৱাহাটী পৌৰ এলাকাৰ বাহিৰলৈ যাব নোৱাৰিব, সভা-শোভাযাত্ৰাত যোগদিব নোৱাৰিব, বিপ্লৱী কমিউনিষ্ট দলৰ বাকী নেতা সকলৰ লগত মিলিব নোৱাৰিব—ইত্যাদি।

গুৱাহাটীত তেতিয়া মোৰ থকা-মিলাৰ ঘৰ নাছিল। ৺মলো-নাৰায়ণ বৰ্মণ, শ্ৰীবনমালী বৰ্মণ আদিয়ে মেছপাতি গুৱাহাটীৰ হেপিভিলাত আছিল। মোৰ অসুবিধাৰ কথা জানি ৺মলো বৰ্মণ আৰু শ্ৰীবনমালী বৰ্মণে কিছুদিনৰ কাৰণে তেওঁলোকৰ মেছতে থাকিবলৈ কলে। ৺মলো বৰ্মণৰ লগত একেখন বিচনাতে কিছুদিন

থাকিলো। কিন্তু ঘৰৰ সমুখত পুৱাৰে পৰা পুলিছৰ গুপ্তচৰ বাহিনীৰ লোকে পহৰা দি থাকিছিল। হঠাৎ বাতৰি কাকতত দেখিলো—যে পশ্চিম বঙ্গৰ দমদম বসিৰহাট অঞ্চলত—বিপ্লৱী কমিউনিষ্ট দলে চৰকাৰৰ অস্ত্ৰাগাৰ আক্ৰমণ কৰি—কিছু অস্ত্ৰ লৈ গৈছে, কিছু মানুহ গ্ৰেপ্তাৰ হৈছে ইত্যাদি। ডাঙৰ ডাঙৰ আখৰেৰে কলিকতাৰ বাতৰি কাকত বিলাকে খবৰটো পৰিৱেশন কৰিছিল প্ৰথম পৃষ্ঠাতেই। পিচদিনা পাৰ্টীয়ে আমাক নিৰ্দ্দেশ দিলে যে গুৱাহাটীৰ পৰা পলাব লাগে—নহলে যি কোনো সময়তে গ্ৰেপ্তাৰ হোৱাৰ আশঙ্কা। মোক নিৰ্দ্দেশ দিলে—উত্তৰ কামৰূপৰ টিহু অঞ্চলত থাকিবলৈ আৰু লগত ৺অৰবিন্দ ঘোষক লৈ যাবলৈ। ৺উপেন দাস আৰু হৰিদাস ডেকা উজনিলৈ যাব। যোৱা সময় স্থিৰ হল—সন্ধিয়া ৭ বজাৰ লগেলগে। একেটা সময়তে দুয়ো দলে যাত্ৰা কৰিব লাগিব।

আমাৰ দলটোৰ যোৱাৰ যাবতীয় ব্যৱস্থা কৰিবলৈ দায়ীত্ব দিলে কমৰেড শৈলেন মেধিক। তেতিয়া ব্ৰহ্মপুত্ৰৰ দলং নাছিল—পাণ্ডু আৰু আমিনগাওঁ ঘাটেৰে, বা "গুৱাহাটী-উত্তৰ গুৱাহাটী" ঘাটেৰেও পুলিছৰ আশঙ্কাত পাৰ হব নোৱাৰি। মেধিয়ে আমাক শুক্লেশ্বৰ দেৱালয়ৰ নামনিত—ব্ৰহ্মপুত্ৰৰ জিয়লিত বহুৱাই থলে—আৰু ক্ষণেক পিছত জনালে যে উজনিলৈ যাবলৈ সাজুহোৱা গাড়ীখনৰ বিজুতি ঘটিছে—গতিকে আজিলৈ যোৱা নহব। কাইলৈহে যাব লাগিব।

৭টা বাজিবলৈ অলপ কে-মিনিটমান মাথোন বাকী আছিল। ৺মলোনাৰায়ণ বৰ্মণৰ মেছৰ পৰা আহিবৰ সময়ত—আঠুৱাৰ ওপৰত চিঠি এখন লিখি থৈ ওলাই আহিছো,—ঘূৰি যোৱাৰ সুযোগ নাই। পানবজাৰত কমৰেড বানেশ্বৰ শইকীয়াক লগ পালো। তেওঁকলে ৰাতিটো তেওঁৰ লগতেই কটন কলেজ হোষ্টেলত থাকিবলৈ। তেতিয়া বানেশ্বৰ শইকীয়া কটন কলেজৰ মেধাবী ছাত্ৰ। পানবজাৰ পুলিছ

থানালৈ গলো—মোৰ বাসস্থান কলেজ হোষ্টেললৈ পৰিবৰ্ত্তণ কৰাৰ খবৰটো দিবলৈ। জিলা উপায়ুক্ত ৰয়কো লগ পালো। ৰাতিটো কটন হোষ্টেলত থাকিলো।

পুৱা ৭টা বজাৰ পিছতেই হোষ্টেলৰ পৰা ওলালো। আগৰ বন্দোবস্ত অনুসাৰে সন্ধিয়া পৰত নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰহলো। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত বৈ থকা টেক্সী এখনেৰে মোক আৰু অৰবিন্দক টিহুৰ—দীঘলী গাৱলৈ মেধিয়ে লৈ গল। তেতিয়ালৈ ৺অৰবিন্দ ঘোষ অসমৰ গাৱঁলৈ যোৱা নাছিল। অতি ভয় শঙ্কা আৰু সন্দেহেৰে—উপায় নাই বুলিয়েই তেওঁ মোৰ লগত ওলাইছিল। তেওঁৰ দায়িত্ব—লৈ কিছুদিন মোৰ অসুবিধা আৰু সমস্যা সৃষ্টি হৈছিল। খোজকঢ়া অভ্যাসো তেওঁৰ নাছিল বুলিলেই হয়। খোৱা-লোৱাৰ ক্ষেত্ৰতো তেনেকুৱা। কিন্তু তেওঁৰ মনত দৃঢ়তা আৰু বল আছিল, আৰু সেই কাৰণেই কিছুদিনৰ ভিতৰতে তেখেতে নতুন অবস্থাৰ লগত চম্ভালিব পাৰিছিল।

## দমদম বচিৰহাটৰ ঘটনা

কলিকতাৰ “ জেছফ ” ফেক্টৰীত থকা প্ৰায় ৫০০০ পাচহেজাৰ কৰ্মচাৰীৰ মাজত বিপ্লৱী কমিউনিষ্ট দলৰ কিছু সংগঠন আছিল। এই সংগঠনটো ভাঙিবলৈ মালিক পক্ষই বহুত ধৰণৰ ষড়যন্ত্ৰ কৰিছিল, বহু কৰ্মচাৰীক কামৰ পৰা খেদি দিব বুলি ধাৰণাৰ সৃষ্টি হৈছিল। পাৰ্টীয়ে স্থিৰ কৰিছিল যে এই সংগঠিত কৰ্মচাৰী সকলক বন্দুক বাৰুদৰ যোগান ধৰি সেই অঞ্চলৰ থানা, এৰোড্ৰাম আদি দখল কৰা হব; আৰু সশস্ত্ৰ কৰ্মচাৰী সকলৰ দ্বাৰা সেই অঞ্চল মুক্ত কৰি তাত আঞ্চলিক চৰকাৰ পতা হব। গাওঁৰ কৃষকৰ সহযোগ আৰু সমৰ্থনত এই মুক্ত অঞ্চল ৰক্ষা কৰা হব,—আৰু তাৰপৰা যুজি যুজি ক্ৰমে শাসনৰ এলেকা বঢ়োৱা হব। ১৯৪৯ চনৰ ২৪ ফেব্ৰুৱাৰীৰ দিনা মালিক পক্ষই কৰ্মচ্যুত কৰাৰ নোটীছ জাৰি কৰাৰ

লগে লগে কৰ্মচাৰীবৃন্দ উত্তেজতি হয় আৰু কিবা এটা কৰাৰ কাৰণে দলৰ ওচৰত দাবী জনায়। ইউনিয়নৰ হেচাত দলে ২৬ ফেব্রুৱাৰীৰ দিনা ১১.১৫ মিনিটত ফেক্টৰী আক্ৰমণ কৰাৰ সিদ্ধান্ত লয়।

সিদ্ধান্ত কৰিছিল বেলগোছিয়াৰ সশস্ত্ৰ পুলিছ বেৰেক আক্ৰমণ কৰি—তাত থকা হেজাৰৰো ওপৰ বন্দুক-বাৰুদ কাঢ়ি লোৱা হব,—দমদমৰ পুলিছ ঘাটিৰ অস্ত্ৰবোৰ কাঢ়ি অনা হব—আৰু এই বোৰ অস্ত্ৰ জেছফ ফেক্টৰীলৈ নি তাৰ কৰ্মচাৰী সকলক দিয়া হব ; জেছফ ফেক্টৰীৰ অস্ত্ৰ-শস্ত্ৰ লুট কৰা হব—দমদমৰ জেলভাঙি ৰাজনৈতিক আৰু অৰাজনৈতিক কয়দী ও হাজতী সকলক মুকলি কৰি অনা হব, তাৰে ভিতৰৰ ইচ্ছুক কৰ্মী সকলক অস্ত্ৰ যোগান দি যুজিবলৈ দিয়া হব। দমদমৰ থানা ও বিমানঘাটি ধ্বংস কৰা হব। লগে লগে এই মহকুমাৰ কৃষক সকলৰ মাজত উত্তেজনাৰ সৃষ্টি কৰি তেওঁলোককো সংগ্ৰামত নিয়োজিত কৰা হব।

প্লেন কাৰ্য্যকৰী নহল। জেছফ ফেক্টৰীৰ কৰ্মীসকলে ফেক্টৰীৰ উৰ্দ্ধতন কৰ্মচাৰী সকলক আক্ৰমণ কৰাতেই ব্যস্ত হল—পৰিকল্পিত অস্ত্ৰ সংগ্ৰামৰ কথা পাহৰি গল। দুই এখন থানা আক্ৰমণ কৰি সাময়িক ভাবে কৰায়ত্ব কৰাৰ বাহিৰে অস্ত্ৰ ভাণ্ডাৰ বোৰ লুট কৰিব পৰা নহল—কিছুমান এৰাব নোৱাৰা অসুবিধা আৰু ঘটনাৰ কাৰণে এই সশস্ত্ৰ আঘাত কাৰ্য্যকৰী নহল। বহু কৰ্মী গ্ৰেপ্তাৰ হল, বহুত জখম হল,—কেজনমান মৃত্যুমুখত পৰিল—কিছুমান পূব-পাকিস্তানলৈ, অসমলৈ আৰু ওচৰ-চুবুৰীয়া ৰাজ্য সমূহলৈ—আত্মৰক্ষাৰ কাৰণে পলাল।

দমদম বহিৰহাটৰ অস্ত্ৰ-সংগ্ৰামৰ পৰিকল্পনা ব্যৰ্থ হল। প্ৰমাণ হল অতি উৎসাহী ৰোমান্টিক ধাৰণাৰে পৰিচালিত হৈ বিপ্লৱী

আঘাত দিয়াৰ পৰিকল্পনা—বাতুলতামাত্ৰ। ব্যাপক অংশৰ জনসাধাৰণৰ সচেতন অভ্যুত্থান নহলে এই ধৰণৰ পৰিকল্পনা—সন্ত্ৰাসবাদী পৰিকল্পনাৰ দৰে ৰূপ লয়; তাৰ দ্বাৰা বিপ্লৱী সংগ্ৰামৰ যথেষ্ট ক্ষতিসাধন হয়।

## অসমৰ উত্তৰ অঞ্চলত আমাৰ সংগঠন

দীঘেলীলৈ গৈয়েই লগপালো ৰতি স্বৰ্গীয়াৰী, মদন মেধি, প্ৰমোদ ৰামচিয়াৰী আদি প্ৰায় ৫০ জনমান সংগঠিত কৰ্মীক। আমি সেই ঠাইলৈ গৈ পোৱাৰ আগতেই কমৰেড ৺নবীন মেধি, ৺লোকনাথ বৰুৱা আদি কমৰেড সকলে সেই অঞ্চলত দলৰ সংগঠন আৰম্ভ কৰিছিল—বিশেষকৈ ভূমিহীনক মাটি দিয়াৰ দাবীত, আৰু জমিদাৰক দিবলগীয়া ধানৰ পৰিমাণ হ্ৰাস কৰাৰ দাবীত। সেই অঞ্চলত সৰু সৰু মাটিগিৰিৰ প্ৰভাব আছিল আৰু কৃষক সকলক নিৰ্বিবিচাৰে শোষণ কৰিছিল। ঠিকাৰ ধান দিয়াৰ হেৰফেৰ হলেই ৰায়তৰ পৰা মাটিৰ স্বত্ব কাঢ়ি নি অন্য কৃষকক দিছিল, পুৰ্বৰ কৃষক বেকাৰ হৈ পৰিছিল। ১৯৪৮ চনত প্ৰণয়ন হোৱা "আধিয়াৰ ৰক্ষা আইনৰ" বিধান সমূহ সঠিকভাবে কাৰ্য্যকৰি কৰিবলৈ—কৃষক সকলৰ মাজত পাৰ্টীয়ে জাগৰণৰ সৃষ্টি কৰিছিল।

ভূমিপত্তন, আৰু আধি ধানৰ পৰিমাণৰ সম্পৰ্কত—এই আন্দোলনে উত্তৰ কামৰূপৰ বহু গাৱত, উত্তৰ গোৱালপাৰা আৰু মঙ্গলদৈ মহকুমাৰ বহু অঞ্চলত বিয়পি পৰিছিল। হিন্দু, মুছলমান, ট্ৰাইবেল আদি সম্প্ৰদায় বিশেষে এই আন্দোলনত অংশ গ্ৰহণ কৰিছিল। এই আন্দোলনত বড়ো ট্ৰাইবেল কৃষকে অভুতপুৰ্ব ভূমিকা গ্ৰহণ কৰিছিল। আমি থকা ঘৰবোৰৰ বাহিৰত বড়ো মহিলা সকলে উজাগৰে থাকিও—পুলিচৰ গ্ৰেপ্তাৰৰ পৰা ৰক্ষা কৰিবলৈ পহৰা দিছিল, পুৰুষতকৈ মহিলা সকলৰ সাবধানতা আৰু সজাগতা অধিক দেখিছিলো।

ভূটান পাহাৰৰ পাদদেশৰ গেমৰিজাৰ্ভৰ ওচৰৰ গাওঁ বিলাকলৈ— কৃষকৰ আন্দোলন বিয়পি পৰিছিল।

কোনো কোনো গাৱঁত আধিয়াৰ সকলে মাটিগিৰিৰ প্ৰাপ্য ধান বন্ধ কৰিছিল—মাটি মালিকে কৃষকৰ ওচৰলৈ ধান সাধিবলৈ যাবলৈ সাহস হেৰুৱাইছিল। মাটিমালিক সকলে বিপ্লৱী কমিউনিষ্ট দলৰ লোক সকলক সেইকাৰণে বেয়া পাইছিল, আৰু চৰকাৰ ও পুলিছৰ সহায়ত দলৰ কৰ্মী সকলক গ্ৰেপ্তাৰ কৰাইছিল, মাৰপিত ও নিৰ্য্যাতন কৰাইছিল বহুত মিছা মোকাৰ্দ্দমাৰ সৃষ্টি কৰি দলৰ কৰ্মী সকলক জুলুম দিছিল। মালিক সকলৰ প্ৰভাবত কংগ্ৰেছ চৰকাৰে ঠায়ে ঠায়ে পুলিছী-ধৰ-পাকড়, ঘৰ তালাছ, মাৰপিত আদি অত্যাচাৰ চলাইছিল।

## নামনি অসমৰ দায়ীত্ব প্ৰদান

কিছুদিনৰ কাৰণে পাৰ্টীয়ে ৺উপেন দাসক ৰাজ্যিক পাৰ্টী সম্পাদকৰ দায়ীত্ব দিছিল। অসম উপত্যকাক উজনিখণ্ড আৰু নামনি খণ্ডৰূপে বিভাজিত কৰা হৈছিল। নামনি খণ্ডত তেতিয়াৰ কামৰূপ জিলা, গোৱালপাৰা জিলা আৰু মঙ্গলদৈ জিলা পৰিছিল। এই তিনিখন জিলাৰ দায়ীত্ব মোৰ ওপৰত দিছিল। তেতিয়া মঙ্গলদৈ মহকুমাৰ পশ্চিম উত্তৰ অঞ্চলত, কামৰূপ জিলাৰ প্ৰায় গাৱঁত, দক্ষিণ-গোৱালপাৰাৰ এটা ব্যাপক অঞ্চলত, আৰু উত্তৰ গোৱালপাৰাৰ বৃহত অংশ এটাত আমাৰ সংগঠন বিয়পি পৰিছিল।

কৰ্মীসকলে আত্মগোপন কৰি থাকিব লগীয়া হোৱাত সংগঠনটো গোপনে গোপনে কৰিবলগীয়া হৈছিল।

ডেকা ডেকা কৰ্মী সকলক লাঠি, দেগাৰ আৰু শেষত বন্দুক ও গ্ৰেনেড চালনাৰ ট্ৰেইনিং দিয়া হৈছিল। ভিতৰুৱা গাওঁবোৰৰ

ভিতৰুৱা বাৰীত, হাবিত, পাহাৰত—এনে 'ট্ৰেইনিঙৰ ব্যৱস্থা কৰা হৈছিল। ডেকাকৰ্মী সকলে আত্মোৎসৰ্গৰ ভাবেৰে শিক্ষা গ্ৰহণ কৰিছিল,—আৰু নিজেও তেনে শিক্ষাৰ কেন্দ্ৰ কেতবোৰ স্থাপন কৰিছিল। এইদৰে শিক্ষাপ্ৰাপ্ত লোকসকলৰ দ্বাৰা আমি গণবাহিনী গঠন কৰিছিলো। আমাৰ লক্ষ্য আছিল - এই গণবাহিনীটোৱে আমাৰ সংগ্ৰামত সৈন্যবাহিনীৰ কাম কৰিব, আৰু এওলোকৰ দ্বাৰাই চৰকাৰৰ বিৰুদ্ধে যুজি মুক্ত অঞ্চল গঢ়ি তুলিব পৰা হব। এনে ধৰণৰ কেবা শ ডেকাল'ৰা গণবাহিনীত ভৰ্ত্তি হৈছিল, আৰু অতি নিষ্ঠা আৰু কষ্টেৰে পাৰ্টীৰ কামত আত্মনিয়োগ কৰিছিল।

গণবাহিনীৰ ডেকা সকলে অকল অস্ত্ৰশিক্ষা লোৱাতেই কামৰ শেষ নাছিল। তেওঁলোকৰ মাজত ৰাজনৈতিক—শিক্ষাৰ ব্যৱস্থা কৰা আছিল। তাৰ কাৰণে ঠায়ে ঠায়ে অস্থায়ী স্কুলৰ ব্যৱস্থা, বক্তৃতা দানৰ ব্যৱস্থা কৰা হৈছিল। নোট দিয়া নিয়ম আছিল—বোৰ্ডত বা কাঠৰ তক্তাত চক মাটিৰে লিখি চবি আকি বুজাই দিয়া হৈছিল, আৰু যি সকলে লিখা-পঢ়া জানিছিল—তেওঁলোকক লিখি লবলৈ দিয়াৰ ব্যৱস্থা কৰা আছিল। বিভিন্ন বিষয়ৰ ওপৰত বক্তৃতা দিবলৈ তেওঁলোকক শিক্ষা দিয়া হৈছিল। গণবাহিনীৰ বহুতো ডেকা কৰ্মীয়ে এই শিক্ষা কেন্দ্ৰ বিলাকতেই বক্তৃতা দিয়াৰ অভ্যাস কৰিছিল, আৰু ভাল বক্তা হৈছিল।

পাৰ্টীৰ সংগঠন বাঢ়ি গৈছিল। চলামিলাৰ নীতি-নিয়ম, ব্যবহাৰ পদ্ধতি অকল মুখেৰে শিকোৱাৰ স্তৰ পাৰ হৈছিল। মই লুকাই থকাৰ মাজতেই সৰু কিতাপ এখন লিখিছিলো—' ন-কমৰেড সকললৈ ' নাম দি। এই কিতাপখন গোপনে চপাই—কমৰেড সকলৰ মাজত প্ৰচাৰ কৰা হৈছিল। নতুনকৈ পাৰ্টীলৈ অহা কমৰেড সকলৰ প্ৰতি বাস্তব নিৰ্দ্দেশনামাবোৰ—এই পুস্তিকাখনত চপোৱা হৈছিল। কমৰেড সকলে এই কিতাপখনৰ দ্বাৰা যথেষ্ট উপকৃত হোৱা বুলি জনাইছিল।

নামনি অসমৰ জিলাবোৰৰ সংগঠনৰ কামত মই প্ৰায়েই ঘূৰিবলগীয়া হৈছিল। ভৰিত চেণ্ডেল আদি নাছিল—লগত এটা সৰু টোপোলা আৰু ছাইকেলখন লৈ—মই বেচিভাগ ক্ষেত্ৰতেই ঘূৰিছিলো। বিভিন্ন ঠাইত বেলেগ নাম আৰু ঠিকনা দিছিলো। মানুহে মোক মইবুলি তেতিয়া নেজানিছিল। দলৰ মাজৰ নতুন কৰ্মী সকলেও মোক নামেৰে নেজানিছিল—জানিছিল মোৰ গুপ্ত নামেৰে। মোৰ গুপ্ত নাম কেবাটাও আছিল— তাৰ ভিতৰত ৺অৰবিন্দ ঘোষে দিয়া—" এম-ছি " নামেৰেই বেচিভাগ ক্ষেত্ৰত কমৰেড সকলে জানিছিল। কোনো কোনো ঠাইত মানুহে মোকেই মোৰ আচল নাম কাঢ়ি মোৰ বিষয়ে সুধিছিল—মই তেওঁক চিনি পাওনে বুলি। এনেদৰে কৰা প্ৰশ্নবিলাক এৰুৱাই চলিবলৈ যত্ন কৰিছিলো, আৰু বহুতো সময়ত " নিছিনো " বুলি কৈছিলো।

মই একেজন কমৰেডক লগত লৈ সদায় নুঘূৰিছিলো। কেতিয়াবা কেতিয়াবা ৰতি স্বৰ্গীয়াৰী, কেতিয়াবা নবীন মেধি, কেতিয়াবা হেমন্ত বৰ্মন, কেতিয়াবা উমেশ স্বৰ্গীয়াৰী, নবীন স্বৰ্গীয়াৰী, ৰতন কলিতা, শীতল বসুমতাৰী, মনেশ্বৰ বৰ্মন, চন্দ্ৰ কছাৰী, মহেন্দ্ৰ পাটগিৰি, শ্ৰীহৰি বৰ্মন আদিৰ কোনো নহয় কোনো এজনক লৈ গৈছিলো। অকলে ঘূৰাটো তেতিয়া বিপদশঙ্কুল আছিল।

অতি প্ৰয়োজনীয় বুলি ভবা ঠাইৰ বাহিৰে—বাকী ঠাই ঘূৰোতে লগত কোনো বন্দুক বাৰুদ নেৰাখিছিলো। বন্দুক-বাৰুদ লগত ৰাখিলে কোনো কোনো ঠাইত নিৰাপত্তাৰ ভাব সৃষ্টি হয়, আৰু কোনো কোনো ঠাইত বিপদে দেখা দিয়ে। খোৱা লোৱাৰ ক্ষেত্ৰত মোৰ কোনো অসুবিধা নাছিল। মনটো দৃঢ় আছিল— গতিকে সকৰে পৰা অভ্যাস নথকা আৰু অখাদ্য বুলি আগেয়ে বিবেচিত হোৱা খাদ্য-সামগ্ৰীও সহজভাবে খাব পাৰিছিলো। "এৰিৰ লেটা", কেকোৰা, শামুক, "চুণ্ডাসুন্দৰী" এই খাদ্যবোৰ

ইয়াৰ আগেয়ে জীৱনত খাই পোৱা নাছিলো। লুকাই থকা কালত এই খাদ্যবোৰ খোৱাৰ অভ্যাস হল। প্ৰথমদিনা এৰি-লেটাৰ তৰ্কাৰী খাওতে মনতে সন্দেহ আছিল—খাই উঠি বৰ ভাল লাগিল—কণিৰ দৰে সোৱাদ। পিছত খুজি খাবলৈ ধৰিলো। কেকোৰা ভজা—নৰসিঙৰ পাতৰ লগত—প্ৰথমে সন্দেহ হৈছিল—খাই উঠি ভাল লাগিল। শামুকৰ তৰ্কাৰী—খাবৰ দিনাখনেই ৩৬ টা শামুক খাই পেলালো। কম সতীশ ৰামচিয়াৰী আচৰিত হল। 'চুঙা সুন্দৰী'ৰ বিষয়ে বহুতে নেজানে। ধৰি অনা সৰু সৰু মাছ যেতিয়া এদিনতে খাই শেষ কৰিব নোৱাৰি,—তেতিয়া অতিৰিক্ত মাছখিনি—মানকচুৰ ঠাৰিৰ লগত একেলগে বটি বা উৰালত খুন্দি লোৱা হয়, আৰু ডাঙৰ বাহৰ চুঙাত ভৰাই—চুঙাটোৰ মুখখনি আঠলীয়া মাটিৰে বন্ধ কৰি—প্ৰায় ৬ মাহ মান ৰখা হয়। গেলি পচি বিকৃত ৰূপ ধাৰণ কৰা এই মাছখিনিকেই 'চুঙা-সুন্দৰী' বোলা হয়। তাৰ পৰা উলিয়াই ৰান্ধি খোৱা হয় নাইবা নৰন্ধাকৈ চাটনীৰ দৰে ভাতৰ লগত খোৱা হয়।

হিন্দু, মুছলমান, জনজাতি, ভপছীলভুক্ত সম্প্ৰদায়, অসমীয়া বঙালী—কোনো ধৰ্মগত বা ভাষাগত বিভেদৰ ভাব আমাৰ মনত নাছিল। আমাৰ মনত একমাত্ৰ শ্ৰেণীগত বিভেদৰ ভাব আছিল শোষক আৰু শোষিতৰ। এই বিভিন্ন সম্প্ৰদায়ৰ জনগোষ্ঠীৰ বিভিন্ন প্ৰকাৰৰ আচাৰ, নীতি নিয়ম, আৰু খাদ্য-প্ৰণালীৰ লগত আমি নিজকে মিলাই লৈছিলো, আৰু কোনো অসুবিধা নোহোৱাকৈ যেই সেই শ্ৰেণীৰ লোকৰ জীৱন ধাৰাৰ লগত নিজকে বিলাই দিছিলো। এইদৰে নিজকে বিলাই দিয়াৰ বিমল আনন্দ আমি উপভোগ কৰিছিলো।

টকাৰ অভাব আমাৰ বাৰুকৈয়ে আছিল। কোনো কৰ্মীয়ে কোনো দিনে পইছা খোজা নাছিল। অস্ত্ৰকিনা, আৰু তুৰনি

ঠাইলৈ যোৱাৰ ট্ৰেইনৰ বা বাছৰ ভাৰাৰ বাহিৰে খৰছৰ প্ৰয়োজনো নাছিল। আমি যতেই আছিলো—সেই ঠাইৰ মানুহে খুৱাই-বুৱাই ৰাখিছিল। খোৱাৰ কাৰণে কোনো বস্তু কিনাৰ প্ৰয়োজন নাছিল। বিৰি-চিগাৰেট-চাধা ব্যৱহাৰী লোক সকলৰ কাৰণে মাজে মাজে দুই-চাৰিঅনা পইছাৰ প্ৰয়োজন হৈছিল। গাৱত বিনাপইছাৰে চাধা আৰু চূণো পোৱা হৈছিল।

## বিষ্ণু প্ৰসাদ ৰাভা

১৯৪৫ চন মানত ৰাভা দেৱে বিপ্লৱী কমিউনিষ্ট দলত যোগদান কৰিছিল। বঙৰা, ভাঙুৰিপাৰা কৃষক সন্মিলনত তেখেতে অংশ গ্ৰহণ কৰাৰ উপৰিও—ছাত্ৰ সন্মিলনৰ বিভিন্ন জিলা আৰু ৰাজ্যিক সন্মিলন বিলাকতো সাংস্কৃতিক শাখাত অংশ গ্ৰহণ কৰি 'সংস্কৃতিৰ' সম্পৰ্কত—নতুন নতুন ব্যাখ্যা সহ মনোগ্ৰাহী বক্তৃতা দিছিল। মই জেলৰ পৰা ওলাই অহাৰ পিছত প্ৰায় ২/৩ বছৰ তেখেত মোৰ এলেকাত অৰ্থাৎ কামৰূপ, মঙ্গলদৈ গোৱালপাৰা জিলাত আত্মগোপন কৰি থাকিছিল।

সাধাৰণ মানুহৰ ওপৰত ৰাভা দেৱৰ প্ৰচুৰ প্ৰভাৱ আছিল। মাটিগিৰি আৰু অন্যান্য শ্ৰেণীৰ শিক্ষিত লোক সকলে ৰাভাদেৱৰ লগত দেখা হবলৈ বিচাৰিছিল। জনজাতীয়, অজনজাতীয় উভয় শ্ৰেণীৰ লোকৰ মাজত ৰাভাদেৱ এটা বিশেষ 'প্ৰতীক' হিচাবে চিহ্নিত আছিল, আৰু তেখেতৰ এই প্ৰভাৱ পাৰ্টীৰ অগ্ৰগতিত সহায়ক হৈছিল। ৰাভাদেৱ যিবোৰ গাৱত সোমাইছিল—সেইবোৰত একোটা একোটা পাৰ্টী সংগঠন গঢ়ি তোলা সম্ভৱ হৈছিল আৰু সংগঠনৰ এই ফেৰা কাম ৰাভাই কৰিব নোৱাৰিছিল—আমালোকৰ কোনোবা এজনে কৰিবলগীয়া হৈছিল।

জনজাতীয় গাওঁবিলাকত ৰাভাদেৱক স্থানীয় ঠাইত ছাউলেৰে তৈয়াৰ কৰা ঘকুৱা মদৰ কলহেৰে সন্মান প্ৰদৰ্শন কৰিছিল। সেই অঞ্চলৰ ডেকা, ডেকেৰী, বুঢ়া-বুঢ়ী আটায়ে ৰাভাদেৱৰ লগত জুমপাতি বহি ঘকুৱা মদৰ কলহ মাজতে ৰাখি—একেলগে ব্যৱহাৰ কৰিছিল। সেই বৈঠকবোৰতেই ৰাভাদেৱে সাম্যবাদ, সমাজবাদ, জমিদাৰ আৰু ধনী শ্ৰেণীৰ শোষণ ও নিৰ্য্যাতনৰ বিৰুদ্ধে ঠিয় দিয়াৰ আহ্বান দিছিল। ৪/৫ কলহ মদ একে বৈঠকতে খায়ো ৰাভাদেৱৰ নিচা হোৱা মই দেখা নাছিলো—কোনো সময়তে ভুল কথা কোৱা নাছিল; কোনো দিনেই 'মাতলামী' কৰা নাছিল—সদায় হাহিমুখ আৰু উৎসাহ-প্ৰৱণ অৱস্থাতেই তেখেতক দেখিছিলো।

সেই সময়ত বড়ো জনজাতীয় ৰাইজে ৰাভাদেৱক 'আবৌ' বুলি সম্বোধন কৰিছিল। 'আবৌ' মানে 'মহানজনা' আমাৰ দলৰ কৰ্মী সকলেও তেখেতক 'আবৌ' বুলি জানিছিল।

গৰমৰ দিনত সাধাৰণ সৰু গামোছা এখন নাইবা লুঙী এখন পিন্ধি খালি গাৰেই তেখেতে দিন অতিবাহিত কৰিছিল। ঠাণ্ডা দিনতো সাধাৰণ পোষাকেৰে দিন নিয়াইছিল। খোৱা বোৱাৰ ক্ষেত্ৰতো সাধাৰণ মানুহে খোৱা সাধাৰণ খাদ্য গ্ৰহণ কৰিছিল। কথা-বতৰা পতাৰ ক্ষেত্ৰতো গৰীব নিম্ন শ্ৰেণীৰ লোকৰ পৰা আৰম্ভ কৰি—সকলো স্তৰৰ লোকৰ লগতে প্ৰাণখুলি কথাবতৰা পাতিছিল সকলো শ্ৰেণীৰ লোকৰ অভাৱ-অনাটন, দুখ-কষ্ট বুজিবলৈ যত্ন কৰিছিল। মানুহৰ প্ৰতি ৰাভাদেৱৰ অকৃত্ৰিম ভালপোৱা সদায় প্ৰকাশ পাইছিল। নিজকে সাধাৰণ শ্ৰেণীৰ লোকৰ ভিতৰৰে এজন বুলি পৰিচয় দিছিল। এই মহান জননেতাজনৰ প্ৰাধান্যই আমাৰ গণসংগঠনৰ বাধাবোৰ দূৰ কৰিছিল, আৰু তেখেতৰ আশ্ৰয়তেই মঙ্গলদৈ, উত্তৰ কামৰূপ, উত্তৰ গোৱালপাৰা অঞ্চলৰ বহু জনজাতীয় গাৰত মজবুত সংগঠন গঢ়ি তুলিব পাৰিছিলো।

ৰাভাদেৱৰ ওপৰত পুলিচৰ দৃষ্টি কঢ়া আছিল। বহুসংখ্যক পুলিচৰ গুপ্তচৰ তেখেতৰ পিচত লগায়ো তেখেতক গ্ৰেপ্তাৰ কৰিব পৰা নাছিল। অবশেষত তেখেতক গ্ৰেপ্তাৰ কৰিবলৈ দহ হেজাৰ টকাৰ অনুদান চৰকাৰে ঘোষণা কৰিছিল। কামিণী শৰ্মা, গোবিন্দ কলিতা, হৰিদাস ডেকা, উপেন দাস আৰু মোক গ্ৰেপ্তাৰ কৰিবলৈকো চৰকাৰে টকাৰ অনুদান ঘোষণা কৰিছিল; আমাৰ চবি সহ বিবৰণ চপাই দিছিল—গাওবুঢ়া সকলৰ বোৰ্ড বিলাকত আৰু বিভিন্ন চৰকাৰী কাৰ্য্যালয় বিলাকত সেইবোৰ আৰি দিয়া হৈছিল। জীৱন্ত বা মৃত যিকোনো অবস্থাত ধৰি দিলেও—ঘোষিত পুৰস্কাৰ দিয়া হব বুলি চপোৱা বিজ্ঞাপন যোগে চৰকাৰে প্ৰচাৰ কৰিছিল।

এনে পৰিস্থিতি স্বত্বেও ৰাইজে আমাক ধৰি দিয়া নাছিল। পুলিচৰ বিভিন্ন অভিযানত বিভিন্ন সময়তহে আমালোকে গ্ৰেপ্তাৰ বৰণ কৰিবলগীয়া হৈছিল। কমৰেড কামিনী শৰ্মা, হৰেন কলিতা উপেন দাস আদিক শেষ পৰ্য্যন্ত গ্ৰেপ্তাৰ কৰিব পৰা নাছিল।

এই আত্মগোপনৰ মাজতেই ৰাভাদেৱে দুই-চাৰিটা গীত ৰচনা কৰিছিল। তেখেতৰ এটা অভ্যাস আছিল—সেয়া হৈছে লিখাৰ পিছত লিখনিবোৰ চিৰি-পেলায়। সুধিলে কয় "মোৰ মনোগ্ৰাহী হোৱা নাই।" গতিকে তেখেতৰ বহু লিখনি আৰু তেখেতে অকা বহু চবি ইতিমধ্যে তেখেতৰ হাততেই নষ্ট হৈছে। কম্ হৰিদাস ডেকাই কলে যে তেখেতৰ লিখাবোৰ লিখাৰ পিছতেই ওচৰৰ যি কোনো এজন কমৰেডৰ হাতত ৰাখিব লাগে—যাতে তেখেতে চিৰি পেলাব নোৱাৰে। এইভাবেই কৰা হৈছিল—আৰু তেনেদৰে ৰক্ষিত হোৱা কবিতা বিলাকেই 'মুক্তি দেউল" নামৰ কিতাপখনত স্থান পাইছিল।

## ৰাজনী বড়োৰ হত্যা

বৰ্ত্তমানৰ বৰপেটা জিলা, নলবাৰী জিলা আৰু কামৰূপ জিলাৰ অৰ্থাৎ পুৰণি কামৰূপ জিলাৰ উত্তৰ অংশত আমাৰ দলীয় সংগঠন অভাবনীয় ৰকমে বৃদ্ধি হৈছিল। পুলিছে এই বিষয়ে গম পাইছিল। মাটি-মালিক আৰু সেই অঞ্চলৰ অবস্থাবান ধনী কংগ্ৰেছী লোক সকলে আমালোকক গ্ৰেপ্তাৰ কৰিবলৈ—কংগ্ৰেছ চৰকাৰৰ ওচৰত হেচা দিছিল। সেই হেচাত বাধ্য হৈ চৰকাৰে ঠায়ে ঠায়ে পুলিছী অভিযান আৰম্ভ কৰিছিল।

আমাৰ নিয়ম আছিল—আমি যিখনি গাৱঁত দিনত থাকো—সন্ধিয়া হোৱাৰ পিছত সেই গাওঁখন পৰিত্যাগ কৰো আৰু এজন বা ২ জন স্থানীয় পাৰ্টী কৰ্মীক লগত লৈ হঠাতে নতুন গাওঁ এখনলৈ যাও, আৰু ৰাতিটো তাতে কটাও। পিচদিনাখন আকউ নতুন মানুহ লগত লৈ—সেইদৰে নতুন গাৱলৈ যাও আৰু ৰাত্তিটোৰ কাৰণে নতুন গাওঁখনত আশ্ৰয় লও। ৰাতিৰ খোৱা কেতিয়াবা হয় আৰু কেতিয়াবা নহয়। এইদৰে আশ্ৰয়-স্থান পৰিবৰ্ত্তণ কৰাৰ কাৰণ আছিল পুলিছৰ গ্ৰেপ্তাৰ এৰাই চলিবলৈ। পুলিছে গাওঁৰ মানুহৰ পৰা আমাৰ পৰবৰ্ত্তী আশ্ৰয়স্থান বিচাৰি উলিয়াইমানে কেবাখনো নতুন গাওঁ—ইতিমধ্যে অতিক্ৰম কৰো। সেই কাৰণে পুলিছৰ পক্ষে আমাক বিচাৰি পোৱাটো সহজ নাছিল। ৰাইজৰ মৰম, স্নেহ, সমৰ্থন আৰু সহযোগিতাই পুলিছৰ কামত জটিলতাৰ সৃষ্টি কৰিছিল।

এটা কথা সত্য যে তেতিয়াৰ পুলিছৰ সংগঠন, যোগাযোগ, সংখ্যা, অস্ত্ৰ-পাতি, গুপ্তচৰ বাহিনী, খবৰ সংগ্ৰহৰ দক্ষতা আজিৰ দৰে দক্ষ আৰু মজবুত নাছিল। তেতিয়া পুলিছ থানাৰ সংখ্যাও তেনেই নগণ্য আছিল,—এখন থানাৰ এলেকা বহুত বহল ও ব্যাপক

আছিল। পুলিছৰ সংখ্যাও থানাবোৰত কম আছিল,—অসমীয়া স্থানীয় পুলিছৰ সংখ্যাও যথেষ্ট কম আছিল। বেচিভাগ পুলিছ কনিষ্টবল বিহাৰী আছিল। অসমীয়া ডেকা সকলে পুলিছৰ কাম কৰিবলৈ তেতিয়া সাধাৰণতে বেয়া পাইছিল। ৰাস্তা বিলাকো এতিয়াৰ দৰে উন্নত নাছিল—বহু ঠাইত পি-ডব্লিউ-বিভাগৰ ৰাস্তা নাছিল—প্ৰয়োজনীয় ঠাইত দলং নাছিল,—বাছৰ যোগাযোগ প্ৰায় নাছিলেই। পুলিছৰ গাড়ী আজিৰ দৰে যকে তকে যাব নোৱাৰিছিল। তেওঁলোকৰ এই অসুবিধাবোৰ আমাৰ সুবিধা হিচাবে ব্যৱহাৰ হৈছিল।

জালাহ, শিলবাৰী, বাঘমাৰা-পাম, খুছৰাতাৰি, হাঁহচৰা, শিলবাৰী অঞ্চলত আমাৰ সংগঠন মজবুত হৈছিল। পাৰ্টীৰ সংগঠনৰ উপৰিও গণবাহিনী, নাৰীমুক্তি সংঘ আদি সংগঠন আমালোকে গঢ়িছিলো। হঠাৎ এদিন ৰাতি পুলিছে এই অঞ্চলটো ঘেৰাও কৰিলে—বিশেষভাবে আক্ৰমণ চলালে খুছৰাতাৰি গাওঁখনত। ঢল পুৱাতে চোটাল সাৰিথকা মহিলা সকলক আটক কৰিলে—'ৰাভা' আৰু "তৰুণ সেন ডেকা" কত আছে পুলিছক কব লাগে। গাওঁৰ ডেকা সকল ৰাতি ৰাতি ঘৰ এৰি জংঘলত থকা কৰিছিল। পুলিছৰ আগমনৰ কথা জানি গাওঁৰ মহিলা সকল ভৰি পৰিল। কাৰোপৰা কোনো প্ৰকাৰৰ সঁহুত্তৰ নেপাই পুলিছ দল উত্তেজিত হল। পুলিছৰ ব্যৱহাৰত মহিলা সকলে প্ৰতিবাদ জনালে। পুলিছে মাৰপিত লাঠিচালনা আৰু নিষ্ঠুৰ ব্যবহাৰ আৰম্ভ কৰিলে। কেবাগৰাকী মহিলাক গ্ৰেপ্তাৰ কৰিলে। গ্ৰেপ্তাৰ কৰি—বৰপেটা জেল নোপোৱা-লৈকে গাড়ীৰ ভিতৰতেই অমানুষিক অত্যাচাৰ কৰিলে। তেতিয়া ৺ৰাজনী বড়ো নামৰ গৰ্ভবতী মহিলা এগৰাকীয়ে পুলিছৰ অত্যাচাৰৰ প্ৰতিবাদ কৰিছিল। এই গৰ্ভবতী মহিলা গৰাকীক এনে নিষ্ঠুৰভাবে পুলিছে মাৰপিত কৰিলে যে অসময়তেই ৰাজনীৰ গৰ্ভপাত হল,

আৰু বৰপেটা জেলত অৱশেষত মৃত্যুবৰণ কৰিলে। ৰাজনী বড়োৰ মৃত্যুই পাৰ্টীৰ কমৰেড সকলক উত্তেজিত কৰিলে,—আৰু সুবিধা পালেই পুলিছ সকলকো আক্ৰমণ কৰাৰ মনোভাব বেচি দৃঢ় হল। ৰাজনী বড়োৰ মৃত্যুৰ এই শোকাবহ ঘটনাই সেই অঞ্চলৰ অকমিউনিষ্ট লোক সকলকো ম্ৰীয়মান কৰিছিল। অবশ্যে পুলিছৰ এই সন্ত্ৰাস-মূলক কাৰ্য্যই দলৰ মনত কোনো প্ৰকাৰৰ ভীতি বা ত্ৰাসৰ সৃষ্টি কৰিব নোৱাৰিছিল।

সুখৰ কথা যে পুলিছৰ এই অভিযানৰ সময়ত মই বা ৰাভা কোনোজনেই সেই অঞ্চলত নাছিলো।

গৰ্ভৱতী ৰাজনী বড়োৰ হত্যাকাণ্ডই পুলিছ প্ৰশাসনৰ ওপৰত কলঙ্কৰ কালিমা সানিছিল।

## ভাখৰু ৰেঞ্জাৰৰ মৃত্যু

ইয়াতে উল্লেখ কৰা দৰ্কাৰ যে সেই অঞ্চলত ভাখৰু-ৰেঞ্জাৰৰ মৃত্যুৰ কাহিনীও উল্লেখ কৰা দৰ্কাৰ। এদিন দিনৰ ভাগতে পুলিছে মোক ও ৰাভাক গ্ৰেপ্তাৰ কৰাৰ নামত, আৰু সেই সেই অঞ্চলৰ মুখিয়াল কমিউনিষ্ট কৰ্মী সকলক গ্ৰেপ্তাৰ কৰাৰ বাবে গাওঁবোৰৰ বিভিন্ন চুবুৰীত তালাছী চলাইছিল। পুলিছৰ এই অভিযানত ভাখৰু ৰেঞ্জাৰ নামৰ ফৰেষ্ট বিভাগৰ অবসৰ প্ৰাপ্ত কৰ্মচাৰী এজনে পুলিছক সহায় কৰিছিল। ভাখৰু ৰেঞ্জাৰ বোলে আগৰে কমিউনিষ্ট বিৰোধী আছিল—পুলিছৰ আৰু চৰকাৰৰ লগত তেওঁ যোগাযোগ ৰক্ষা কৰিছিল।

ভাখৰু ৰেঞ্জাৰে দলৰ কৰ্মী সকলৰ ঘৰ চিনাক্ত কৰি দিছিল, আৰু সেইবোৰ ঘৰ পুলিছে তালাছ কৰি ২/৪ জন লোকক গ্ৰেপ্তাৰ কৰিছিল। ভাখৰু ৰেঞ্জাৰৰ ঘৰ—খুছৰাতাৰি গাওঁৰ কাষৰ বৰগাৰত

আছিল—এই তুখন গাওঁৰ পৰাই আৰম্ভ কৰি তেতিয়াৰ গেম-ৰিজাৰ্ভৰ সীমা।

ভাখৰু ৰেঞ্জাৰৰ ওপৰত পাৰ্টীৰ গণবাহিনীৰ চকু আগৰেপৰা আছিল। সিদিনা ভাখৰু ৰেঞ্জাৰে পুলিছৰ লগৰে এজন হৈ তালাছী চলাই গৈ থাকোতে—পিচ পৰে। লুকাই থকা গণবাহিনীৰ লোকে তেওঁক আটক কৰে,—মুখত সোপা দিয়ে—ঠাইতে মাৰি পেলায় আৰু কুৰণী ধানৰ পথাৰত গাত খান্দি—পুতি থয়। কিছুদূৰ গৈ পুলিছে ভাখৰু ৰেঞ্জাৰক বিচাৰি নেপালে—পুলিছ গুচি গল।

পিছত ভাখৰু ৰেঞ্জাৰৰ মৰণৰ খবৰ পাই পুলিছে সেই অঞ্চলৰ নিৰ্দ্দোষী লোক সকলৰ ওপৰত অমানুষিক অত্যাচাৰ চলায়।

ভাখৰু ৰেঞ্জাৰৰ মৃত্যুটো এটা সাধাৰণ ঘটনা যদিও—এই কাৰণে উল্লেখ কৰা হৈছে যে তেতিয়াৰ গণবাহিনীয়ে শ্ৰেণী শত্ৰুৰ বিৰুদ্ধে এনে কঠোৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ পিচ হোহকা নাছিল।

ভাখৰু ৰেঞ্জাৰৰ মৃত্যুৰ সময়ত মই বা ৰাভা সেই অঞ্চলত নাছিলো।

## কাতিৰাম কছাৰীক গুলিয়াই হত্যা

কমৰেড অৰবিন্দ ঘোষ মোৰ লগত কিছুদিন থাকিল। কষ্টও-খালে, খোৱা-বোৱাতো অসুবিধা পালে। অতি কষ্টকৰি তেওঁ সাধাৰণ মানুহৰ জীৱন ধাৰাৰ লগত নিজকে মিলালে। এবাৰ—উই-চেৰেঙাৰ তৰ্কাৰী খাই—তেওঁৰ অসুখ হল, তাৰ পিছত জ্বৰ। টিহুৰ হালধিবাৰী অঞ্চলৰ বঙালী-কমাৰ এঘৰৰ ঘৰত ৰাখি গোপনে চিকিৎসা কৰি তেওঁক নিৰাময় কৰা হল। কিছুদিন পিছত তেওঁ মঙ্গলদৈ মহকুমালৈ গল। তেতিয়া মঙ্গলদৈ মহকুমাৰ ভকতপাৰা অঞ্চলৰ ১৮/২০ খন ট্ৰাইবেল আৰু অনাট্ৰাইবেল আৰু মৈমনসিঙীয়া গাৱত পাৰ্টীৰ সংগঠন গা কৰি উঠিছিল।

সেই অঞ্চলত নেতৃত্ব বহন কৰিছিল মঞ্জু দৈমাৰী, কাঞ্চা আৰু কমৰেড দণ্ড মহাজন আদি কৃষক নেতাই। জমিদাৰক দিবলগীয়া ধানৰ অংশই সেই অঞ্চলৰ সমস্যা আছিল; আৰু তাকে কেন্দ্ৰকৰি গণবাহিনী, নাৰীমুক্তি সংঘ আদি গঢ় লৈ উঠিছিল। ঠাই ডোখৰ মঙ্গলদৈ টাউনৰ পৰা ৮/১০ মাইল উত্তৰে অবস্থিত।

কমৰেড হৰকিশোৰ ৰাজবংশী, আৰু ৺অৰবিন্দ ঘোষে ভকতপাৰা অঞ্চললৈ গৈ তা'ৰ সংগঠনটোৰ পৰিচালনাৰ দায়ীত্ব বহন কৰিছিল। হঠাৎ পুলিচে গৈ অৰবিন্দ ঘোষক গ্ৰেপ্তাৰ কৰিলে। অৰবিন্দ ঘোষৰ গ্ৰেপ্তাৰৰ বাতৰি শুনি স্থানীয় কৃষক সকল ভৰি পৰিল। কেবাশ লোকৰ সমাগম হল। ঘোষক গ্ৰেপ্তাৰ কৰাটো অন্যায় হৈছে বুলি ৰাইজে প্ৰতিবাদ কৰিলে। ৰাইজে ভেটা দিলে। ৺অৰবিন্দক জেললৈ নিব নিদিয়ে। ৰাইজ আৰু পুলিছৰ মাজত ঠেলা-হেছা চলিল। অৱশেষত পুলিচে গুলিচালনা কৰিলে—৺কাতিৰাম কছাৰীৰ ঠাইতে মৃত্যু হল।

এই ঘটনাই সেই অঞ্চলৰ ৰাইজৰ মাজত কংগ্ৰেছ চৰকাৰ বিৰোধী মনোভাব তীব্ৰতৰ কৰিলে।

## ভকতপাৰা অঞ্চলৰ পাৰ্টী-শিক্ষা আৰু পুলিছৰ আক্ৰমণ

কাতিৰাম কছাৰীৰ মৃত্যুৰ পিছত কেবাজনো কৃষক নেতাক পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ নিলে—কিন্তু মানুহবোৰৰ মনত হতাশাৰ ভাব সৃষ্টি হোৱা নাছিল। মই, ৰতি স্বৰ্গীয়াৰী, ৺হৰিমোহন তালুকদাৰ, মহেন্দ্ৰ পাটগিৰি আৰু কেজনমান কমৰেড সেই অঞ্চললৈ গলো! সেই ঠাইৰ কমৰেড সকলক ৰাজনৈতিক আৰু দলীয় সাংগঠনিক নীতি-নিয়মৰ শিক্ষাপ্ৰদান কৰাৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিলো। সেই অৰ্থে কেখনমান ঠাইত আলোচনা চক্ৰ পতাৰ

স্থিৰ কৰিলো। তিনিখন গাৱত আমাৰ আলোচনা চক্ৰ সুচাৰু-ৰূপে হৈ গল।

এখন আলোচনা চক্ৰ পুৱাৰেপৰা সন্ধিয়ালৈ চলে। সন্ধিয়া খাই উঠি আমি অন্য এখন গাৱঁলৈ যাওঁ—ৰাতিটো তাত থাকি, মানুহ বিলাকক মতাই আনি পুৱাৰে পৰা আলোচনা চক্ৰৰ কাম আৰম্ভ কৰো। এইদৰে তিনিখন আলোচনা চক্ৰ সমাপন কৰি চতুৰ্থখন আৰম্ভ কৰো। ঠাইডোখৰ নিৰ্জন,— মানুহঘৰৰ চাৰিওফালে সকৰৰ জঙ্ঘল—দূৰত পহৰা ৰখা আছিল।

আলোচনা চক্ৰত বহি থাকোতেই খবৰ আহিল—পুলিছে ঘেৰাও কৰিছে বুলি। মানুহবিলাক যেনিয়ে-তেনিয়ে দৌৰিলে—আত্মৰক্ষাৰ কাৰণে। ৺হৰিমোহন তালুকদাৰ, মহেন্দ্ৰ পাটগিৰি, মঙ্গলদৈৰ শৰ্মা—ৰতি স্বৰ্গীয়াৰী আদিও দৌৰিলে। শেষলৈ থাকিলো মই;—মঞ্জু দৈমাৰীয়ে কলে, " সোনকালে দৌৰক নহলে ধৰা পৰিব "। পুলিছৰ হুইছেল ঘন ঘনকৈ বাজিছে। মানুহবোৰ পথাৰে পথাৰে দৌৰিছে—হালবাই খোৱামাটি। মোৰ পিছে পিছে পুলিছ। কৰবাৰ পৰা ৺হৰিমোহন তালুকদাৰে— হঠাতে আহি মোৰ সমুখেৰে গুলোটা বাগে দৌৰিলে—পুলিছ এদলে তেওঁক খেদিলে। মই ওচৰতে থকা সৰু কাঠনি এডৰাৰ মাজত থকা—বেহু ভৰ্ত্তি খাল এটাত পেট পেলাই পৰি থাকিলো। লগত থকা বিভলভাৰটো, আৰু দৰ্কাৰী কাগজপত্ৰ গছৰ পাতৰ তলত লুকাই ৰাখিলো। প্ৰতিমুহূৰ্ত্তে উত্তেজনাত ভুগিলো—কোন মুহূৰ্ত্তত পুলিছে গ্ৰেপ্তাৰ কৰেহি ঠিকনাই। গছৰপৰা চৰাই উৰা মাৰিলেও—পুলিছ অহা যেন ধাৰণা হয়। মূৰতুলি চাবও নোৱাৰি জানোছা পুলিছে দেখে—চাৰিওকাষে উদং পথাৰ। অসীম উত্তেজনা!

২/৩ ঘণ্টা মান তেনেদৰে থকাত-ক্ৰমে ক্ৰমে সন্ধিয়া হল। ভাবিলো—এতিয়া পুলিছ অহাৰ ভয় নাই। বস্তুবোৰ ঠাইতে এৰিলো।

কলৈ বা কোনফালে যাম তাকো ঠিক কৰিব পৰা নাই—ৰাস্তাও নিচিনো।

বিচাৰি বিচাৰি ৮টা মান বজাত এখন চিনাকী গাওঁ ওলালো। ৰতি স্বৰ্গীয়াৰী পলাই গৈ সেই গাওঁ পাইছে। গাওঁখনৰ নাম পাহৰিছো। তাত গৈ শুনিলো—পুলিছে কেবামাইলো খেদি খেদি ৪ জন কৰ্মীক গ্ৰেপ্তাৰ কৰিলে। তাৰ ভিতৰত মহেন্দ্ৰ পাটগিৰি, হৰিমোহন তালুকদাৰ মঙ্গলদৈৰ—শৰ্মা আৰু এজনক। ৪ খন ছাইকেলো জব্দকৰি নিছে।

পিছত জানিলো ৺হৰিমোহন তালুকদাৰে মোক বচাবলৈ গৈ—ওলোটাফালে দৌৰিলে—পুলিছে তেওঁক অনুসৰণ কৰি গ্ৰেপ্তাৰ কৰিলে। পুলিছে তেওঁলোকক মাৰপিত ও অত্যাচাৰ কৰা গম পালো। হৰিমোহন তালুকদাৰৰ সাহস, ত্যাগ আৰু নিষ্ঠাৰ ওপৰত মুৰ-ডোখাই গল। তিনিবছৰমান হল তালুকদাৰ আৰু নাই।

## টিহু চহৰ আক্ৰমণ

সম্ভবতঃ ১৯৫০ চন মানত হব। টিহু চহৰৰ কেবাঘৰো মানুহে গাৱৰ মাটিত আধি-ঠিকা চলাইছিল, আৰু কৃষক সকলক নানান-জুলুম কৰিছিল। কোনো কোনো ৰায়ত টিহু টাউনৰ বজাৰলৈ আহিলে ৰায়ত সকলক নানা ধৰণে ভীতি প্ৰদৰ্শন কৰে, ধমকনি দিয়ে। দুই-চাৰিজনক ইতিমধ্যে মাটি-গিৰিৰ নিয়োজিত লোকে মাৰপিত কৰিছে। টিহু টাউনত সেই অঞ্চলৰ কংগ্ৰেছী সকলো বসবাস কৰিছিল—তেতিয়া কংগ্ৰেছী লোকৰ ব্যৱহাৰ কমিউনিষ্টৰ প্ৰতি অত্যন্ত শত্ৰুভাবাপন্ন আছিল। টিহু টাউনৰ ওপৰত গাওঁবাসী ৰায়ত সকলৰ ক্ষোভ আৰু আক্ৰোশ বাঢ়ি গৈছিল। স্থানীয় পাৰ্টীয়ে স্থিৰ কৰিলে টিহু টাউনখন আক্ৰমণ কৰি—তাৰ

কিছু লোকক শাস্তিপ্ৰদান কৰিব লাগে—আৰু গবৰ্ণমেণ্টৰ কোনো অফিছ থাকিলে তাকো আক্ৰমণ কৰি ধ্বংস কৰিব লাগে। সেই সময়ত পাৰ্টীয়ে আঞ্চলিক ক্ষমতা দখলৰ নামত তেনেধৰণৰ দুঃসাহসিক কাম কিছুমান হাতত লৈছিল।

প্ৰায় ৩০ জন মানৰ দল এটাই ষ্টেনগান, ৰিভলভাৰ, লাঠি, দেগাৰ আদিৰে সজ্জিত হৈ সন্দিয়াৰ পিচতেই অভিযান আৰম্ভ কৰিলে। টিহু টাউনৰ উপপ্ৰতিসমাহৰ্ত্তাৰ অফিছ ঘৰটো খেৰৰ আছিল; তাত জুই জ্বলাই দিলে, প্ৰকাণ্ড জুইত সম্পুৰ্ণ অফিছটো ভস্মীভূত হল। অফিছৰ সকলো ৰেকৰ্ড-পাতিৰ লগতে—ছব ৰেজিষ্ট্ৰী অফিছৰ ৰেকৰ্ডবোৰ পুৰি গল।

কেজনমান লোকৰ ঘৰত প্ৰবেশ কৰি মাৰপিত কৰিলে। প্ৰতি আক্ৰমণ কৰিবলৈ উদ্যত হোৱা ৰাজস্থানী লোক এজন গুলিত নিহত হল। কেবাজনো মানুহ জখম হল। ভীষণ ত্ৰাস আৰু ভীতিৰ সঞ্চাৰ হল। এই ঘটনাত এজন লোককো পুলিছে গ্ৰেপ্তাৰ কৰিব নোৱাৰিলে। কৰ্মীসকল দুভাগ হৈ—এভাগ মছলপুৰৰ ফালে, আৰু অন্য এভাগ বেলশৰৰ ফালে ৰাতিতেই গুচি গল।

ঘটনাৰ সময়ত মই আৰু বিষ্ণুৰাভা ২ মাইলমান দূৰত হেলনা-পামৰ পিচফালৰ পথাৰখনত আছিলো। জুই দেখি ৰাভাই গাৰ-কানি-কাপোৰ গুচাই উলঙ্গ হৈ নাচিবলৈ ধৰিলে—আনন্দত উত্ৰা-বল হৈ।

দিল্লীৰ পাৰ্লিয়ামেণ্টত বিষয়টো উত্থাপিত হল। গৃহমন্ত্ৰী চৰ্দ্দাৰ পেটেলে তীব্ৰ ভাষাত গৰিহনা দিলে আৰু দোষী সকলক কঠোৰ শাস্তিদানৰ প্ৰতিশ্ৰুতি দিলে। আজিলৈকে কাৰো কিন্তু শাস্তি নহল। পুলিছ অভিযান আৰম্ভ হল। কিছুমান নিৰ্দ্দোষী লোকক গ্ৰেপ্তাৰ কৰি জেললৈ নিলে। দীঘেলী গাৱত এজন কৃষক গছত ছীপজৰি লগাই মৰি থাকিল—মানুহে কয় পুলিছে মাৰি আৰি থোৱা বুলি।

স্থানীয় কংগ্ৰেছী কিছুমানৰ পৰামৰ্শমতে তেওঁলোকৰ ঘৰত বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ লোক আহ-যাহ কৰে বুলি—বিমলাক আৰু মাক ৺ফুলেশ্বৰী পাঠকক গ্ৰেপ্তাৰ কৰি গুৱাহাটী জেলত ৰাখিলে। বিমলাক ৬ মাহ জেলত ৰাখিলে। মাকে জেলৰ খাদ্য খাব নোৱাৰাত ভগ্নস্বাস্থ্য হোৱাত ৩ মাহ জেলত থকাৰ পিছত—বাকী ৩ মাহ গুৱাহাটী চহৰত অন্তৰীন কৈ ৰাখিলে। থাকিবৰ ঠাই নথকা এই মহিলা গৰাকীয়ে অত ৪ দিন, তত ২ দিনকৈ থাকি কিছুদিন কটালে আৰু অবশেষত অনাশ্ৰয়া বুঢ়ী এজনীৰ ঘৰত কিছুদিন কাপোৰ বৈ কটালে। জেলৰপৰা ওলাই দুয়োজনী মাক-জীয়েকে দেখে যে তেওঁলোকৰ ঘৰবোৰ ভাগি গৈছে—ভাগিপৰা ঘৰৰ ওপৰত ওচৰৰ মানুহে শৌচাগাৰ কৰিছে—উপায়হীন হৈ গোৰমাৰাৰ জোৱাই শ্ৰীমহেশ্বৰ কলিতাৰ ঘৰত কিছুদিন আশ্ৰয় লৈ থাকিবলগীয়া হল।

টিহুৰ ঘটনাৰ পিছত নামনি অসমৰ বেচিভাগ সৰু সৰু চহৰত তেনেধৰণৰ আক্ৰমণৰ আশংকা কৰি মানুহে সন্ধিয়া পৰত ঘৰৰ পৰা ওলোৱা অভ্যাস পৰিত্যাগ কৰিছিল। এই সুযোগতে কিছুমান স্বাৰ্থপৰ মানুহে ৰাজস্থানী ব্যৱসায়ীক ভয় খুৱাই টকা সংগ্ৰহো কৰিছিল।

টিহু চহৰৰ কংগ্ৰেছী আৰু মাটি-মালিক সকলে বিপ্লৱী কমিউনিষ্ট পাৰ্টীৰ কাৰ্য্যবুলি গম পাইছিল; আৰু ইয়াৰ পিছত ৰায়ত সকলক বা বিপ্লৱী কমিউনিষ্ট সকলক বেয়া ব্যৱহাৰ কৰাটো বন্ধ কৰিছিল।

## ডুমুণী বাগানৰ টকা লুট

অসমৰ ডাঙৰ ছাহ-বাগান বিলাকৰ ভিতৰত ডুমুণী ছাহ-বাগানৰো নাম কব পাৰি। আগেয়ে বৃটিছ কোম্পানীৰ অধিনত আছিল—এতিয়াৰ মালিক ভাৰতীয় লোক। তেতিয়াৰ টিহু-চক্ৰৰ একেবাৰে উত্তৰত অবস্থিত। ওচৰত থানা, ট্ৰেজাৰী বা বেংক নাছিল। তেওঁলোকে

সেই সময়ত গুৱাহাটীৰ পৰা টকা-পইছা আনিব লাগিছিল। বাগান কৰ্তৃপক্ষই কঢ়িয়াই অনা প্ৰায় ২৮/৩০ হেজাৰ টকাৰ ছুটকেছটো আমাৰ গণবাহিনীৰ সৰু দল এটাই লুট কৰিলে আদবাটতে। পিচদিনা সেই টকাৰ পৰা ১৮/২০ হেজাৰ টকা পাৰ্টী ফাণ্ডলৈ নিয়া হল। টকাবোৰ কিয় কমিল কোনো কৈফিয়ৎ নাই। অনা সকলে সেয়ে মাথো টকা বুলি কয়, কিন্তু বাগান কৰ্তৃপক্ষই কোৱামতে বহু বেচি। বাগান কৰ্তৃপক্ষই দিয়া ৰাজহুৱা বিবৃতি সত্য নে গণবাহিনীৰ লোকে দিয়া হিচাব সত্য সেইটো বিচাৰ কৰি চাবলৈ আমাৰ সময় নাছিল। কিন্তু দলৰ সাংগঠনিক দিশৰ পৰা গণবাহিনীৰ কথাই সত্যবুলি ধৰি লবলৈ বাধ্য। যিয়েই নহক অৰ্থলোলুপতাই বিপ্লৱী সংগঠনৰ যথেষ্ট ক্ষতি সাধন কৰে—পৰবৰ্ত্তী কালত আমাৰ দলবো ক্ষতি কৰিছিল।

এই ঘটনাৰ পিছত পুলিছে মছলপুৰ, দীঘলদোঙা, আমবাৰী দীঘলী, চাপৰা, ৰতনপুৰ আদিত তালাছী চলালেও কোনো শুং-সূত্ৰ উদ্ধাৰ কৰিব পৰা নাছিল। এই ঘটনাই দলৰ লোকসকলৰ নৈতিকতাৰ যথেষ্ট উন্নতি সাধন কৰিছিল—অন্ততঃ সাহস আৰু প্ৰত্যুৎপন্নমতিত্বৰ ক্ষেত্ৰত।

এই ঘটনা সম্পৰ্কত দীঘলী গাওঁৰ প্ৰমোদ ৰামচিয়াৰী আৰু মহেশ্বৰ বড়োই উল্লেখনীয় ভূমিকা পালন কৰিছিল।

## বাসবাৰী বাগানৰ বজাৰ আক্ৰমণ

কিছুমান স্থানীয় কমৰেডে অভিযোগ কৰিলে যে বাসবাৰী বাগানৰ বজাৰলৈ গলে কমিউনিষ্ট সকলক অপমান কৰে, ঠাট্টা মস্কৰা কৰে। এই কাৰ্য্যৰ প্ৰতিশোধ লবলৈ এদল গণবাহিনীৰ লোকে দিনদুপৰতে সাপ্তাহিক বজাৰখন আক্ৰমণ কৰিলে। কথা বতৰা নাই—গৈয়েই যাকে পালে তাকে কোবালে। কোবৰ ভয়ত

মানুহবোৰ পলাল। দোকানী সকলেও সোলোকাই ৰখা জুতাবোৰ আৰু ব্যবসায়ৰ বস্তুবোৰ এৰি পলাল। শূণ্য বজাৰৰ পৰা গণ-বাহিনীৰ লোকে সাধাৰণ দুই এপদ বস্তু আনিলে— আৰু কিছুমানে পিন্ধি আনিলে এৰি যোৱা পুৰণি জুতা কেইজোৰমান ।

পিচদিনা এই ঘটনাৰ গম পালো—গমপালো পুৰণি ব্যৱহাৰী জুতাবোৰ অনাৰ। তেতিয়া মোৰ ধাৰণা হল যে পিচপৰা অনুন্নত অঞ্চলৰ অনুন্নত শ্ৰেণীৰ—অনুন্নত চিন্তাধাৰৰ লোকৰ দ্বাৰা সমাজতন্ত্ৰ স্থাপনৰ পৰিকল্পনা অতি দুৰুহ। মানুহবোৰে সমাজ তন্ত্ৰৰ ধাৰণা, সংগ্ৰামৰ ধাৰণা বা বিপ্লবৰ ধাৰণা নিজৰ নিজৰ দৃষ্টিভঙ্গীৰেহে পোষণ কৰে। যি সকলে পুৰণি জুতাবোৰ পিন্ধি আনিছিল—তেওঁলোকৰ দৃষ্টিভঙ্গি কিমান তলখাপৰ, তাক কল্পনা কৰাই টান। সমাজতন্ত্ৰ গঢ়িবলৈ অকল লাঠিৰ জোৰৰ কথা ভাবিলেই নহয়—সাংস্কৃতিক মানদণ্ডৰো প্ৰয়োজন। পুজিবাদী যুগৰ পৰবৰ্ত্তী সমাজ-ব্যবস্থা-সমাজতন্ত্ৰ। পুজিবাদী যুগৰ উন্নত বিজ্ঞান, প্ৰযুক্তিবিদ্যা, উন্নত শিক্ষা ব্যবস্থা আৰু উন্নততৰ সাংস্কৃতিক বিকাশেহে সমাজতন্ত্ৰ স্থাপনৰ বাস্তবতাক কাৰ্য্যকৰী কৰিব পাৰে। এই ধাৰণা বেচি বদ্ধমূল হল।

লাঠি আৰু বন্দুকৰ প্ৰয়োজন আছে—ক্ষমতা দখলৰ কাৰণে—সত্য। কিন্তু লাঠি-ধাৰী আৰু বন্দুকধাৰী সকলে লক্ষ্য আৰু উদ্দেশ্যৰ কথা বুজি নেপালে—তাৰ প্ৰয়োগ অহক-স্থানতো হব পাৰে; আৰু তাৰ দ্বাৰা সমাজতান্ত্ৰিক বিপ্লবৰ অপুৰণীয় ক্ষতি হব পাৰে। এই সম্ভাবনাৰ কথাও মনত ৰখা উচিত। অহক-স্থানৰ প্ৰয়োগে বা অপপ্ৰয়োগে জনজীবনৰ ক্ষতি আৰু কষ্টৰ মাত্ৰা বহু গুণে বঢ়ায়।

## বেলতলা আৰু দক্ষিণ কামৰূপৰ অন্দোলন

এই পুস্তিকাৰ ১ম খণ্ডতেই বেলতলা মৌজা, পানবাৰী মৌজা পলাশবাৰী, বকো, চয়গাও আদি কামৰূপৰ দক্ষিণ অঞ্চলৰ কথা কিছু কোৱা হৈছে। দক্ষিণ কামৰূপৰ কৃষক আন্দোলন গঢ়ি তোলাত কমৰেড গোবিন্দ কলিতাৰ অৰিহণা অধিক। ভাঙুৰিপাৰা আৰু বঙৰা কৃষক সভাৰ পিছৰ পৰাই সমগ্ৰ দক্ষিণ কামৰূপ অঞ্চলত "৮ পুৰা-১২ পুৰা" ধানৰ আন্দোলন বিয়পি পৰে। গুৱাহাটী চহৰৰ মাটি মালিক সকলে সংগঠিত কৃষকৰ দাবীৰ সমুখত বিভ্ৰান্ত ও সচকিত হয়। তেওঁলোকে পট্টাদাৰ সংঘ নামেৰে এটা সংগঠন ৰুজু কৰে। দক্ষিণ ৰাণী মৌজাৰ ৰায়বৰী গাৱত পট্টাদাৰ সংঘৰ ১ম সন্মিলন পতা হয়—কিন্তু সিদিনাই সেই অঞ্চলৰ বহু হেজাৰ কৃষকৰ সংগঠনে শোভাযাত্ৰা উলিয়ায় আৰু—পট্টাদাৰ সংঘৰ বিৰোধিতা কৰে। সেই শোভাযাত্ৰাৰ আগশাৰীত আছিল- কমৰেড হৰিদাস ডেকাৰ দেউতাক এড্‌ভোকেট ৺হাবিৰাম ডেকা। পট্টাদাৰ সংঘই ৰায়ত সকলৰ বিৰোধিতা কৰিবৰ জোখাৰে উপযুক্ত শক্তি সঞ্চয় কৰিব পৰা নাছিল আৰু সেই কাৰণে কংগ্ৰেছ চৰকাৰক প্ৰভাবিত কৰি আন্দোলনকাৰী কৃষকৰ বিৰুদ্ধে পুলিছ বাহিনী নিয়োগ কৰিছিল। পুলিছে নানান জুলুম অত্যাচাৰ জাপি দিও কৃষকৰ আন্দোলন দমন কৰিব নোৱাৰিলে আৰু ১৯৪৮ চনৰ "আধিয়াৰ ৰক্ষা আইন" প্ৰণয়ন কৰিবলৈ চৰকাৰ বাধ্য হয়। বেলতলা আৰু দক্ষিণ কামৰূপৰ আন্দোলনৰ প্ৰত্যক্ষ প্ৰভাবত আৰু ৰাজ্যৰ অন্যান্য ঠাইত সিচৰতি ভাবে হোৱা আন্দোলনৰ হেচাত কংগ্ৰেছ চৰকাৰে এই আইন প্ৰনয়ণ কৰিবলৈ বাধ্য হৈছিল। আইনখন কাৰ্য্যকৰি কৰাত লেহেম হোৱা কাৰণে এই সম্পৰ্কত কৃষক সকলে আন্দোলন কৰিবলগীয়া হৈছিল।

ইয়াতে উল্লেখ যোগ্য যে ১৯৫৬ চনৰ আগলৈ ভূমি চিলিং আইন প্রনয়ণ হোৱা নাছিল—সেইকাৰণে মাটি গিৰি আৰু জমিদাৰ শ্রেণীৰ বিৰুদ্ধে সমগ্র ৰাজ্যজুৰি—বিপ্লবী কমিউনিষ্ট দল, কমিউনিষ্ট দল আৰু সমাজতান্ত্রিক দলৰ দ্বাৰা ৰাজ্যৰ বিভিন্ন অংশত শক্তিশালী কৃষক আন্দোলনৰ জন্ম হৈছিল।

যোৰহাট জেলত ১৯৪৮ চনত ৯ মাহ আটক হৈ থকাৰ পিছত কমৰেড কামিনী শৰ্মা খালাছ পায় আৰু পাৰ্টীৰ নিৰ্দ্দেশ ক্রমে প্রথমে কিছুদিন উত্তৰ কামৰূপ অঞ্চলত, আৰু পিছত বেলতলা অঞ্চলত তেখেতক দায়ীত্ব দিয়া হয়। কমৰেড কামিনী শৰ্মাৰ লগত প্রায় ৬ মাহ কাল কমৰেড শৈলেন মেধিয়ে আত্মগোপন কৰি থাকে। কমৰেড কামিণী শৰ্মাই কোৱামতে বেলতলা মৌজাৰ বীৰকুছি, বোন্দা, কলিতাকুছি, আমছিং, যোৰাবাট, সাতগাও, কাহিলীপাৰা, বৰবৰী, টেটেলীয়া, কেৰাকুছি, শাওকুছি, লুটুমা, কুপ্তিপাৰা, চলবামা, পামহী, মইনাখোৰোং, গড়চুক, তেতেলীয়া, কটোবাজাৰ, আহোমগাওঁ, গাৰোগাওঁ, ধীৰেনপাৰা, মানপাৰা, দতাল-পাৰা, বীৰুবাৰীৰ উপৰিও ক্ষেত্ৰী, দিগাৰু, পানবাৰী আৰু সোণা-পুৰৰ কমাৰকুছি গাৱত বিপ্লবী কমিউনিষ্ট দলে সংগঠন গঢ়িছিল। এই অঞ্চলত কৃষক সংগঠনৰ নিৰ্দ্দেশ মতেহে আধি ধান বা মাটিৰ দখল দিয়া-নিদিয়াৰ সিদ্ধান্ত লৈছিল। শৰ্মাৰ মতে বেলতলা অঞ্চলত জানকী টেৰাণ আৰু অন্যান্য সকলৰ নেতৃত্বত ৩০০ জনী-মান মহিলা কৰ্মীয়ে নাৰীমুক্তি সংঘ গঠন কৰিছিল। শৰ্মাৰ লগত কাম কৰা সকলৰ ভিতৰত উল্লেখযোগ্য শ্ৰীবিষ্ণুৰে, লেকেটা-ইন্টি, কমলা কুৰ্মি, দধি ৰংপী।

বেলতলালৈ মোক মাতি পঠিওৱা হল। চিমনা-ফুটুৰীৰ ঘাটেৰে ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ—বৰ্ত্তমানৰ মালিগাওঁৰ ৰেলৰে কলনীৰ পিঞ্জাৰ-পলৰ কাষেৰে পাহাৰ বগাই—বহু দূৰ খোজকাঢ়ি চকৰদ গাওঁ পালো।

কমৰেড গোবিন্দ ইন্টিৰ ঘৰত চত্ৰসিং টেৰাণক লগ পালো। হাফ-পেন্ট, গেঞ্জি আৰু হাতত ষ্টেনগান সহ। মোক জনালে যে সিদিনা পামহীত চি-পি-আই আৰু আৰ-চি-পি আইৰ কাৰ্য্যসূচী সম্পৰ্কত আলোচনা হব—ৰাইজৰ সমূখত, আৰুময়ো তাত যোগ দিব লাগে। ২টা মান বজাত পামহীৰ প্ৰস্তাবিত ৰাজহুৱা সভাৰ ঠাই পালো—দেখিলো চি-পি-আইৰ কমৰেড নন্দেশ্বৰ তালুকদাৰ আৰু ৺কুল বসুমতাৰীৰ নেতৃত্বত প্ৰায় ৫০ জন মান মানুহে হাতত ধনুকাড় লৈ সভাস্থলিত উপস্থিত হল। তেওঁলোকৰ হাব-ভাব যেন আক্ৰমণাত্মক। আনহাতে দেখিলো আৰ-চি-পি-আইৰ ডঃ জ্যোতিৰ্ময়, এজন মাদ্ৰাছী, কমৰেড শৈলেন মেধি, ছত্ৰসিং টেৰাণ আৰু কেইজন মানৰ হাতত ষ্টেনগান, মিটিঙৰ ঠাইডোখৰ দূৰণিৰ পৰা ঘেৰি আছে—যেন আক্ৰমণৰ কাৰণে প্ৰস্তুত। নন্দেশ্বৰৰ লগত কথা-বতৰা হলো—কোনো প্ৰকাৰৰ কাজিয়া পেচাল যাতে নহয়। তেওঁ সন্মতি দিলে। খুব সাধাৰণভাবে তুয়োজনে বক্তৃতা কৰিলো—কাৰো বিৰুদ্ধে কাকো আক্ৰমণ নকৰাকৈ,—নিজৰ নিজৰ পাৰ্টীৰ কাৰ্য্যসূচী ব্যাখ্যা কৰা হল।

সৌভাগ্যক্ৰমে সভাখন শান্তিৰ মাজেৰে সমাপন হল।—তুয়ো-পক্ষৰে ধাৰণাৰ পৰিবৰ্তন হল। তুয়োপক্ষৰ কৰ্মীৰ মাজত শত্ৰুভাবাপন্ন ধাৰণা বহু পৰিমাণে আতৰিল।

কিছুদিন ধৰি বেলতলা অঞ্চলৰ কেখনমান গাৱত এই তুয়োটা পাৰ্টীৰ মাজত ভুল বুজাবুজি, আক্ৰমণ প্ৰতি আক্ৰমণ চলি আছিল। কোনো দলে অপৰ দলক সহ্য নকৰা অবস্থা হৈছিল। ইটো পাৰ্টীৰ সংগঠনৰ ঠাইলৈ—অপৰ পাৰ্টীৰ লোক গলে—আটককৈ ৰখা, বন্ধকৈ থোৱা ঘটনাও হৈছিল।

বেলতলা মৌজাত—চি-পি-আইৰ সংগঠন মাত্ৰ অলপ সংখ্যক গাওঁত আবদ্ধ আছিল। নিজৰ সংগঠনৰ ঠাইত তেখেত সকলেও

জমিদাৰৰ ঠিকাৰ ধান বন্ধ কৰিছিল—জমিদাৰী উচ্ছেদৰ বাবে সভা-শোভাযাত্ৰা কৰিছিল, বিক্ষোভ প্ৰদৰ্শণ কৰিছিল।

কিন্তু আৰ-চি-পি-আইৰ সংগঠন বহু গাৱত, ব্যাপক অঞ্চল জুৰি হৈছিল—আৰু জনসাধাৰণৰ ওপৰত যথেষ্ট সাংগঠনিক প্ৰভাব বিস্তাৰ কৰিব পাৰিছিল।

কমৰেড গোবিন্দ কলিতা, ভদ্ৰ চৌধুৰী, বন্টিৰাম মহাজন আদি কেবাজনো সক্ৰিয় নেতাৰ উদ্যোগত আৰু আশাশুধীয়া প্ৰচেষ্টাত পলাশবাৰী, ছয়গাওঁ বকো চক্ৰৰ এলেকাত বৃহত্তৰ কৃষক সংগঠন গঢ়ি উঠে: গণবাহিনীৰ প্ৰশিক্ষণ কেন্দ্ৰ একাধিক স্থানত আৰম্ভ কৰা হয়। এনে প্ৰশিক্ষণ শিবিৰতেই চৰকাৰী গুপ্তচৰ বাহিনীৰ গুপ্তচৰ বুলি সন্দেহ হোৱা গণবাহিনীৰ কৰ্মী এজনৰ জীৱনাবসান হয়। কৃষক আন্দোলনৰ বিৰোধী, কমিউনিষ্ট বিৰোধী লোক এজনকো পলাশবাৰী থানা এলাকাত পাৰ্টীয়ে বধ কৰে। পাৰ্টী বিৰোধী লোকক শেষ কৰিব লাগে বুলি ধাৰণা জন্মাই দিয়াত এনেধৰণৰ হত্যাকাণ্ড অনুষ্ঠিত হৈছিল। পিছত দেখা গৈছে এনেধৰণৰ হত্যাকাণ্ড বিলাকে পাৰ্টীৰ ক্ষতি সাধন কৰিছে। "সন্ত্ৰাসবাদ আৰু বিপ্লৱী কমিউনিষ্ট দলৰ অস্ত্ৰ সংগ্ৰাম"—এই শীৰ্ষক প্ৰবন্ধ এটিত কমৰেড শৈলেন মেধিয়ে লিখিছে যে সেই সময়ত কামৰূপ জিলাৰ ৰাণী অঞ্চলৰ পাহাৰত প্ৰায় ৫০০ জন কৰ্মীক অস্ত্ৰ-চালনাৰ শিক্ষা প্ৰদান কৰা হৈছিল—আৰু এই কেন্দ্ৰটো কমৰেড অনিৰাম বসুমতাৰী, ৰজনী ৰাভা আৰু ২জন প্ৰাক্তন সামৰিক বাহিনীৰ লোকে পৰিচালনা কৰিছিল। তেতিয়া গেৰিলা যুদ্ধৰ ওপৰত কিতাপ চপোৱা হৈছিল।

তেখেতে আৰু লিখিছে যে বিপ্লৱী কমিউনিষ্ট দলৰ নগা সদস্য মাৰ্কছ আঙ্গামীয়ে গোপনে অস্ত্ৰৰ যোগান ধৰিছিল। ২য় মহাসমৰত বৈ যোৱা সামৰিক বাহিনীৰ বহু অস্ত্ৰ নগা ৰাজ্যত কিনিবলৈ পোৱা

হৈছিল। পিছত কমিউনিষ্ট বিৰোধী শক্তিয়ে কমৰেড আঙ্গামীক বধ কৰে।

তেখেতে আৰু লিখিছে যে ১৯৫০ চনৰ জুন মাহত শিবসাগৰত পুলিছ আৰু সামৰিক বাহিনীৰ "কম্বিং অপাৰেশ্যন" হৈছিল—যত শ, শ নিৰ্দ্দোষী লোকৰ ওপৰত অকথ্য, অত্যাচাৰ, জুলুম চলোৱা হৈছিল। এই জুলুমৰ পৰা ৰাইজক ৰক্ষা কৰিবলৈ—কমৰেড খগেন বৰবৰুৱা আৰু তেওঁৰ কেবাজনো সহকৰ্মীয়ে আত্মগোপনৰ পৰা ওলাই আহি আত্মসমৰ্পণ কৰে।

তেনেকৈ কামৰূপ আৰু গোৱালপাৰা জিলাত ১৯৫১ চনৰ জানুৱাৰী মাহত পুলিছ-মিলিটাৰীৰ "কম্বিং অপাৰেশ্যণ" হয়। নলবাৰী আৰু গোৱালপাৰা অঞ্চলত কৰা অমানুষিক জুলুম ও অত্যাচাৰৰ বৰ্ণনা কৰাৰ উপৰিও তেখেতে দক্ষিণ কামৰূপত হোৱা পুলিছী অত্যাচাৰৰ কথাও উল্লেখ কৰে।

বৰছুবাৰ অঞ্চলৰ সাহসী কমৰেড প্ৰতাপ ৰাভাক পুলিছে গ্ৰেপ্তাৰ কৰি অমানুষিক ভাবে মাৰপিত কৰে, আৰু নেতৃস্থানীয় কমৰেড সকলৰ বিষয়ে প্ৰশ্নৰ উপৰি প্ৰশ্ন কৰে। পুলিছৰ অত্যাচৰত দুৰ্বল মুহুৰ্ত্তত তেওঁৰ মুখেৰে পাৰ্টীৰ নেতাসকলৰ নাম প্ৰকাশ পাব পাৰে বুলি সন্দেহ কৰি—নিজ হাতেৰে নিজৰ জিভাখন কাটি পেলায়। এনে ত্যাগ আৰু বলিষ্ঠ মনোবল ইতিহাসত বিৰল।

ৰাণীপাহাৰ অঞ্চলৰ কেম্পত পুলিছৰ লগত ৺বলোৰাম বসুমতাৰী আৰু জগৰু ঢুলীয়াৰ গুলিয়াগুলি হয়। উক্ত গুলিলাগি সাংঘাতিক ভাবে জখম হোৱাত কমৰেড বলো বসুমতাৰী গ্ৰেপ্তাৰ হয়। গুৱাহাটী জেলত তেখেতক মই লগ পাও।

বীৰকুছি গাওঁৰ নাৰীমুক্তি সংঘৰ নেতৃ ৺জানকী টৈৰণক—পুলিছে পাশবিক অত্যাচাৰ কৰে, ফলত তেওঁৰ মৃত্যু হয়।

গুৱাহাটীৰ সাংগাৰত ৬টা ৰাইফল সহ কমৰেড অনিৰাম বসুমতাৰী গ্ৰেপ্তাৰ হয়। প্ৰকাশ থাকে যে এই কেইটা ৰাইফল— মিকিৰ পাহাৰৰ সশস্ত্ৰ বাহিনীক আক্ৰমণ কৰি—তাৰপৰা কাঢ়ি অনা হৈছিল।

ইয়াত উল্লেখ কৰা দৰকাৰ যে সেই সময়ৰ পাৰ্টী আৰু নাৰী-মুক্তি সংঘৰ নেতৃত্ব বহনকাৰী কমৰেড কমলা মজুমদাৰক—১৯৪৯ চনত পুলিছে গ্ৰেপ্তাৰ কৰে - বেলতলাৰ আত্মগোপন কৰি থকা ঘাটিৰ পৰা আহোতে। তেখেতক প্ৰায় দেৰ বছৰ কাল—তেজপুৰ, যোৰহাট, ছিলং আৰু গুৱাহাটী জেলত আবদ্ধ ৰাখে। এই সন্মানীয়া মহিলা গৰাকীয়ে নিজৰ আদৰ্শত অটল হৈ থাকি—আজি পৰ্য্যন্ত সক্ৰিয় সমাজ জীৱন-যাপন কৰিছে। নতুন যুগৰ মানুহৰ কাৰণে তেওঁ এটা আদৰ্শৰ প্ৰতীক ৰূপে গণ্য হব।

## বিমলাৰ লগত বৈবাহিক সম্বন্ধ

১৯৪৯ চনত উত্তৰ পাৰলৈ গৈ আত্মগোপন কৰি থকাৰ মাজতে এদিন ৰতনপুৰত ৰাতিলৈকে কৰ্মী সন্মিলন বহে। সন্মিলনৰ শেষত ৰাতি প্ৰায় ২টামান বজাত শুৱৰ কাৰণে ঠাই বিচাৰিব লগীয়া হয়। কামিনী শৰ্মাই মোক বিমলা হতৰ ঘৰলৈ নিলে। পিচদিনা দিনটো তেওঁলোকৰ ঘৰতেই কটাই সন্ধিয়া তাৰপৰা ওলালো। তাতেই বিমলাৰ লগত আৰু তেওঁৰ মাক ফুলেশ্বৰী পাঠকৰ লগত মোৰ পৰিচয় ঘটে। ইয়াৰ আগেয়ে কমৰেড কামিনী শৰ্মাই তেওঁলোকৰ ঘৰত থাকি খাই-বৈ গৈছিল।

টিহুৰ ঘটনাৰ পিছত বিমলা ও তেওঁৰ মাক গ্ৰেপ্তাৰ হৈ জেলত থাকিল। ৬মাহ জেলত থকাৰ পিছত বিমলা জেলৰ পৰা ওলাই আহিল। আৰু কিছুদিন পিছত পাৰ্টীৰ সংগঠনত লাগিল। তেওঁৰ বিৰুদ্ধে গ্ৰেপ্তাৰী পৰোৱানা জাৰি হোৱাত বাসন্তী বসুমতাৰী, অশ্বিনী

বসুমতাৰী, খোপে বসুমতাৰী, ৰাজনী স্বৰ্গীয়াৰী আদিৰ লগত ঘৰ এৰি পাৰ্টীৰ কামত লাগিল আৰু পাৰ্টীৰ সংগঠন থকা ঠাই বিলাকত থাকিবলৈ ললে।

ইতিমধ্যে বিমলাৰ মাকে সৰুপেটাত নে কত বিমলাৰ বিয়াৰ বন্দোবস্ত কৰিছিল। কমৰেড কামিনী শৰ্মাই বিয়াৰ প্ৰস্তুতিৰ গম পাই মোক কলে, আৰু পাৰ্টী কৰ্মী এজনক হেৰুৱাতকৈ মই বা কোনোবা এজনে বিয়া কৰালে ভাল হয় বুলি প্ৰস্তাব দিলে। ছোৱালীজনীৰ গুন, সততা আৰু নিষ্ঠা আকৰ্ষণীয় আছিল, আৰু অবশেষত পাৰ্টীৰ কমৰেড সকলৰ সন্মতি লৈ বৰপেটা ৰোডৰ পৰা ৬ মাইল উত্তৰে অৱস্থিত নিমুৱাৰ ওচৰত—১৯৫১ চনৰ ৫ মাৰ্চৰ দিনা ঢাকমাইল গাৱঁত বিবাহ সম্পাদন কৰোঁ। এখন কাগজ লিখি উভয়ে চহী কৰো—কমৰেড সকল সাক্ষী হয়, পিচত পানতামোল খাই আমাক আশিৰ্ব্বাদ কৰে। তাৰ কেদিনমান পিছত আমি দুজনেই বেলশৰৰ আমাৰ ঘৰলৈ আহো—ঘৰত ভাগিৰ মহিলা সকলে গোপনে গোপনে আহি দুয়োকে পাতি এখনত বহুৱাই ছাউল চতিয়াই আগ দিয়ে, আৰু উভয়ৰে সুখী জীৱন কামনা কৰি আশিৰ্ব্বাদ দিয়ে। লুকাই থকা সময়ত ইয়াতকৈ আৰু অন্যধৰণৰ বৈবাহিক কাৰ্য্য কৰিব পৰা অৱস্থা নাছিল। যি কৰা হল আমাৰ কাৰণে সেয়াই উপযুক্ত বৈবাহিক পদ্ধতি আছিল।

আমাক গ্ৰেপ্তাৰ কৰা সময়ত বিবাহ বন্ধনৰ কাগজখন পুলিছে জব্দ কৰি নিছিল—প্ৰায় ২ বছৰ মানৰ পিছত কাগজখন এদিন পুলিছ এজনে ঘূৰাই দি আহিছিল। সেই কাগজখনত ডাঙৰ ডাঙৰ পুলিছ অফিছাৰ সকলৰ চহী আৰু একাধিক ষ্টেম্প সন্নিবিষ্ট আছিল। এতিয়া কিন্তু কাগজখন বিচাৰি নোপোৱা হলো।

হোম-যজ্ঞ কৰা নহলেও আমালোক দুজনৰ বৈবাহিক জীৱন

দৰাচলতে সুখৰ আৰু শান্তিৰ। আমাৰ মাজত পৰস্পৰ বুজাবুজি আছে আৰু উভয়ে সুখেৰে বৈবাহিক জীৱন যাপন কৰিছোঁহক।

এই প্ৰসঙ্গত মই বিয়াৰ পদ্ধতি সম্পৰ্কে দুষাৰ কব খোজো। পৃথিৱীত বিভিন্ন জাতি গোষ্ঠী, ধৰ্ম সম্প্ৰদায়ৰ মাজত বিভিন্ন পদ্ধতিৰ বিয়াৰ প্ৰচলন আছে। বহু বছৰৰ সাংস্কৃতিক, সামাজিক আৰু অৰ্থনৈতিক কাৰণত এই বিভিন্ন ধৰণৰ পদ্ধতি বিলাকৰ জন্ম হৈছে। খৃষ্টাণ বা মুছলমান সকলৰ বিবাহ পদ্ধতি বিভিন্ন প্ৰকাৰৰ। হিন্দু সকলৰ মাজতো স্থানভেদে ভিন্নতা থাকিলেও--হিন্দু বিবাহ পদ্ধতিত হোম-যজ্ঞ, সপ্তপদী আদি প্ৰথাৰ প্ৰচলন আছে। সমাজে এই পদ্ধতি বিলাকক স্বীকৃতি দিয়াৰ পিছত—আইনত অন্তৰ্ভুক্ত হৈছে। আমি কিছুমানে ব্যক্তিগত বিশ্বাসত হোম-যজ্ঞ বা নিয়ম কানুন মানিবলৈ ভাল নেপাওঁ। এই কাৰণে ভাল নেপাওঁ যে এই পদ্ধতি বিলাকৰ বহুলাংশ অজ্ঞতা আৰু অন্ধবিশ্বাসৰ দ্বাৰা পৰিচালিত। আমি বিশ্বাস কৰো বা নকৰো—আমি কিন্তু বিকল্প বৈবাহিক ব্যৱস্থা উদ্ভাবন কৰা নাই বা কৰিব পৰা নাই—যাক সমাজে গ্ৰহণ কৰিব পাৰে। গতিকে সামাজিক শান্তি শৃঙ্খলা আৰু বিশ্বাসৰ প্ৰতি বিদ্ৰোহ ঘোষণা কৰি কোনো লাভ আছে বুলি মই নেভাবো।

আনুষ্ঠানিক গাঠনি বোৰৰ প্ৰয়োজন—সেই হিচাবে চলিত বিবাহ পদ্ধতি বিলাকৰ প্ৰতিও সমৰ্থন বা সন্মান জনোৱা দৰ্কাৰ। সমাজক বাদ দি অকলে সামাজিক বৈবাহিক নিয়ম প্ৰতিষ্ঠা কৰা সম্ভৱ নহয় আৰু উচিতো নহয়। দৰা-কইনাৰ সামাজিক বিবাহ পদ্ধতি যি সমাজত যি ধৰণে আছে সেইদৰেই আমি সন্মান সহকাৰে মান্যতাপ্ৰদান কৰা উচিত বুলি বিবেচনা কৰো। কোনো সামাজিক বিবাহ পদ্ধতিৰ প্ৰতি অসন্মান বা অবজ্ঞা প্ৰদৰ্শন কৰাটো উচিত নহয়।

## খোৱাঙৰ পাৰ্টী সভা ও মটৰ দুৰ্ঘটনা

তেতিয়া অসম পাৰ্টীৰ ছেক্রেটাৰী আছিল কমৰেড হৰেণ কলিতা। উজনি অসমত তেওঁৰ কৰ্মস্থান আছিল। পাৰ্টীৰ প্ৰাদেশিক নেতৃত্বৰ সভা এখনো খোৱাঙত আহ্বান কৰি তালৈ যাবলৈ আমাক নিমন্ত্ৰণ জনোৱা হল। বেলতলাৰ পূব অংশত এডোখৰ ঠাইত লগ হব লাগিব। সন্ধিয়া সময়ত গুৱাহাটী সোমালো—ষ্টেনগানটো পিঠিত ওলোমাই লৈ—ওপৰত ভাল কাপোৰ এখন উৰি, মুখখন ঢাকি—দুখন ছাইকেলেৰে—এখনত মই, আনখনত মোহন লাল—মই পিছে পিছে—চাইকেল চলাই গৈ আছো। দুয়োজনকেই পুলিছে বিচাৰি আছে। টকৌবাৰীৰ চাৰি চকটো পোৱাৰ লগে লগে—মোৰ ষ্টেনগানটোৰ ৰচিদাল চিঙি মাটিত পৰি গল। শব্দহল—মানুবোৰে চালে—কিন্তু সন্ধিয়াৰ না-এন্ধাৰ না-পোহৰত কি বস্তু পৰিল কব পাৰিলেনে নাই নেজানো। বুকুখন কপি উঠিল। কিংকৰ্ত্তব্য বিমূঢ় কিন্তু হোৱা নাছিলো। দেখাত স্বাভাবিক গতিৰেই ষ্টেনগানটো তুলি লৈ পুনৰ ছাইকেল চলালো—সন্দেহ হল; পুলিছ ৰিজাৰ্ভ কাষতে; পিছে পিছে খেদে বুলি।

যথাসময়ত এখন জীপত মই, ৰাভা, কামিনী শৰ্মা, মোহন মুখাৰ্জী, নবীন মেধি, হৰিদাস ডেকা—আৰু কোনোবা আছিল পাহৰিছো—হাতে হাতে আগ্নেয়াস্ত্ৰ লৈ খোৱাঙ বুলি যাত্ৰা কৰিলো। গৈ আছো গৈ আছো—মাজতে মোহনলালে ষ্টীয়াৰীং ধৰিলে—ঘন কুঁৱলী—ঠাণ্ডাৰ দিন—ৰাস্তাৰ পৰা গাড়ীখন গৈ ৰাস্তাৰ নৰ্দ্দমাত (ফুটত) নামি গল। ইফালে ৰাতি পুৱাও পুৱাও। অবশেষত গাড়ীখন এৰি জাজীৰ মোৰ পৰিচিত শিক্ষক এজনৰ ঘৰত আশ্ৰয় লও বুলি খোজকাঢ়ি যাবলৈ ধৰিলো। ৰাতি পুৱাল—পোহৰ হল। অপৰ ফালৰ পৰা জীপগাড়ী এখন আহি আছিল।

দেখিলো৷ যোৰহাটৰ উপাযুক্ত ডাম্ ব্ৰেক। ডাম্ ব্ৰেকেও আমাৰ ফালে চালে। আমাৰ খুব সন্দেহ হল—টিয়ক থানাৰ পুলিছৰ দ্বাৰা আমাক গ্ৰেপ্তাৰ কৰাব পাৰে বুলি। সন্দেহ, উদ্বেগ আৰু উত্তেজনাত জাজীৰ গাওঁ এখনত তিনটোৰ কাৰণে আশ্ৰয় ললো—শিৱসাগৰ পার্টী কেন্দ্ৰই খবৰটো পালে—আৰু অন্য এখন গাড়ীৰে তাৰপৰা আমাক শিবসাগৰলৈ নিলে।

খোৱাঙৰ সভাখনৰ কাৰণে জামিৰাত স্থান স্থিৰ হৈছিল। সেই ঠাইৰ প্ৰতিটো পৰিয়ালৰ ঘৰত ২/৪ জনকৈ সদস্যৰ খোৱা ব্যৱস্থা কৰিছিলি। শাকৰ তৰ্কাৰীত সৰু সৰু হাৰযুক্ত মাংস দি তৰ্কাৰীখন বনাইছিল। খাবলৈ সুস্বাদু হৈছিল।

খাই উঠি গিৰিহতক সুধিলো—কিহৰ মাংসৰ দ্বাৰা তৰ্কাৰী খন বনাইছিল। গিৰিহতে উত্তৰ দিলে—আপোনালোকৰ ভাগ্য ভাল এন্দুৰৰ পোৱালী এটা পাইছিলো—তাৰেই তৰ্কাৰী কৰা হল।

এই কথা শুনাৰ অলপ পিছতেই নবীন মেধী আৰু কামিনী শৰ্মাহতৰ ওক উঠিল—আৰু শেষত বাহিৰত গৈ বতিয়ালে।

খাদ্যৰ ক্ষেত্ৰত মানুহৰ অভ্যাস, ৰুচি বিভিন্ন প্ৰকাৰৰ। এজনৰ কাৰণে অভীষ্ট খাদ্য আনজনৰ কাৰণে অখাদ্য বা কুখাদ্য। এটা জনগোষ্টীৰ মানুহৰ খাদ্যাভ্যাস অন্য জনগোষ্টীৰ লগত নিমিলিব পাৰে। নিমিলাই স্বাভাবিক—কিয়নো পাৰিপাৰ্শ্বিকতা, সমাজ-পদ্ধতি, সামাজিক নিয়ম-নীতিৰ বিভিন্নতাৰ কাৰণে—পৰস্পৰৰ জীৱন-ধাৰণৰ গাথনি পৃথক পৃথক হয়। কোনো জনগোষ্ঠীৰ খাদ্যাভ্যাসৰ প্ৰতি বিতশ্ৰদ্ধ হব নেপায়। আত্মগোপনৰ কালচোৱাত এই জীৱন্ত অভিজ্ঞতা সমূহ লাভ কৰিছিলো।

খোৱাঙত স্থিৰ হল—আমাৰ সংগঠন বিলাকক অধিক আক্ৰমনশীল কৈ তৈয়াৰ কৰিবলৈ। কোনো কোনো জিলাত সংগঠনৰ ব্যাপকতা

হৈছিল যদিও চৰকাৰী যন্ত্ৰৰ বিৰুদ্ধে আক্ৰমণ কৰিব পৰাৰ জোখাৰে প্ৰস্তুতি নাছিল। কেইখনমান নতুন জিলাত সংগঠনৰ জোৰ দিয়া হৈছিল। জিলা আৰু অঞ্চল সমূহৰ নেতৃত্বৰ দায়ীত্ব বিভাজন কৰি দিয়া; আৰু দলটোক অধিক আক্ৰমণযোগ্য কৈ গঢ়ি তোলাৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। ৺হৰেণ কলিতাৰ স্বাস্থ্যৰ অৱনতি ঘটা কাৰণে—ৰাজ্যিক ছেক্ৰেটাৰীৰ দায়ীত্ব কমৰেড উপেন দাসৰ ওপৰত ন্যস্ত কৰা হৈছিল। কমৰেড হৰিদাস ডেকাক নগাও জিলাৰ সংগঠনৰ দায়ীত্ব দিয়া হৈছিল। খোৱাঙৰ আলোচনাৰ সময়লৈ বিপ্লৱী কমিউনিষ্ট দলৰ সংগঠন ভালদৰে চলিছিল।

## ডিব্ৰুগড় মেডিকেল কলেজ

সেই সময়ত ডিব্ৰুগড় মেডিকেল কলেজৰ ভিতৰত বিপ্লৱী কমিউনিষ্ট দলৰ কেবাজনো সক্ৰিয় কৰ্মী আছিল। তাৰ ভিতৰত বীৰু মেধি, খৰ্গেশ্বৰ মেধি, হৰেণ কলিতা আদিৰ নাম উল্লেখযোগ্য। পাৰ্টীৰ টেকনিক্যাল কাম কিছুমানত এখেত সকলে যথেষ্ট বৰঙণি যোগাইছিল।

এওঁলোকৰ সহযোগতেই—বিশেষকৈ বীৰু মেধি, ডাঃ জ্যোতিৰ্ময় গুপ্ত আদি কেজনমানে মিলি পাৰ্টীৰ নিৰ্দ্দেশত অসম-টি-কোম্পানীৰ প্ৰায় ২ লাখ ৯৭ হেজাৰ টকাৰ ডকাইটি এটা কৰিছিল। ঘটনাটো বৰ কৃতকাৰ্য্যতাৰে সমাপন কৰিছিল কিন্তু ২/৩ দিন পিছতেই টকা সহ তেওঁলোক ধৰা পৰিল।

এওঁলোকক গ্ৰেপ্তাৰ কৰি যোৰহাট জেলত ৰাখিলে। জেলৰ পায়খানাৰ ৰদ কাটি—দেৱাল বগাই তেওঁলোক পলায়ন কৰিলে। অলপ দিনৰ ভিতৰতে ধৰা পৰিল। পুলিছে নৃশংস অত্যাচাৰ কৰিলে—মাৰি মাৰি আধামৰা কৰিছে—চুলি উভালি দিলে। জেলৰ

ছেলত লোহাৰ দাণ্ডা লগাই আবদ্ধ কৰিলে। বিচাৰত ৭ বছৰ মানকৈ জেল হল।

বিষ্ণু মেধি চৰকাৰে ঘোষণা কৰিলে যে যি সকলে উচ্চশিক্ষাৰ কাৰণে বিদেশলৈ যাব খোজে—তেওঁলোকৰ কাৰাবাসৰ দণ্ড চৰকাৰে ইচ্ছা কৰিলে মাফ দিব পাৰে। এই সুযোগতে ডাঃ জ্যোতিৰ্ময় গুপ্ত আৰু বীৰু মেধি—লণ্ডনলৈ গল, আৰু তুয়োজনেই ডাক্তাৰী বিদ্যাৰ ডিগ্ৰী লৈ সময়মতে দেশলৈ উলটিল।

বিপ্লৱী কমিউনিষ্ট দলৰ আন্দোলনত কামৰূপ আৰু শিৱসাগৰ জিলাৰ ডিব্ৰুগড় মেডিকেল কলেজলৈ পঢ়িবলৈ যোৱা এদল ছাত্ৰই উল্লেখনীয় বৰঙনি আগবঢ়াইছিল। অৱশ্যে সেই দিনত গুৱাহাটী মেডিকেল কলেজ আৰু শিলচৰ মেডিকেল কলেজ স্থাপন হোৱাই নাছিল।

## পান্নালাল দাসগুপ্তৰ পলায়ন

সিদিনা গুৱাহাটী নিম্ন আদালতত আমাৰ বিৰুদ্ধে মোকৰ্দ্দমা আছিল। মই, নবীন মেধি, ধীৰেশ্বৰ মেনা, ভুবনেশ্বৰ পাটোৱাৰী, তৰুণ মহন্ত, শ্ৰীকান্ত চৌধুৰী, হেমন্ত বৰ্মণ, মহেন্দ্ৰ বৰ্মণ, প্ৰভাত বৰ্মণ, আৰু কেজনমানৰ বিৰুদ্ধে বেলশৰ হাইস্কুল স্থাপনৰ বাবে মাটি দখল কৰা কাৰণত, আৰু বহুত বেদখলী মানুহৰ গছ-গছনি কাটি পেলোৱা বাবদ ফৌজদাৰী মোকৰ্দ্দমাৰ দিন আছিল। কোৰ্টতে পাৰ্টীৰ কোনোবা কমৰেড এজনে মোক একাষৰীয়াকৈ মাতিনি কলে যে মই সোনকালে বেলশৰলৈ যাব লাগে। পান্নালাল দাসগুপ্তক পাণ্ডু পুলিছে গ্ৰেপ্তাৰ কৰিছিল—আমিন গাওঁত ৰাতি ৰাখি—জাহাজেৰে ব্ৰহ্মপুত্ৰ পাৰ কৰি কোৰ্টলৈ নিব ধৰা অৱস্থাত পাণ্ডুৰ পৰা পলায়ন কৰিছে; আজি সন্ধিয়াপৰত বেলশৰত উপস্থিত হোৱাৰ কথা।

কথাটো শুনিয়েই মই তাৰাতাৰিকৈ ৰেলশৰলৈ যাত্ৰা কৰিলো। সন্ধিয়া সময়ত পান্নাবাবু মোৰ ঘৰত হাজিৰ হল। পিচদিনা হৰিদাস ডেকাৰ জেঠাতু ভাই মাধৱ ডেকাও হাজিৰ।

পান্নাবাবুই কলে যে তেওঁৰ লগত ২টা পিস্তল আৰু হাটবোমা আছিল। ৰঙিয়া ষ্টেশ্যনতেই এইখিনি ধৰা পৰিল। তেওঁক গ্ৰেপ্তাৰ কৰি পাণ্ডু থানাত ৰাখিলে। অফিচাৰ-ইনচাৰ্জ আছিল কমৰেড লোকনাথ বৰুৱাৰ ভনী জোৱাই। ষ্টেশ্যন মাষ্টাৰ আৰু অফিচাৰ ইনচাৰ্জ জনে তেওঁক মৰম কৰি হেণ্ডকাপ নিদিয়াকৈ কোৰ্টলৈ নিবলৈ নিৰ্দ্দেশ দিছিল। পুলিছে তেওঁক হেণ্ডকাপ নিদিয়াকৈ নিছিল। ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে মোহন মুখাৰ্জী, হেনা গাঙ্গুলী হতক দেখা পালে, লগত এখন জীপো দেখিলে। তেওঁলোকে তেখেতক ইঙ্গিততে বুজাইছিল যে তেওঁক নিবলৈ আহিছে। জীপ গাড়ীখন ষ্টাৰ্ট হৈ আছিল। মানুহবোৰ ফেৰী-জাহাজৰ পৰা নামি এজন এজনকৈ জীপখনৰ কাষেৰে যাব লাগে।—এইদৰে গৈ থাকোতে পান্নালালে হঠাতে জীপখনত উঠি বহিল আৰু দ্ৰুতগতিত জীপখন চলাই তেওঁক চিমলা ফুটুৰীৰ ঘাটলৈ নি তাৰ পৰা উত্তৰ পাৰলৈ পাৰ কৰি দিয়া হল। পুলিছে গুলি কৰিছিল—গুলি নেলাগিল। পিছে পিছে অনুসৰণ কৰিও নেপালে। ঘটনাটো তেতিয়াৰ বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰেৰে প্ৰকাশ পাইছিল।

পান্নাবাবুক নি কৈঠালকুছিৰ প্ৰানেশ্বৰ তালুকদাৰৰ ঘৰত এদিন ৰাখিলো। তাৰ পিছত খোজ কাঢ়ি কাঢ়ি ৰেললাইনেৰে—পাঠশালাৰ ডাঃ নীল দাসৰ ঘৰত উঠিলো। ডাঃ নীলৰ দেউতাক ৺জিনা দাস এজন গান্ধীবাদী কংগ্ৰেছী দেশসেবক আছিল। দেশৰ স্বাৰ্থৰ বাবেই তেখেতে ডাক্তাৰী চাকৰি বাদ দিছিল। আমি যাওতে সুতাকাটি আছিল। ডাঃ নীল দাসৰ ঘৰৰ পৰা মুগুৰীয়াৰ মহোদৰ শৰ্মাৰ ঘৰলৈ নিলো—তাৰ পিছত মহোদৰ শৰ্মাৰ ভিনদেউৰ ঘৰলৈ

পঠিৱালো। মাধৱদাক পঠিৱালো ৰঙিয়া বা গুৱাহাটীৰ পৰা মুছলমানী ফেজটুপী, আৰু লুঙি কিনি আনিবলৈ। সেইমতেই ব্যৱস্থা হল। অবশেষত ফেজটুপী আৰু লুঙী পৰিধান কৰি—মুছলমানৰ ভেষত পান্নাবাবুই পশ্চিমবঙ্গ পালে,—আৰু মহোদৰ শৰ্মাই অসমৰ সীমা পৰ্যন্ত তেখেতক আগুৱাই দিলে।

পান্নাবাবুৰ পলায়নৰ কাহিনী ৰোমাঞ্চকৰ হৈ প্ৰকাশ পাইছিল। এই পলায়নত আমাৰ পাৰ্টীৰ কমৰেড সকল যথেষ্ট উৎসাহিত হৈছিল।

## বিভিন্ন সন্ত্ৰাসমূলক ঘটনা

বিপ্লবী কমিউনিষ্ট দলে অসমৰ বিভিন্ন ঠাইত আৰু কিছুমান ঘটনা সংঘটিত কৰিছিল। এই ঘটনাসমূহ বিশেষভাবে সংঘটিত হৈছিল তেতিয়াৰ কামৰূপ জিলা, শিবসাগৰ জিলা, গোৱালপাৰা আৰু মঙ্গলদৈ জিলাত। কিছুমান ডকাইতি আৰু নৰহত্যাৰ ঘটনাৰ লগত পুলিছে হয় ভুলতে নহয় ইচ্ছাকৃত ভাবে কমিউনিষ্ট সকলক জড়িত কৰিছিল। কোনো কোনো সমাজবিৰোধী ডকাইতৰ দলে কমিউনিষ্ট সকলৰ নাম উচ্চাৰণ কৰি—সেই নামৰ আবৰণতে ডকাইতি কৰিছিল।

পশ্চিম চামটাৰ হাতী পিঠিৰ ডকাইতি এটাত—ডকাইত সকলে "তৰুন সেন ডেকা" বুলি নামধৰি এজনক সম্বোধন কৰি গিৰিহতে শুনাকৈ মাতিছিল—যাতে গিৰিহতে ভাবে যে কমিউনিষ্ট পাৰ্টীৰ হে ডকাইতি কৰা হৈছে।

কৈঠালকুছি উত্তৰৰ গাওঁ এখনত এদিন দিনৰ ১১টা মান বজাত এঘৰ মানুহৰ ঘৰত সোমালো পানী খাও বুলি। সেই গাৱৰ মানুহে মোক ব্যক্তিগত ভাবে নিচিনে। বুঢ়ীক পানী এগিলাছ দিবলৈ কোৱাত বুঢ়ীয়ে কান্দি পেলালে। কলে "বোপা গিলাছ

কত পাম, পৰহি ৰাতি তৰুণ সেন ডেকাহঁতে ডকাইতি কৰি সকলো বাচন-বৰ্ত্তন লৈ গৈছে ” এইভাবে আমাৰ নামত বহুত ঠাইত ডকাইত সকলেও ডকাইতি কৰিছিল—আৰু বহু মানুহৰ ধাৰণা হৈছিল—এই পাৰ্টীটো ডকাইতৰ পাৰ্টী বুলি।

## বেলশৰৰ গুদো বৰ্মণৰ মৃত্যুদণ্ড

বেলশৰৰ বিপ্লৱী কমিউনিষ্ট শাখাই বহুদিন ধৰি অভিযোগ কৰিছিল গুদো বৰ্মণ নামৰ দোকানী এজনে গুপ্তচৰ বাহিনীৰ কাম কৰা বুলি। অভিযোগ দিছিল যে—এই মানুহজনেই নবীন মেধি আৰু অন্যান্য সকলক ধৰাই দিয়াৰ ষড়যন্ত্ৰ কৰা বুলি। তেওঁলোকে আবেদন জনাইছিল গুদো বৰ্মণক শেষ কৰি দিব লাগে বুলি।

গুদো বৰ্মণ ব্যক্তিগত ভাবে মোৰ বন্ধু আছিল। মোৰ কোনো—ব্যক্তিগত বিদ্বেষ বা আখেজ গুদো বৰ্মণৰ ওপৰত নাছিল। বেলশৰ পাৰ্টীৰ আবেদনৰ মই বিৰোধিতা কৰিছিলো। বেলশৰ পাৰ্টীয়ে বাৰে বাৰে জোৰ দিয়াত অবশেষত পাৰ্টীয়ে সিদ্ধান্ত কৰিলে যে গুদো বৰ্মণৰ জীৱন শেষ কৰিব লাগে। গুদো বৰ্মণক শেষ কৰিব লাগে বুলি সিদ্ধান্ত গ্ৰহণ কৰাৰ প্ৰায় ১মাহ মানৰ ভিতৰতে—সৰুপেটা অঞ্চলৰ সামৰিক বাহিনীৰ পৰা অব্যাহতি লোৱা—বিপ্লৱী কমিউনিষ্ট দলৰ গণবাহিনীৰ লোক ৩ জনে গুদো বৰ্মণৰ জীৱন গুলিয়াই শেষ কৰিলে। গুদো বৰ্মণ মৰিল। কিন্তু কিছুদিন পিছত শুনিলো। গুদো বৰ্মণে মৃত্যুৰ আগেয়ে জবানবন্দী দিয়া বুলি—মই তেওঁক হত্যা কৰিছো বুলি। দৰাচলতে মই ঘটনাৰ ঠাইত নাছিলোৱেই। এই জবানবন্দী তেওঁ জ্ঞানতঃ দিব নোৱাৰে—মই তেতিয়া ভাবিছিলো এই জবানবন্দী সত্য নহয়, হয়তো সৃষ্টি কৰা হৈছে ৰাজনৈতিক কাৰণত। পিছত প্ৰমাণ হল ৰাজনৈতিক কাৰণতে বুলি সৃষ্টি হোৱা।

অন্যান্য মোকৰ্দ্দমাৰ লগতে মোৰ বিৰুদ্ধে কেবাটাও ডকাইতি আৰু নৰহত্যা মোকৰ্দ্দমাত জড়িত কৰিছিল। বকো—ছয়গাৰলৈ মই যোৱাই নাছিলো তাৰো নৰহত্যা আৰু ডকাইতি কেছত মোক জড়িত কৰিছিল। ডুমুনী বাগানৰ ডকাইতিতো লিপ্ত কৰিছিল। এনেদৰে প্ৰায় ৮টা গুৰুতৰ মোকৰ্দ্দমাত মোক জড়িত কৰা হৈছিল।

অবশেষত গুদো-হত্যাকাণ্ডত মোক ও কমৰেড হেমন্ত বৰ্মণক জড়িত কৰি—কামৰূপৰ জিলা-ছেছন জজ ৺সুশীল দাসৰ আদালত ৭জন বিশেষ জুৰিৰ দ্বাৰা আমাৰ বিচাৰ কৰিছিল। এই বিচাৰত বেলশৰৰ কংগ্ৰেছ কৰ্মী—বিখ্যাত ৺নৰো ওজা দেবেও মিছা সাক্ষী দি কৈছিল যে তেখেতে ৰাতি গছৰ ওপৰত উঠি এই হত্যাকাণ্ডৰ ঘটনা দেখিছিল—আৰু গুলি কৰাটো নিজ চকুৰে দেখা বুলি সাক্ষ্য দিছিল।

প্ৰায় ৫ দিন জুৰি এই বিচাৰ চলিছিল। এই বিচাৰত খৰছ কৰিবলৈ মোৰ নিজৰ এপইছাও নাছিল। বেলশৰ পাৰ্টীয়ে অলপ টকা সংগ্ৰহ কৰিছিল ; বেলশৰ পাৰ্টীৰ নিৰ্দ্দেশ ক্ৰমে কমৰেড নবীন মেধি আৰু শ্ৰীমতী বিমলাই গুৱাহাটী, নলবাৰী, মঙ্গলদৈ, টংলা আদি কেখনমান ঠাইত ঘূৰি মানুহৰ ঠাট্টা, অবহেলা, গঞ্জনাৰ সমূখীন হৈয়ো প্ৰায় চাৰে তিনি হেজাৰ মান টকা সংগ্ৰহ কৰি মোৰ নামত জেলগেটত জমা দিছিল। মই এড্‌ভোকেট জয়চন্দ্ৰ চৌধুৰী দেবৰ হাতত পইছাখিনি দি ওকালতি কৰাৰ কথা কৈছিলো।

ইতিমধ্যে গাওঁৰ মানুহৰ হেচাত দাদাই নিজৰপৰা কিছু টকা দি ৺ৰোহিণী কুমাৰ চৌধুৰী দেবক উকীল ধৰিছিল।

বিচাৰত জুৰি আৰু জজে নিৰ্দ্দোষী প্ৰমাণ পাই খালাছ দিলে। এই বিচাৰৰ প্ৰতিদিনেই কেবাশ দৰ্শক উপস্থিত আছিল। খালাছ হোৱাৰ লগে লগে কেবাহেজাৰো জনতাই আমাক সম্বৰ্দ্ধনা জনাই শোভাযাত্ৰা কৰি-ভৰলুমুখ পৰ্য্যন্ত লৈ গল। পিচদিনা নবীন বৰদলৈ

হল প্ৰাঙ্গণত বিশাল জনসমাৱেশত ৰাজহুৱা সভাই আমাৰ মুক্তিত আমাক অভিনন্দন জনালে। দুদিন পিছত আমি বেলশৰলৈ যাত্ৰা কৰিলো। কেবা হেজাৰো লোকৰ শোভাযাত্ৰা আগুৱাই গৈ আমাক নলবাৰীৰ ওচৰৰ সন্ধেলি গাৱঁত অভিনন্দন জনালে—তাৰপৰা ৰাতিয়েই বেলশৰ গাৱঁত প্ৰকাণ্ড শোভাযাত্ৰা আৰু ৰাজহুৱা সভাই আমালোক দুজনক সম্বৰ্দ্ধনা জনালে।

এই মোকৰ্দ্দমাৰ পিছত মিছা সাক্ষ্য দি নিজেই মনতে ভয়পাই নবো ওজাই বেলশৰ গাওঁ এৰি অন্য ঠাইলৈ গুচি গল। এদিন কৰবাত লগপাই মই তেখেতক সান্ত্বনা দিছিলো—যে “ অতীতৰ কাৰণে আৰু চিন্তা কৰিব নেলাগে। মোৰ দ্বাৰা আপোনাৰ কোনো ক্ষতি নহয়; আপুনি গাৱঁলৈ আহক।” ওজা-পালি-শিল্পী হিচাবে তেতিয়া নবো ওজা বিখ্যাত আছিল; ১৯৪২ চনৰ আন্দোলনৰ বন্দুক সংগ্ৰহ, তেখেত মোৰ সহযোগী আছিল। ৰাজনৈতিক প্ৰভাৱত মিছা সাক্ষ্য দিলেও তেখেতৰ বিৰুদ্ধে মোৰ ব্যক্তিগত আখেজ কোনোপধ্যেই নাছিল।

## আমাৰ ভূটাণ যাত্ৰা

আমি ভাবিছিলো যে মুক্ত অঞ্চল গঠন কৰিবলৈ হলে ভূটাণ ৰাজ্যখন আমাৰ আশ্ৰয় স্থল হিচাবে ব্যৱহাৰ কৰাৰ প্ৰয়োজন হব। গতিকে ভূটাণৰ ওচৰৰ গাওঁ বিলাকৰ লগত সম্পৰ্ক স্থাপন কৰাৰ প্ৰয়োজন। ইতিমধ্যে বিষ্ণুৰাভা আৰু ২জন কমৰেড ভূটাণৰ কলোগুৰি গাওঁ বুলি যাত্ৰা কৰিছে। আমি অবাটেৰে যাত্ৰা কৰাৰ প্ৰয়োজন—নহলে পুলিচৰ হাতত ধৰা পৰিম। বৰপেটা ৰোডৰ কমৰেড শ্ৰীহৰি বৰ্মণে উত্তৰৰ ৰজাপুখুৰী গাৱঁলৈ লৈ গ'ল—তাত তেওঁৰ কুটুম্বৰ ঘৰ। সেই অঞ্চলত গোৱালপাৰা জিলাৰ বিখ্যাত

ডকাইত ফুকন বড়ো আৰু তেওঁৰ দুজন পুত্ৰ মাজে মাজে আশ্ৰয় লৈ থাকে। পুত্ৰেক দুজনক ইতিমধ্যে পুলিছে গ্ৰেপ্তাৰ কৰিছে। ফুকন বড়ো বহু কেছৰ ফেৰাৰ—তেতিয়া তেওঁৰ বয়স প্ৰায় ৫৫/৬০ বছৰ মান হব। মানুহবোৰে ফুকন বড়োক ভাল পায়—তেওঁ বিপদে আপদে বিপদগ্ৰস্ত পৰিয়ালক সহায় কৰে; গাৱঁতো থাকে আৰু মাজে মাজে ওচৰৰ গেম-ৰিজাৰ্ভতো আশ্ৰয় লয়। মানুহে তেওঁক মৰম কৰি আশ্ৰয় দিয়া বাবে পুলিছেও গ্ৰেপ্তাৰ কৰিব পৰা নাছিল। গেম-ৰিজাৰ্ভৰ সেই অঞ্চলৰ প্ৰায় ঠাইবোৰ তেওঁৰ পৰিচিত। ভূটানলৈ আমাক বাট দেখুৱাই নিবলৈ বুলি শ্ৰীহৰি বৰ্মনে তেওঁকে থিৰ কৰিলে। আমাৰ লগত ২টা বন্দুক, দা ও দেগাৰ আছিল। ৩/৪ সেৰ মান চাউল, নিমখ, আলু, ৰন্ধাৰ কাৰণে এটা টৌ, লগত লৈ আমালোকে যাত্ৰা কৰিলো। আমালোকে মানে মই, পলাশবাৰীৰ ৺প্ৰনেশ্বৰ দাস, শ্ৰীহৰি দাস, এজন কলিকতীয়া কমৰেড আৰু ফুকন বড়ো। গেম-ৰিজাৰ্ভৰ মাজেৰে বৈ অহা পো-মাৰা নদীটো পাৰ হৈ পোৱা যায় অটব্য ঝাৰণি। খেৰ, নল, বাটা আদিয়ে অতি ঘনকৈ বেৰি ৰাখিছে। কেইটামান গৈয়েই ফুকনে চিঞৰি উঠিল—“ সৰ্ব্বনাশ হ'ল ”। কি হ'ল বুলি সোধাত সৰু এচলা পানী দেখুৱালে আৰু কাষত কিছুমান সৰু-বৰ জন্তুৰ খোজৰ চিন—সাপ বগাই যোৱা চিন দেখুৱালে। আমি ভাবিলো সাপৰ কথা কোৱা বুলি। ফুকনে কলে যে খোজবোৰ গঁড়ৰ—মাক আৰু লগত পোৱালী। যি কোনো সময়তে আক্ৰমণ কৰিব পাৰে। উভতি যোৱাৰো প্ৰশ্ন নুঠে—উভতি গলেও আক্ৰমণ কৰিব পাৰে। ফুকনে কলে—“ আপোনালোকে কিছু সময়ৰ কাৰণে পানীখিনিত নামক—মই ঝাৰণি খণ্ডত জুই জ্বলাই দিও ”। পানী চলাত ঠিয় নিদিলে জুইৰ পৰা ৰক্ষা পোৱাৰ উপায় নাছিল। ভয়ে ভয়ে আমি তাকেই কৰিলো। ফুকনে জ্বলত জুই দিলে—আৰু ১ ঘন্টা ৩০ মিনিট মানৰ

ভিতৰতে বহু দূৰলৈ জঙ্ঘলবোৰ পুৰি গল—বতাহে বহুদূৰলৈ লৈ গ'ল। ফুকন আগে আগে, আমি পিছে পিছে। আমি গৈ থকা বাটটো 'হাতীৰ-চৰ' অৰ্থাৎ, হাতী শাৰিপাতি আহে কাৰণে এনেকুৱা বাট তৈয়াৰ হয়। 'হাতী চৰেৰে গৈ থাকোতে দুয়োকাষে বালীয়নী-ঠাইত বালিৰ ওপৰত সাপৰ-মেৰ মেৰণীৰ অজস্ৰ চিন; হাতীয়ে নতুনকৈ দিয়া খোজ—অলপ আগতে দিয়া খোজো বহুত। ঠায়ে ঠায়ে খুন্দামাটি দেখো—এইমাত্ৰ যেন খুন্দিছিল, ফুকনে কলে এইবোৰ ভালুকৰ কাম। চৰাই আৰু জন্তুৰ চিঞৰ মাজে মাজে শুনা যায়—কিন্তু জঙ্ঘলৰ নিৰ্জনতা নিতান্তই ভয়াবহ। সাহস কৰি আমি গৈ আছো—। সন্ধিয়া সময়ত এডৰা খাগৰণী পালো। ফুকনে কলে "ৰাতি ৰোৱা ঠাই পালো।"—তেওঁ চিঞৰ এটা মাৰি কিবা কলে—অলপ পিচতে দুজন বন্দুকধাৰী হাফপেণ্ট পিন্ধা লোক হাজিৰ হ'ল। তেওঁলোকৰ লগত ফুকনে কিবা কথা হ'ল—গছেৰে আৱৰা এচলা পানীৰ ওচৰলৈ আমাক লৈ গ'ল। গৈ দেখিলো তাতো ৬/৭ জন মানুহ; দুই-এজনৰ হাতত বন্দুক। তেতিয়া ৰাতি হৈছিল। তেওঁলোকে জুই ধৰি ভাত ৰান্ধিলে—আমাকো ৰান্ধিব কলে। ফুকনে খৰিখেৰ যোগাৰ কৰি টৌ-টোত চাউল আৰু আলু কেইটামান সিদ্ধ কৰাত লাগিল।

মোৰ কিন্তু দুঃশ্চিন্তাৰ অন্ত নাই। আগতে শুনিছিলো যে গেম-ৰিজাৰ্ভত চুৰিকৈ জন্তু হত্যাকাৰী, গছচোৰ, ডকাইত আদিয়ে আশ্ৰয় লৈ থাকে; হাতত বন্দুক বাৰুদ দেখা পালে মানুহক গুলিকৰি মাৰে, আৰু মাৰি উঠি বন্দুকটো লৈ যায়। মানুহৰ জীৱনতকৈ এটা বন্দুক তেওঁলোকৰ বাবে বেচি মূল্যবান।

জানোচা এনেকুৱা ঘটনা হয়। ফুকনক সোধাত কলে "এওঁলোক চিকাৰী—মোৰ জনাশুনা"। গোটেই ঘটনাটো নাটকীয় যেন

লাগিল। লগৰ কেজনক শুবলৈ মানা কৰিলো। বন্দুক দুটা গুলি-ভৰ্ত্তি আছিল—সাৱধানে সাজুকৈ ৰাখিব কলো। এটা বন্দুক এফালে আৰু অন্য বন্দুক অলপ দূৰত অন্যফালে ৰাখিবলৈ পৰামৰ্শ দিলো। হাতত থকা দা/দেগাৰ সন্তম কৈ ৰাখিব দিলো। সিহতে কিবা কৰিবৰ সন্দেহ হলেই গুলি কৰিবা—আমাৰ বন্দুক দুয়োটা ষ্টেনগান। ওচৰৰ পৰা আক্ৰমণ কৰিব ভাল। ডাঙৰকৈ জুই ধৰি ৰাতিটো কটালো, ফুকন নিৰাপ্তলহৈ শুই থাকিল। সি দলৰ মানুহ বিলাকৰো দুজনে দুটা বন্দুক হাতত লৈ উজাগৰে থাকিল। এই ভীতি-বিহ্বল পৰিস্থিতিৰ বিষয়ে বৰ্ণনা কৰা টান। সেই সময়ত কবি নজৰুলৈ মনত পৰিছিল। ৰাতি পুৱাল—কিন্তু ফুকনৰ ওপৰত বিশ্বাস কৰা টান যেন লাগিল—কৰলৈ নি কি বিপদ ঘটায় ঠিক নাই। শ্ৰীহৰি বৰ্মণে কলে এই যাত্ৰা ইমানতে শেষ নকৰিলে—আমাৰ অন্য বিপদৰ সম্ভাৱনা থাকিব পাৰে। আটাই কেজনে নিজৰ অনুভূতিৰ পৰা তেনে ধাৰণা প্ৰকাশ কৰাত আমি ফিৰি আহিবলৈ বাধ্য হলো।

ফিৰিলো বেলেগ বাটেৰে। বাটত বাঘে পালে। ফুকনে কলে বাঘৰ গোন্ধ,—ওচৰতে আছে। আমি ভয় পালো। দেখিলো অলপ দূৰতে জঙ্ঘল মেৰিয়াই লৈ বাঘ থকা ঠাই—এইমাত্ৰ তাৰপৰা গৈছে। নদী এটা পালো—পাৰত, পানীৰ জিয়লিত ডাঙৰ ডাঙৰ সাপৰ মেৰণীৰ চিনবোৰ পৰি আছে। নতুন চিন। নদী পাৰ হোৱাটোও আমাৰ বাবে বিপদৰ কথা হৈছিল। তাৰ পিছতে হৰিণৰ পাল আৰু চিঞৰ। অলপ পিচতে এদল হাতীৰ আবিৰ্ভাব। এই ভয়াবহ পৰিস্থিতি চম্ভালি—কোনোমতে ৰজাবিল পালোহি। ভূটাণ যাত্ৰা বন্ধ হ'ল। ৰাভালৈ অপেক্ষা কৰিলো। কেদিনমান পিছত ৰাভা আৰু তেখেতৰ সঙ্গীবৃন্দ পৰম উৎসাহেৰে ঘুৰি আহিল। তেখেতে কলে যে ভূটিয়া সকলৰ আতিথ্য স্মৰণযোগ্য। একেটা কোঠাতে—একেখন চাঙতে পিতা, মা, লৰা, ছোৱালী, পুত্ৰ-বোৱাৰী

আলহি-অতিথি আদি শোৱে ; একেটা কেৰাহিতে ৰান্ধে, তৰ্কাৰী নাই। ভাতৰ কেৰাহিত নিমখ চতিয়াই ভাত খায়। মানুহবোৰ আতিথ্য পৰায়ণ—বিশেষকৈ অসমৰ মানুহৰ প্ৰতি। ৰাজনীতি তেতিয়া তেওঁলোকে নুবুজে, তেওঁলোক ৰজা-সৰ্ব্বস্ব।

আমাৰ ধাৰণা হৈছিল যে আঞ্চলিক ক্ষমতা দখলত ভূটিয়াবোৰৰ পৰা বিশেষ সাহায্য লাভ নহব। কঠিন সময়ত ২/৪ জনে আশ্ৰয় দিলেও—পিছত তেওঁলোকৰ ৰজাৰ নিৰ্দ্দেশত বিৰোধিতা কৰিব। এই পৰিকল্পনা আমি বাদ দিলো।

## শিৱসাগৰত পুলিছ অভিযান, আমাক মঙ্গলদৈত গ্ৰেপ্তাৰ

শিৱসাগৰ জিলাত বহুতো ডেকালৰাই বিপ্লৱী কমিউনিষ্ট দলত যোগদান কৰিছিল। কমৰেড খগেন বৰবৰুৱাৰ নেতৃত্ব আৰু কাৰ্য্যপ্ৰণালীয়ে তেখেত সকলক আকৰ্ষণ কৰিছিল। ডিব্ৰুগড় জিলাতো কিছু সংগঠন আগবাঢ়িছিল। বনুৱা শাখাত মোহন মুখাৰ্জী, সুৰেণ ভট্ট, উপেন দাস, বিষ্ণু হাজৰিকা আদিৰ নেতৃত্বত ভাল সংগঠন হব ধৰিছিল। আসাম-টি-কোম্পানীৰ ডকাইতিকে ধৰি—সন্ত্ৰাসমূলক কামবিলাকৰ পৰিমানো শিৱসাগৰ, ডিব্ৰুগড় জিলাত বাঢ়িছিল। পাৰ্টীৰ নেতা হৰেণ কলিতা, কাশিনাথ ডেকা কেদাৰ গোস্বামী, যোগেন গগৈ আদি উচ্চ স্তৰৰ কমৰেড সকলে উজনি অসমত সংগঠন কৰিছিল। চৰকাৰৰ চকু শিৱসাগৰ আৰু ডিব্ৰুগড়ত পৰিল। পুলিছৰ নিষ্ঠুৰ অপাৰেশান আৰম্ভ হ'ল। নিৰ্দ্দোষী লোকক গ্ৰেপ্তাৰ কৰিলে, বহুতক মাৰি মাৰি ঘূণীয়া কৰিলে, ভালাছীৰ নামত টকা-পইছা লুটিলে,—আই-ভনী, বৃদ্ধ সকলকো নানাভাবে অত্যাচাৰ ও জুলুম কৰিলে। খগেন বৰবৰুৱাক গ্ৰেপ্তাৰ কৰিবলৈ—জঙ্ঘলৰ পিছত জঙ্ঘল ঘেৰাও কৰিলে।

শিৱসাগৰৰ পুলিছ জুলুমৰ সময়ত মই কমৰেড ৰাভাৰ লগত বিজনী ষ্টেশ্যনৰ পৰা ৫/৬ মাইল দূৰৰ চৌধুৰীপাৰা নামৰ গাওঁ খনৰ পৰা ৩ মাইল মান দূৰৰ উত্তৰ পশ্চিমে থকা গাওঁ এখনত আছিলো। গাওঁখনৰ নাম পাহৰিছো।

সেই অঞ্চলত তেতিয়া কুষ্ঠৰোগ খুব ব্যাপক আছিল। প্রায় ঘৰতেই কুষ্ঠৰোগী আছিল বুলি কলেও বঢ়াই কোৱা নহয়। মছলপুৰ অঞ্চলৰ পৰা খোজ কাঢ়ি কাঢ়ি—বহু দোং, বেকী নদীৰ দৰে নদী পাৰ হৈ ৰাভাক লগ ধৰিবলৈ গৈছিলো। তুদিন খোজ কাঢ়িছিলো। গৈ দেখিলো ৰাভাই তুপৰীয়া এঘৰ মানুহৰ ঘৰত ভাতখাই আছে—লগত দেখিলো নবীন মেধিৰ ছোৱালী কনক মেধি। কেজনমান কুষ্ঠৰোগী কাষতে বহি আছে; তেওঁলোকৰ ঘা-বোৰ ধেকধেকীয়াকৈ ওলাই আছে। দেখিলেই ভয় হয়। ৰাভাই কোনো প্রতিক্রিয়া প্রকাশ নকৰাকৈ এই কুষ্ঠৰোগী সকলৰ ওচৰতে বহি—চিন্তাহীন আৰু দ্বিধাহীন ভাবে ভাতখাই আছে। মনে মনে ৰাভাৰ স্বাস্থ্যজনিত কাৰণত বেয়া পাইছিলো যদিও ৰাভা দেবৰ মহানুভৱতাই কিন্তু মোক মুগ্ধ কৰিলে।

গৈ পোৱাৰ পাচিদিনা খনেই সতীশ ৰাম চিয়াৰীয়ে পঠিৱাই দিয়া বাৰ্ত্তাবাহক কমৰেড এজনে জনালে যে ৰামচিয়াৰী আৰু বেজবৰুৱা কমৰেডৰ লগত বিবাদ হৈছে—আপুনি মোৰ লগতে মঙ্গলদৈৰ বাহিনী গাৰলৈ যাব লাগে।

বাৰ্ত্তাবাহকৰ পৰা সম্পূৰ্ণ ঠিকনা বুজি লৈ—তেওঁক আগধৰি পঠিৱাই দিলো। পিচদিনা দোকমোকালিতে হাউলীৰ হেলনা পামৰ আত্মগোপন কৰি থকা কমৰেড উমেশ স্বৰ্গীয়াৰীক লগত লৈ চাই-কেলেৰে যাত্রা কৰিলো। কিছু ৰেললাইন, কিছু ৰাজহুৱা বাট—যত যিভাবে বিপদ নেওচি যাব পাৰি সেইদৰে আহি বেকী নদীৰ পাৰ পালো। ব্যক্তিগত লোকৰ নাৱেৰে পাৰ হব লাগিব—কাৰণে

ঘাট এৰি দুৰণিৰ গাৰলৈ আহিলো। দিনৰ ২টা মান বাজিছিল। ন-অসমীয়া মৈমনসিঙিয়াই বেকী নদীত মাছ মাৰি আছিল। খাবলৈ আহাৰ একো নাছিল। ওচৰত দোকান পোহাৰ নাছিল—ভোকো অতিপাতকৈ লাগিছিল। গতিকে চাৰি অনাৰ মাছ কিনি—ওচৰতে পোৱা ধানৰ নবাত জুই দি পুৰি তাকেই খাই ভোকৰ কিছু নিবৃত্তি কৰিলো। ৰাতি টিহুৰ গোৰমাৰা গাওঁ পালো। তাৰপৰা (ৰতন কলিতাক নে কাক পাহৰিছো লগত লৈ) চাইকেলেৰে যাত্ৰা কৰিলো। বাটত হছং গাওঁত এৰাতি কটালো। প্ৰায় ৩০/৪০ জন কমৰেডক লগ পালো। বেজবৰুৱাহঁতৰ বিবাদ নিষ্পত্তি কৰি উঠিয়েই বাতৰি পালো—কাইলৈৰ পৰা মঙ্গলদৈতো পুলিচ অপাৰেশ্যন আৰম্ভ হব। আমি ঠিককৰি পেলালো—যে ভুটানত কোনোবা গাওঁবুঢ়াৰ লগত চন্দ্ৰ কছাৰী কমৰেড হঁতৰ ভাল আৰু তাকেই কেন্দ্ৰ কৰি আমি ভূটাণলৈ যোৱাৰ কথা ভাবিলো।

ইতিমধ্যে বিমলা আৰু তেওঁৰ লগৰীয়া সকল ঘূৰি ঘূৰি আহি বাহিনী গাওঁ পাইছিল। বিমলাও মোৰ লগত ওলাল। সৰু সৰু দলত বিভক্ত হলো—আমাৰ দলটোত ৫/৬ মান থাকিল। কছুবিল পালো। ৺চন্দ্ৰ পাটোৱাৰী নামৰ মোৰ সম্পৰ্কীয় ভিনদেউ এজন আছিল। সেই অঞ্চললৈ অহা বুলি তেওঁলোককো খবৰ দিলো। তেতিয়া সময়টো চ'ত/বহাগ যেন হব। প্ৰাক্তন ছা-বাগানৰ বনুৱা এঘৰৰ বাহিৰা ঘৰটোত মই আৰু বিমলা ৰাতিটোৰ কাৰণে থাকিলো, বাকী সকলো তেনেকৈ বেলেগ বেলেগ ঘৰত থাকিল। পুলিছে ৰাতি দুটামান বজাত ঘৰটো ঘেৰাও কৰিলে। পুলিছ ইন্সপেক্টৰ মহন্তই সশস্ত্ৰ বাহিনীৰ সাহায্যত আমাক গ্ৰেপ্তাৰ কৰিলে। গ্ৰেপ্তাৰৰ সময়ত মোৰ ঘড়ীটো আৰু জেপত থকা টকা ৭০০, হেৰাল—মানে কোনোবা পুলিছে নিলে। কোনোবা এজনে বন্দুকৰ কুন্দাৰে মোৰ বাওভৰিৰ উৰুত ভীষণভাৱে আঘাত কৰি ভৰিখন ভাঙি পেলালে।

বস্তু-বাহানী সহ পুলিছে আমাক লৈ গ'ল। যাওতে ভিনদেউ চন্দ্র পাটোৱাৰীৰ দুৱাৰ মুখত গাড়ী কেখন ৰাখি খবৰটো দি গ'ল। কিয় খবৰ দিলে মোৰ সন্দেহ হ'ল। খবৰ পায়ো ভিনদেউৰ ঘৰৰ কোনো মানুহে আমাক দেখা কৰিবলৈ নাহিল। সেই সন্দেহ বেচি ঘণীভূত হ'ল—আজিলৈও থাকিল।

## বিমলা ৯মাহ জেলত

গ্ৰেপ্তাৰৰ পিচদিনা মঙ্গলদৈ কোৰ্টত হেজাৰ হেজাৰ মানুহে আমাক চাবলৈ আহিছে। মেজিষ্ট্ৰেটৰ আগত গোচৰ দিলো—মোৰপৰা টকা ৭০০, ঘড়ীটো আৰু মোৰ বিয়া সম্বন্ধে সম্পাদিত হোৱা কাগজখনৰ বিষয়ে। মেজিষ্ট্ৰেটে নোট কৰিলে—কিন্তু ব্যৱস্থা ললে নে নেজানিলো। মঙ্গলদৈৰ পৰা আমালোক দুজনকেই গুৱাহাটী জেললৈ আনিলে। গুৱাহাটী জেলত মোক জনালে—মোৰ বিৰুদ্ধে ডকাইটি আৰু নৰহত্যাৰ ৮টা অপৰাধত মোক জড়িত কৰিছে।

ইতিমধ্যে গুৱাহাটী জেলত ১মাহ মান থকাৰ পিছত বিমলাক মঙ্গলদৈ জেললৈ নিলে। তাতো ৩মাহ মান ৰাখিলে। বে-আইনী কাগজ-পত্ৰ ৰখাৰ অভিযোগত ৬ মাহ জেল হ'ল ; আৰু এই ৬ মহীয়া দণ্ড কাল তেজপুৰ জেলত কটালে। জেলত থকা কালত জেল ওৱাৰ্ডনী সকলে হেনো বৰ আদৰ-যত্নকৈ ৰাখিছিল। মঙ্গলদৈত থকা কালত—সুনন্দ ডেকা মহাজনৰ ঘৰখনেও বিমলাক যথেষ্ট মৰম কৰি—বস্তু-বাহিনীৰ যোগান ধৰিছিল।

জেলৰ পৰা ওলাই মোৰ চিঠিৰ মৰ্মানুসাৰে বিমলাই আমাৰ বেলশৰৰ ঘৰত থাকে। সেই সময়তে বেলশৰ পাৰ্টীয়ে মোৰ বিৰুদ্ধে থকা মোকৰ্দ্দমাৰ বাবে টকা সংগ্ৰহৰ কাৰণে বিমলা আৰু নবীন মেধিক দায়ীত্ব দিয়ে। বহু কষ্টকৰি দুয়োজনে ৰাজহুৱা সভা আদি

পাতি ঘূৰি ফুৰোতে—টংলাৰ ৰেলগাড়ীত সন্ধিয়াপৰত নবীন মেধিক পুলিছে গ্ৰেপ্তাৰ কৰে। সিদিনাই আবেলি পৰত ভকতপাৰাৰ ৰাজহুৱা মহিলা সভা এখনত বিমলাই সভাপতিত্ব কৰিছিল। মেধিৰ গ্ৰেপ্তাৰৰ পিছত বিমলাই ৰাতিৰ ভিতৰতেই ৰঙিয়া ষ্টেশ্যনত নামি—৺শান্তিৰাম লহকৰ দেৱৰ ঘৰত ৰাতিটোৰ কাৰণে আশ্ৰয় লবলগীয়া হয়।

## গুৱাহাটী জেলত প্ৰায় ১ বছৰৰ ওপৰ কাল আটক ঃ নলবাৰীৰ পিটনী কলেজ

মোক গুৱাহাটী জেলত নিৰ্জন ছেলত কঠোৰ পুলিছ পহৰাত আবদ্ধ কৈ ৰাখিলে। ছেলৰ দুৰাৱস্থাৰ বিৰুদ্ধে, আৰু খবৰ কাগজৰ যোগান ধৰাৰ দাবীত ৬ দিন জুৰি মই অনশন কৰিব লগীয়া হ'ল। অনশনৰ পিছত অলপ পৰিস্কাৰ ছেল এটালৈ মোক বদলি কৰিলে আৰু খবৰ কাগজো পঢ়িবলৈ দিয়াৰ হুকুম হ'ল।

জেলৰ ভিতৰত থাকোতেই—নলবাৰী, বৰপেটা অঞ্চলৰ বহু কৰ্মী, আৰু নেতাক পুলিছে গ্ৰেপ্তাৰ কৰি জেললৈ আনিছিল। কিছুমানৰ গাত জখমৰ চিন। মানুহবোৰ কিন্তু হতাশ হোৱা নাছিল। শ শ মানুহক এইদৰে গ্ৰেপ্তাৰ কৰি জেললৈ অনা হ'ল। তেওঁলোকৰ পৰাই জানিলো যে নলবাৰী আৰু বৰপেটা অঞ্চলৰ বৃহৎ অংশত পুলিছ অভিযান আৰম্ভ হৈছে—নলবাৰীৰ স্থানীয় কংগ্ৰেছ নেতৃত্বই ৰাইজৰ বিৰুদ্ধে পুলিছক সহায় কৰিছে, পুলিছক মানুহৰ নামৰ তালিকাও দিছে,—আৰু মাৰপিত কৰোৱাইছে।

গ্ৰেপ্তাৰ কৰা মানুহ বিলাক ২/৪ দিনমান নলবাৰী কলেজ কম্পাউণ্ডত ৰখা হয়, তাতেই নানান প্ৰশ্ন সোধা হয়, আৰু সোধাৰ মাজতেই অমানুষিক ভাবে মাৰপিত কৰা হয়—আঙুলিৰ মাজেৰে বেজি মৰা হয়, বিজুলী 'ছক' দিয়া হয় আৰু বিভিন্ন ধৰণে মাৰপিত ও অত্যাচাৰ কৰা হয়। কোনো কোনো মানুহক পেলাই লৈ

নলবাৰীৰ পিটনী কলেজ

বুটজুতাৰে গছকা হয়, ওপৰত ফলাবাহ দি ফলা বাহৰ দুয়োমুৰে মানুহ উঠি চেপি দিয়া হয়, জখম কৰা হয়। চৰ, ভুকু, বেতৰ কোব সাধাৰণ কথা। অকথ্য গালিগালাজ আৰু অভদ্ৰ ব্যৱহাৰ কৰি মানুহ বিলাকক অতিষ্ঠ কৰা হয়। তৰুণ সেন ডেকা, ৰাভা, কামিনী শৰ্মা আদি দলৰ নেতৃস্থানীয় কমৰেড সকলৰ বিৰুদ্ধে অজানিত প্ৰশ্ন সোধা হৈছিল—উত্তৰ দিব নোৱাৰিলে অমানুষিক নিৰ্য্যাতন দিয়া হৈছিল।

শৌচ-পেচাব কৰিবলৈ অনুমতি বিচাৰিলেও গালি। কেবাজনো লোকক একেলগে হেণ্ডকাপ লগাই বা ৰছিৰে বান্ধি গৰু-ছাগলীতকৈয়ো হীন ব্যৱহাৰ কৰি শৌচ-পেচাবৰ ঠাইলৈ নিয়া হয়, আৰু খোলা-ভাবে মুকলি ঠাইত—সামুহিক ভাবে শৌচ-পেচাব কৰিবলৈ দিয়া হয়। খোৱা-বোৱাৰ ব্যৱস্থা নাছিল বুলিলেই হয়। খবৰ লবলৈ যোৱা মানুহকো গ্ৰেপ্তাৰ কৰি জেললৈ পঠিওৱা হৈছিল। কথাই কথাই নিৰ্দ্দোষী মানুহক বিনাকাৰণতে পিতিছিল।

এই অমানুষিক নৰককুণ্ডৰ অত্যাচাৰে নাজি-জাৰ্মানী যুগৰ ফেছীবাদী অত্যাচাৰৰ নিৰ্মম কাহিনীৰ কথা সোঁৱৰাই দিয়ে।

হেজাৰ হেজাৰ নিৰ্দ্দোষী কৃষকক এইদৰে গ্ৰেপ্তাৰ, অত্যাচাৰ আৰু নিষ্ঠুৰ ব্যৱহাৰ কৰিছিল, আৰু কেবাশ নিৰ্দ্দোষী লোকক জেললৈ প্ৰেৰণ কৰিছিল। সেই কাৰণেই নলবাৰী কলেজক "পিতনী কলেজ" অৰ্থাৎ মাৰপিত অত্যাচাৰ কৰা কলেজ বুলি ৰাইজে নামাকৰণ কৰিছিল।

এনে অত্যাচাৰৰ পৰা পুৰুষ, মহিলা, বুঢ়া-বুঢ়ী, ছাত্ৰ, নাবালক, লৰা-ছোৱালী কোনো বাদ পৰা নাছিল। অহিংসবাদত বিশ্বাসী কংগ্ৰেছ চৰকাৰখন এই ভাবেই নিজৰ ৰূপেৰে মানুহৰ চকুত ধৰা পৰে।

## জেলত থকা কালত লগ পোৱা সকল আৰু আলোচনাৰ বিষয়বস্তু

জেলত থকা কালত কমৰেড শৈলেন মেধিকো গ্ৰেপ্তাৰ কৰি ছেলত ৰাখিলে। কমৰেড শৈলেন মেধিৰ অবদান অতুলনীয়। কটন কলেজৰ দ্বিতীয় বাৰ্ষিকলৈ উঠি—তেওঁৰ জেঠাৰ লৰা গোকুল মেধি আৰু ককাই বীৰু মেধিৰ আদৰ্শ অনুসৰণ কৰি পাৰ্টীৰ কামত আত্মনিয়োগ কৰে। গুৰুত্বপূৰ্ণ কাম কিছুমান সমাধান কৰি—বেলতলাত কমৰেড কামিনী শৰ্মাৰ লগত প্ৰায় ৬মাহ মান আত্মগোপন কৰি থাকে,—পাৰ্টীৰ গোপন বিভাগৰ গুৰুত্বপূৰ্ণ দায়ীত্ব বহন কৰে, কলিকতা আদি বিভিন্ন ঠাইৰ ও পাৰ্টীৰ লগত যোগাযোগ ৰক্ষা কৰি অবশেষত গ্ৰেপ্তাৰ হৈ গুৱাহাটী জেললৈ আহে।

তেতিয়া কমৰেড অনিৰাম বসুমতাৰীও জেলত। নগাওঁ মিকিৰ-হিলছৰ সীমাত অবস্থিত "হাবৰা ঘাটৰ" সশস্ত্ৰ-আক্ৰমণত ৺বসুমতাৰী নিজেই জড়িত আছিল। আগেয়ে পুলিছ বিভাগত কামকৰা বসুমতাৰী ধৈৰ্য্যশীল, সাহসী লোক আছিল। মই জেললৈ যোৱাৰ আগৰে পৰা ৺বসুমতাৰী ও তেখেতৰ সহধৰ্মিনী জেলতেই আছিল।

৺অৰবিন্দ ঘোষ, ছত্ৰসিং টেৰণ, বলো বসুমতাৰী, আদি কেবাজনো কমৰেডক জেলত পালো। চি-পি-আইৰ গৌৰি শঙ্কৰ ভট্টাচাৰ্য্য, কীৰ্ত্তি বৰদলৈ, নীলমণি বৰঠাকুৰকো পালো—আৰু বহুতকো পালো। কিছুদিনৰ বাবে ৰাভা দেবকো গুৱাহাটী জেললৈ আনিলে।

আমি বিভিন্ন ধৰণৰ ৰাজনৈতিক বিকাশৰ আলোচনা বিলাক পাতিছিলো—চি-পি-আই, আৰ-চি-পি-আইৰ নীতিগত আৰু কৌশলগত বিৰোধ বিলাকৰ বিষয়েও আলোচনা হৈছিল।

## জেলত থকা কালত লগ পোৱা সকল আৰু আলোচনাৰ বিষয়বস্তু

বিপ্লৱী কমিউনিষ্ট দলৰ বেচিভাগ কৰ্মী গ্ৰেপ্তাৰ হৈ জেল পালে— বিভিন্ন মোকৰ্দ্দমাত জড়িত হ'ল। পাৰ্টীৰ সংগঠনৰ ক্ষেত্ৰ সমূহ পুলিছী জুলুমত দুৰ্বল হ'ল। মুঠকথা পাৰ্টীৰ আঞ্চলিক ক্ষমতা দখলৰ সম্পৰ্কে বীৰভূম সন্মিলনত গ্ৰহণ কৰা প্ৰস্তাব ব্যৰ্থ হোৱাটো আমি বুজি পালো। আমি ইয়াকো বুজি পালো যে বিপ্লৱী কমিউনিষ্ট দলৰ মূল সংগঠন অসমতেই সীমাবদ্ধ। গতিকে এমুঠিমান বিপ্লৱী কমিউনিষ্টে সশস্ত্ৰ সংগ্ৰামৰ ধ্বনি দিয়াটো বাতুলতা মাত্ৰ বুলি ধাৰণা জন্মিল।

আলোচনা বিলাকৰ মাজেৰে ইয়াকো বুজিলো যে ভাৰতৰ কমিউনিষ্ট দলটো—সুবৃহৎ। দেশৰ প্ৰায় ৰাজ্যতেই তাৰ সংগঠন বিয়পিছে। কৃষকৰ মাজত কৃষক সভা, ছাত্ৰৰ মাজত ছাত্ৰ ফেডাৰেশ্যন, বিভিন্ন শ্ৰমিক গোটৰ মাজত ট্ৰেড ইউনিয়ন সংগঠন আছে। আমাৰ ধাৰণা হৈছিল যে বিপ্লৱী কমিউনিষ্ট দলে অদূৰ ভবিষ্যতত ভাৰতৰ ৰাজনীতিত কোনো উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিব নোৱাৰিব। ইতিমধ্যে যুদ্ধৰ বিৰুদ্ধে শান্তিৰ আন্দোলন আৰু শান্তিপূৰ্ণ সহ-অৱস্থানৰ "নীতি গ্ৰহণৰ মধ্যেমেৰে ছোভিয়েট ৰুছিয়াৰ কমিউনিষ্ট সকলে নতুন পথনিৰ্দ্দেশনা দিছে।

ইতিমধ্যে স্বাধীন ভাৰতৰ সংবিধানখন ১৯৪৯ চনৰ ২৬ জানুৱাৰীত গণপৰিষদে গ্ৰহণ কৰিলে, আৰু ১৯৫০ চনৰ ২৬ জানুৱাৰীৰ পৰা এই সংবিধানৰ কাৰ্য্যকাৰিতাৰো আৰম্ভণ হল।

আমাৰ সংবিধানৰ উপবন্ধত লিখিত থাকিল—

"সামাজিক, অৰ্থনৈতিক আৰু ৰাজনীতিত—ন্যায়
চিন্তা, বাকস্বাধীনতা, বিশ্বাস আৰু পূজা-অৰ্চনাৰ—স্বাধীনতা
মৰ্য্যদা আৰু সুযোগ-সুবিধাৰ ক্ষেত্ৰত—সমতা
ব্যক্তি-স্বাধীনতা আৰু দেশৰ সংহতিৰ ক্ষেত্ৰত ভাতৃত্ববোধ ইত্যাদি

আমাৰ সংবিধানত মৌলিক অধিকাৰ সমূহ— সন্নিবিষ্ট কৰা হ'ল। আমাৰ সংবিধানে ২১ বছৰৰ ওপৰৰ সকলো ভাৰতীয়কেই ভোটৰ স্বাধীনতা দিলে—২৫ বছৰ হলেই বিধায়কৰ বাবে প্ৰাৰ্থী হিচাবে ঠিয় দিব পাৰে, আৰু ৩০ বছৰ বয়স হলে ৰাজ্যসভাৰ সদস্য পদ গ্ৰহণ কৰিব পাৰে। (বৰ্ত্তমান অবশ্যে ২১ বছৰৰ ঠাইত ভোটৰ বয়স ১৮ বছৰ হৈছে) এই নতুন স্বাধীন সংবিধানৰ মাধ্যমেৰে ভাৰতত প্ৰথম সাধাৰণ নিৰ্ব্বাচন অনুষ্ঠিত হয় ১৯৫১/৫২ চনত।

দেশৰ সেই সময়ৰ পৰিস্থিতি একেধৰণে নাছিল। কংগ্ৰেছ দলে শিল্পত শান্তি প্ৰতিষ্ঠাৰ কাৰণে আবেদন জনায়। ১৯৪৭ চনৰ শিল্প বিৰোধ আইন, ১৯৪৭ চনৰ ভাৰতীয় ট্ৰেড ইউনিয়ন আইন, ১৯৪৮ চনৰ কাৰখানা আইন, ১৯৪৮ চনৰ কৰ্মচাৰীৰ ৰাষ্ট্ৰীয় বীমা আইন, আৰু ১৯৪৮ চনৰ সৰ্ব্বনিম্ন মজুৰি আইন উল্লেখযোগ্য চৰকাৰী পদক্ষেপ।

ইতিমধ্যে জমিদাৰী উচ্ছেদৰ কাৰণেও কংগ্ৰেছ দলৰ মাজত কথা-বতৰা হৈ আছিল। কানো কোনো ৰাজ্যত ভুমিসংস্কাৰৰ আইনো প্ৰণয়ণ হৈছিল।

এনে এটা পৰিস্থিতিত আমি জেলত থকা কমৰেড সকলে সিদ্ধান্ত কৰিলো যে আমি বাহিৰলৈ গৈ—ঐক্যবদ্ধ কমিউনিষ্ট দল গঠনৰ কাৰণে বিপ্লৱী কমিউনিষ্ট দলৰ কমৰেড সকলক বুজাম, আৰু একেটা মাথোন ঐক্যবদ্ধ কমিউনিষ্ট দল গঢ়াৰ কাৰণে অহোপুৰুষাৰ্থ কৰিম।

আমি জেলত থাকোতেই—ভাৰতৰ কমিউনিষ্ট পাৰ্টী আৰু বিপ্লৱী কমিউনিষ্ট দলৰ ওপৰত থকা—'বে-আইনীকৰণ' আদেশ চৰকাৰে প্ৰত্যাহাৰ কৰিলে, আৰু দুয়ো দলৰ কৰ্মীক জেলৰ পৰা খালাছ দিয়া কাৰ্য্য আৰম্ভন হ'ল। কিন্তু যি সকলৰ বিৰুদ্ধে ফৌজদাৰী দণ্ডবিধিৰ গোচৰ আছিল সেই সকলক এৰি দিয়া নহল। মই আৰু

হেমন্ত বৰ্মণ জেলতেই থাকিলো। গৌৰী শঙ্কৰ ভট্টাচাৰ্য্যই গুৱাহাটী জেলৰ পৰাই গুৱাহাটীৰ বিধান সভা নিৰ্ব্বাচনৰ প্ৰাৰ্থীত্বৰ বাবে মনোনয়ণ পত্ৰ দাখিল কৰিলে, আৰু অবশেষত খালাচ হ'ল। বাহিৰত বিপ্লৱী কমিউনিষ্ট দলে "নিৰ্ব্বাচন বৰ্জনৰ" ধ্বনি দি বহি থাকিল। আমি জেলৰ পৰা প্ৰতিবাদ কৰিলো।

## ১৯৫১-৫২ চনৰ সাধাৰণ নিৰ্ব্বাচন

এই নিৰ্ব্বাচন ১৯৫১ চনৰ ২৫ অক্টোবৰৰ পৰা ১৯৫২ চনৰ ২৪ ফেব্ৰুৱাৰী পৰ্য্যন্ত চলে। পাৰ্লিয়ামেণ্টৰ নিৰ্ব্বাচনত কংগ্ৰেছ দলে ভোট পায়—৪৪.৫ শতাংশ—কিন্তু তেওঁলোকে আসন লাভ কৰে ৭৪.৩ শতাংশ। ভাৰতৰ কমিউনিষ্ট দলে আৰু তেওঁলোকৰ সহযোগী সকলে মিলি—মুঠ ভোট পায় ৬.৭ শতাংশ, আৰু আসন পায় ১০ শতাংশ: সমাজতন্ত্ৰী সকলে ভোট পায় ১২.৬ শতাংশ আৰু আসন লাভ কৰে ৫ শতাংশৰো কম। দক্ষিণ পন্থী দল—হিন্দু-মহাসভা, ৰামৰাজ্য পৰিষদ আৰু জনসংঘই ভোট পায় ৪.৮ শতাংশ কিন্তু আসন পায় ১০ শতাংশ। সেইবাৰ পাৰ্লিয়ামেণ্টৰ ৪৮০ খন আসনৰ নিৰ্ব্বাচন হৈছিল। আনহাতে ৰাজ্যবিধান সভা বিলাকত কংগ্ৰেছে মুঠ ভোটৰ ৪২ শতাংশ লাভ কৰে—আৰু আসন পায় ৬৫.৭ শতাংশ অৰ্থাৎ ২২৪৮ খন। কমিউনিষ্ট দল আৰু কমিউনিষ্ট দলৰ সহযোগী সকলে মিলি—আসন পায় ২৩৪ খন। দক্ষিণ পন্থী সমাজতন্ত্ৰী দল বিলাকে পায় ২০৪ খন, আৰু সোপন্থী দল তিনিটাই পায়—৮৭ খন আসন।

কংগ্ৰেছ দলৰ নেতৃত্বত গঢ়ি উঠা স্বাধীনতা সংগ্ৰামৰ প্ৰভাৱত নেহৰু আৰু অন্যান্য ৰাষ্ট্ৰীয় নেতাৰ ব্যক্তিত্বৰ প্ৰভাৱত, আৰু সকলো শ্ৰেণীৰ লোককেই প্ৰতিশ্ৰুতি দানৰ কৌশলত কংগ্ৰেছ দল কৃতকাৰ্য্য হোৱাৰ ফলত—কংগ্ৰেছে কম সংখ্যক ভোট পায়ো বহু-সংখ্যক

আসন পাইছিল। তাৰ উপৰিও বিভিন্ন দল/উপদল আৰু ব্যক্তিগত প্ৰাৰ্থীৰ সংখ্যাৰ বাহুল্যয়ো কংগ্ৰেছ দলক সহায় কৰিছিল। টকা-পইছা খৰছ কৰাৰ ক্ষেত্ৰতো কংগ্ৰেছৰ কোনো অসুবিধা নাছিল। কংগ্ৰেছ দলেই সমাজতান্ত্ৰিক সমাজ ব্যৱস্থা গঢ়িব বুলি—দুখীয়া মানুহৰ দুখ মোচন কৰিব পাৰিব বুলি সাধাৰণ মানুহৰ মনত ধাৰণা সৃষ্টি কৰিব পাৰিছিল। এইটোও স্বীকাৰ কৰিব লাগিব— যে কংগ্ৰেছ দলে গ্ৰহণ কৰা বহু কাৰ্য্যসূচীয়ে—নতুনকৈ স্বাধীনতা লাভ কৰা অনুন্নত ধাৰণাৰ মানুহ বিলাকৰ মানসত কিছু আকৰ্ষণো সৃষ্টি কৰিব পাৰিছিল।

## জেলৰ পৰা ওলালো

গুদো বৰ্মণৰ মৃত্যুদণ্ড সম্পৰ্কত মোৰ ওপৰত আৰু হেমন্ত বৰ্মণৰ ওপৰত ৰুজু হোৱা মোকৰ্দ্দমাৰ বিষয়ে আগতে কৈছোহক। আদালতত নিৰ্দ্দোষী বুলি সাব্যস্ত হোৱাত দুজনকে ছেছন কোৰ্টে খালাছ দিলে। জেলৰ পৰা খালাছ হোৱাত গুৱাহাটীৰ আৰু বেলশৰ অঞ্চলৰ বিপুল উল্লাস আৰু আশিৰ্ব্বাদ আমালোকে পালোহক। জেলৰপৰা খালাছ পোৱা সময়ত শৈলেন মেধিয়ে দি যোৱা গাৰু, আঠুৱাখন মোৰ লগতে নিছিলো—তাকেই কিছুদিন ব্যৱহাৰ কৰিলো। তেতিয়া নিজৰ বুলিবৰ কানি কাপোৰ নাছিলেই। বিমলা আৰু মই ডাঙৰ ঘৰটো সংলগ্ন টিনৰ চালি এখনতেই অতি অসুবিধা আৰু কষ্টৰ মাজেৰে কটালো। দুটা মানুহ—আয় উপাৰ্জন নাই—দাদাৰ ওপৰতেই নিৰ্ভৰ কৰাটো মনে মনে বেয়া লাগি আছিল। দাদাৰ ল'ৰা-ছোৱালী কেইটিও সৰু—সিহতকো তেখেতে খৰছ বহন কৰিব লাগে। ইতিমধ্যে দাদাৰ ডাঙৰ ল'ৰা কনক সেন ডেকাক পুলিছে গ্ৰেপ্তাৰ কৰি কিছুদিন জেলত ৰাখিছিল—ডাঙৰ ছোৱালী শ্ৰীমতী সৰলাক পুলিছে বেটেৰে কোবাইছিল—বন্দুক-বাৰুদ কত

আছে নেজানো বুলি কোৱা বাবে। তেতিয়া নীলমণি সৰু ২ বছৰীয়া। মনো আৰু অতুলো বহু সৰু। এটা অস্বস্তিকৰ অনিশ্চিত ভবিষ্যতৰ সমূখীন হোৱা যেন হলো। পাৰ্টীৰো তেতিয়া কৰিব লগীয়া কোনো কাম নাছিল।

## ওঠৰ দিনীয়া বাসু গাওঁ সন্মিলন

গোৱালপাৰা জিলাৰ বাস্থগাওঁ ৰেলষ্টেশ্যনৰ পৰা ৩/৪ মাইল দূৰত এটা ৰিজাৰ্ভত বিপ্লৱী কমিউনিষ্ট দলৰ ১৮ দিনীয়া সৰ্ব্ব-ভাৰতীয় সন্মিলন অনুষ্ঠিত হয় ১৯৫৩ চনত। সেই চনৰে ১ জানুৱাৰীত বিপ্লৱী কমিউনিষ্ট দলৰ ওপৰত থকা নিষেধাজ্ঞা প্ৰত্যাহাৰ কৰা হয়। কমৰেড কামিনী শৰ্মাই ১৯৫৩ চনৰ ১৭ জানুৱাৰীত বৰপেটা চহৰৰ বিৰাট জনসভাত আত্মপ্ৰকাশ কৰে। ৺হৰেণ কলিতা, উপেন দাস আৰু কেইজনমান কমৰেডে আত্মপ্ৰকাশ কৰে নবীন বৰদলৈ হলৰ প্ৰাঙ্গনত—আমি জেলৰপৰা খালাছ পোৱাৰ পিচদিনা—আমাক সম্বৰ্দ্ধনা জনাবলৈ আহ্বান কৰা প্ৰকাণ্ড ৰাজহুৱা সভাত।

জেলত আলোচনা কৰি সিদ্ধান্ত লোৱাৰ পিছত মই কিন্তু জেলৰপৰা ওলায়েই ঐক্যবদ্ধ কমিউনিষ্ট দল গঢ়াৰ সপক্ষে—কামিনী শৰ্মা, নবীন মেধি, হেমন্ত বৰ্মণ, ৰতি স্বৰ্গীয়াৰী আদি বিভিন্ন কমৰেডৰ মাজত প্ৰচাৰ চলাইছিলো। তেখেত সকলে মোৰ যুক্তিবোৰ মানি লৈছিল।

বাস্থগাও পাৰ্টী সন্মিলনলৈ গলো। জিলা আৰু বিভিন্ন প্ৰদেশৰ কাৰণে প্ৰয়োজনীয় কোঠা প্ৰস্তুত কৰা হৈছিল। সন্মিলনৰ কাৰণে প্ৰকাণ্ড বন্ধ পেণ্ডেল তৈয়াৰ কৰা হৈছিল। ডাঙৰ ৰান্ধনীশালা তৈয়াৰ কৰা হৈছিল। গোৱালপাৰাত তেতিয়া পাৰ্টীৰ যথেষ্ট বাঢ়ন। কমৰেড বিপিন দৈমাৰী, অৰুণ ৰায়, শৰৎ ৰাভা, তৰুণ চৌধুৰী,

বোধন ৰায়, মোহিনী ব্ৰহ্ম আদি বহুতো পাৰ্টীৰ সক্ৰিয় ও সৰ্ব্বক্ষণৰ কৰ্মীয়ে কাম কৰিছিল। তেখেত সকলৰ নামবোৰ পাহৰিছো। এই কৰ্মী সকলৰ প্ৰচেষ্টাতেই সন্মিলণৰ বাবে বিৰাট প্ৰস্তুতি কৰিব পৰা হৈছিল। ওচৰৰ গাওঁৰ মানুহ বিলাকৰো মোটামুটি অবস্থা বেয়া নাছিল। ওচৰৰ বেচিভাগ পৰিয়ালৰেই ৰেডিৱ, ভাল ঘৰ-দুৱাৰ দেখিবলৈ পোৱা হৈছিল। চাহ-ভাতৰ সমস্ত খৰচ তেখেত সকলে বহন কৰিছিল।

মই, হেমন্ত আৰু নবীন মেধি কামৰূপ কেম্পত কিছু সময় থকাৰ পিছতেই কমৰেড গোবিন্দ কলিতা, শ্ৰীহৰি বৰ্মণ আদিয়ে আমাক উদ্দেশি কবলৈ ধৰিলে যে যি সকলে কমিউনিষ্ট দলৰ লগত যাব খোজে—তেওঁলোকক শেষ কৰি দিয়া হব—আৰু কিবা কিবি। উত্তপ্ত পৰিস্থিতি এটা লক্ষ্য কৰি আমালোকে কেম্পৰ পৰা গুচি আহিলো—আৰু গাৱৰ মানুহ এঘৰত থাকিবলৈ ললো।

বিভিন্ন ৰাজনৈতিক পৰিস্থিতি, অৰ্থনৈতিক অবস্থা আদি আলোচনা কৰি, দলৰ সাংগঠনিক কাম-কাযৰ পৰ্য্যালোচনা কৰি সন্মিলনৰ সুদীৰ্ঘ সময় কটাই দিয়া হ'ল। বিশ্বৰ শান্তি আন্দোলন, সহ-অবস্থান আদি সমৰ্থন কৰি আৰু ঐক্যবদ্ধ কমিউনিষ্ট দল গঠনৰ লক্ষ্য আগত ৰাখি এটা ৰাজনৈতিক প্ৰস্তাৱ সভাত উপস্থাপিত হল। এই প্ৰস্তাবৰ বিৰোধিতা কৰি অসমৰ কমৰেড হৰেণ কলিতা, হৰিদাস ডেকা, উপেন দাস, কমলা মজুমদাৰ, ছত্ৰসিং টেৰণ, লোকনাথ বৰুৱা, অৰবিন্দ ঘোষ, বানেশ্বৰ শইকীয়া, গোবিন্দ কলিতাৰ নেতৃত্বত এটা স্বকীয়া ৰাজনৈতিক প্ৰস্তাব উত্থাপিত হ'ল। এই নতুন প্ৰস্তাবত শান্তি আন্দোলন, সহ-অবস্থান, বিশ্বযুদ্ধৰ সম্ভাবনা, কমিউনিষ্ট ঐক্য—আটাই বোৰৰেই বিৰোধ কৰা হ'ল।

কিন্তু আচৰিত কথা যে এই দুয়োটা ৰাজনৈতিক প্ৰস্তাবৰ ওপৰত বক্তব্য ৰাখিবলৈ প্ৰতিনিধি সকলক মাত্ৰ ৫ মিনিটকৈ সময়

দিয়া হ'ল। অৱশ্যে নিজৰ ভাগৰ এই ৫ মিনিট সময়খিনি অইন এজনকো বদলি দি বক্তৃতা দিয়াব পাৰি। তেনেদৰেই আলোচনা আৰম্ভ হ'ল।

মই, কামিনী শৰ্মা, নবীন মেধি, হেমন্ত বৰ্মণ আৰু ৰতি স্বৰ্গীয়াৰীয়ে বহি স্থিৰ কৰিলো যে আমাৰ সময়খিনি আমি চিন্তাহৰণ কলিতাক দিম আৰু তেৱেঁই আমাৰ দৃষ্টিকোণ দাঙি ধৰিব। চিন্তা দা সন্মত হ'ল। চিন্তাহৰণে প্ৰায় ৩০ মিনিট সময় পালে। কিন্তু মই মোৰ সময় খিনি চিন্তাদাক দিবলৈ খোজাত সভাপতি মণ্ডলীয়ে অনুমতি নিদিলে আৰু মোৰ নিজৰ বক্তব্য ৰাখিবলৈ কলে।

মই উঠি প্ৰথমটো ৰাজনৈতিক প্ৰস্তাবৰ সমৰ্থনত বক্তৃতা দিবলৈ ধৰোতে—পশ্চিম বঙ্গৰ ৮ জন কমৰেডে তেখেত সকলৰ ভাগৰ মুঠ ৪০ মিনিট সময় মোৰ বৰাবৰে দি দিলে। গতিকে মই ৪৫ মিনিট সময় জুৰি প্ৰথমটো ৰাজনৈতিক প্ৰস্তাবৰ সপক্ষে যুক্তি দাঙি ধৰিলো। মোৰ যুক্তিৰ সমৰ্থনত বহুতবাৰ হাততালিৰে সমৰ্থন পালো। দুয়োটা প্ৰস্তাবৰ ওপৰত ভোট হ'ল। আমি প্ৰায় ৬০ টা ভোট আৰু বিৰোধী পক্ষই প্ৰায় ৯০ টা মান ভোট পালে। আমাৰ প্ৰস্তাব অগ্ৰাহ্য হ'ল। আহিবৰ সময়ত ছত্ৰসিং টেৰণ আৰু অৰবিন্দ ঘোষ একে ট্ৰেইনতে আহিল। সুধিলো জেলত হোৱা আলোচনা আৰু সিদ্ধান্ত বিলাকৰ তোমালোকে কিয় বিৰোধ কৰিলা। অৰবিন্দই দুখ প্ৰকাশ কৰি কলে—"বৰ বেয়া কৰিলো। হৰেণ কলিতা আৰু হৰিদাস ডেকাৰ প্ৰভাবত—ভয়তে তেনেকুৱা হ'ল"।

হৰেণ কলিতা, হৰিদাস ডেকা হঁতৰ নেতৃত্বৰ প্ৰতি আস্থা হেৰুৱালো। কাম-কাজৰ সহযোগিতাও ক্ৰমে ঢিলা হ'ল। তেওঁলোকৰ পৰামৰ্শবোৰ যুক্তিহীন বুলি ধাৰণা হ'ল। বিপ্লৱী কমিউনিষ্ট দল ক্ৰমে সোলোক-ঢোলোক হৈ পৰিল।

৩/৪ মাহ মান যোৱাৰ পিছতেই বিৰোধী প্ৰস্তাৱৰ পক্ষে থকা কমৰেড হৰেণ কলিতা, হৰিদাস, অৰবিন্দ, ছত্ৰসিং আদি কমৰেডৰ মাজত পৰিবৰ্ত্তন আহি পৰিল। তেওঁলোকে কলে যে বাস্থগাওঁ অধিবেশনত তেওঁলোকে সমৰ্থন কৰা প্ৰস্তাৱটো ভুল আছিল। তেওঁলোকেও ঐক্যবদ্ধ কমিউনিষ্ট দল গঠনৰ সপক্ষে। তেওঁলোকে প্ৰস্তাৱ দিলে যে লগ হৈ কাম কৰা দৰ্কাৰ; আৰু যি সকলে ঐক্যবদ্ধ কমিউনিষ্ট দলত যোগ দিব খোজা নাই তেওঁলোককো একেমতলৈ উপনীত কৰাৰ যত্ন কৰা কৰ্ত্তব্য। আমি সন্মত হলো। ৺হৰেণ কলিতা তেতিয়া অসুস্থ। তেখেতৰ ঘৰতেই এই বিলাক আলোচনা হ'ল।

## বিপ্লৱী কমিউনিষ্ট দলৰ কলিয়াবৰ সন্মিলন

সেই সময়ত ৰাজ্যিক ছেক্ৰেটাৰীৰ দায়ীত্ব কমৰেড কামিনী শৰ্মাৰ হাতত আছিল। কমৰেড গোবিন্দ কলিতা, সুধীন কুমাৰ, বিমলানন্দ আৰু কেবাজনো কমৰেডে বিপ্লৱী কমিউনিষ্ট দলৰ সন্মিলন খন নগাওঁ জিলাৰ কলিয়াবৰত পতা বুলি বাতৰি প্ৰচাৰ হ'ল। তেতিয়ালৈ বিপ্লৱী কমিউনিষ্ট দলৰ সংগঠনত বিভাজন হোৱা নাছিল। ৺হৰেণ কলিতাৰ ঘৰত বহি স্থিৰ কৰিলো আমিও সেই সন্মিলনত যোগদান কৰা উচিত হব। আমাৰ মতামত পাৰ্টী সন্মিলনত ডাঙি ধৰাটো উচিত হব। মই আৰু কামিনী শৰ্মা এদিন আগতে যাম,— অৰবিন্দ ঘোষ আৰু ছত্ৰসিং টেৰাণ এদিন পিছত যাব চপোৱা প্ৰচাৰ পত্ৰ লৈ।

মই আৰু কামিনী শৰ্মা গৈ পোৱাৰ পিচত কমৰেড সকলৰ ব্যৱহাৰ বৰ শীতল যেন অনুমান হ'ল। তেওঁলোকে মাতিব নোখোজে।

অবশেষত গোবিন্দ কলিতা আৰু বেজবৰুৱাই আমি কিয় আহিছো ৰুঢ় ভাষাত প্ৰশ্ন সুধিলে।

কোনোমতে আবেলি পৰৰ পতাকা উত্তোলনৰ সময়লৈ থাকিলো। আশা কৰিছিলো—সন্মিলন কক্ষত সোমাব দিব। পতাকা উত্তোলন হোৱাৰ পিছত আমাক পেণ্ডেলত সোমাব নিদিলে। গুৱাহাটীৰ বি-বৰুৱা কলেজৰ প্ৰতিষ্ঠাপক ৺কেশৱ চন্দ্ৰ বৰুৱাৰ কোনো সম্পৰ্কীয় ডেকা এজনে আমালোক দুজনক তেওঁৰ ঘৰলৈ মাতি নি সুধিলে—ময়ে তৰুণ সেন ডেকা নেকি? তেখেতে গোপনে জনালে যে আমালোকে সোনকালে সেই ঠাই এৰি নগলে বিপদ হব পাৰে—তেওঁ কিবা-কিবি আলোচনাৰ গম পাইছে। তেতিয়া সন্ধিয়া হৈছে। তেওঁৰ পৰামৰ্শমতে—শৰ্মা আৰু মই কলিয়াবৰ বজাৰলৈ খোজ ললো। অনুমান হ'ল—কোনোবাই আমাক অনুকৰণ কৰা বুলি। ৰাতিৰ এন্ধাৰত ধৰিব নোৱাৰি। জুইৰ পোহৰ দেখি এঘৰ মানুহক মাতিলো—তেওঁলোকে দুৱাৰ নুখুলিলে। অতি উত্তেজনা আৰু উদ্বেগেৰে কলিয়াবৰ বজাৰ পালো। এখন বন্ধ দোকানৰ বাৰান্দাত পৰি থকা চালপিৰা এখনত দুয়োজনে পিঠিত পিঠি লগাই দুফালে লক্ষ্য কৰি—বহি বহি ৰাতিটো কটালো। পুৱাবেলা অসম চৰকাৰৰ গুপ্তচৰ বাহিনীৰ বিষয়া ৺কালিচৰণ হাজৰিকা আহি ওলাল। কলে "ওৰে নিশা আপোনালোকক পহৰা দিওতে আমিও শুব নোৱা-ৰিলো।" "আপোনালোক দুজনক অপৰ পক্ষই আক্ৰমণৰ প্ল্যান কৰিছিল"।

৺অৰবিন্দ ঘোষ আৰু ছত্ৰসিং পিচদিনা আহিছিল। তেওঁ-লোককো সভাকক্ষত সোমাব দিয়া নহল, আৰু ভীতি প্ৰদৰ্শন কৰি খেদি পঠিৱালে।

এইদৰে মূল বিপ্লৱী কমিউনিষ্ট দলৰ পৰা এখেত সকলে ফালৰি কাটি বিপ্লৱী কমিউনিষ্ট দলৰ নামত বিশেষ সন্মিলন পাতিলে, আৰু দলটোৰ বিভাজন কৰিলে।

## কমিউনিষ্ট আৰু বিপ্লৱী কমিউনিষ্ট দলৰ ঐক্যবদ্ধ সংগঠনৰ সিদ্ধান্ত

বিপ্লৱী কমিউনিষ্ট দলৰ সন্মিলন ১৯৫৪/৫৫ চনত গুৱাহাটীৰ কাৰ্জন হলত ( বৰ্ত্তমানৰ নবীন বৰদলৈ হলত ) বহে। ইয়াৰ কেদিনমান আগতে পাৰ্টীৰ প্ৰতিষ্ঠাপক নেতা ৺হৰেণ কলিতাৰ মৃত্যু হয়। কলিতাৰ মৃত্যুত সন্মিলনে গভীৰ শোক প্ৰকাশ কৰে আৰু তেওঁৰ স্মৃতি সুঁৱৰি নিম্নোক্ত গীত ফাকি সন্মিলনত গোৱা হয়, সকলো সদস্যই ঠিয় হৈ তেখেতৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰে।

" অগৰু ঢালিলো চন্দন সানিলো
নমালো ৰঙা নিচান
বজ্ৰ মুঠি তুলি, জনালো তোমালৈ
কমৰেড, লাল চালাম।"

সকলো প্ৰতিনিধিৰ চকুত পানী ওলায়—চকুলোৰে কমৰেড কলিতাৰ স্মৃতিৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰে।

এই সন্মিলনত কমিউনিষ্ট পাৰ্টীৰ নেতা কমৰেড অচিন্ত্য ভট্টাচাৰ্য্য উপস্থিত থাকে—সন্মিলনৰ প্ৰতি স্বাগতম ও অভিনন্দন জনায়। সন্মিলনৰ মূল প্ৰস্তাবত উল্লেখ কৰা হয়—ঐক্যবদ্ধ কমিউনিষ্ট আন্দোলনৰ প্ৰয়োজনৰ কথা। বিপ্লৱী কমিউনিষ্ট দলৰ উপস্থিত সদস্য সকলে ঐক্যবদ্ধ কমিউনিষ্ট সংগঠন গঢ়ি তোলাৰ কাৰণে ভাৰতৰ কমিউনিষ্ট দলত যোগদানৰ সিদ্ধান্ত গ্ৰহণ কৰে।

## উপেন দাসৰ মৃত্যু

উপেন দাস মোৰ সহপাঠী আছিল। নাৰায়ণ দাসৰ পিছত কটন কলেজ ছাত্ৰ ইউনিয়নৰ ছেক্ৰেটাৰীৰ দায়ীত্ব উপেন দাসে বহন কৰিছিল। ধুনীয়া চেহেৰাৰ এই মানুহজন সকলোৰে মৰমৰ

আৰু আদৰৰ আছিল। অসম পাৰ্টীৰ ছেক্ৰেটাৰীৰ দায়ীত্ব কিছু-দিনৰ কাৰণে উপেন দাসে বহন কৰিছিল। যোগ্যতা সম্পন্ন ব্যক্তি আছিল। মই বেলশৰত থাকোতেই খবৰ পালো উপেন দাসে বিষ খাই আত্মহত্যা কৰিছে। কি মনৰ দুখত, বেজাৰত বা আঘাত-তত এই ডেকা মানুহজনে বিষ খাই আত্মহত্যা কৰিলে সি আজিও স্পষ্ট ও পৰিস্কাৰ নহল। কিছুমান মানুহে প্ৰচাৰ কৰিছিল—দলৰ কোনোবা প্ৰেয়সীয়ে তেওঁৰ ভালপোৱাৰ প্ৰতি অবজ্ঞা কৰিছিল আৰু এই অবজ্ঞা কৰা কাৰণেই ৮দাসে মৃত্যুবৰণ কৰিলে। এই প্ৰচাৰ কিমান দূৰ সত্য— কোন প্ৰেয়সী সেইজনী—এইবোৰ বিষয় এতিয়াও অজ্ঞাত সাথৰ হৈয়েই থাকিল। এটা কথা থিক যে ৰাজনৈতিক কাৰণত দাসৰ আত্মহত্যাৰ ঘটনা হব নোৱাৰে। গতিকে কোনো ব্যক্তিগত কাৰণতেই মনৰ আঘাতত তেওঁৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যুত দলৰ অপূৰণীয় ক্ষতি হ'ল। দেশে এজন সমাজতান্ত্ৰিক বিপ্লৱীক অকালতে হেৰুৱালে।

উপেন দাসৰ মৃত্যুত মই বেছিকৈ মনোকষ্ট পালো।

## আইন মহাৱিদ্যালয়ত পুনৰ প্ৰৱেশ
## হাইস্কুলত শিক্ষকতাৰ দায়িত্ব

গুৱাহাটীৰ আৰ্ল ল কলেজত ১৯৪৭/৪৮ চনত কিছুদিনৰ কাৰণে অনিয়মীয়াকৈ পঢ়িছিলো। আগৰ পঢ়া কাল ডোখৰ যোগ দি—মোক নতুনকৈ প্ৰৱেশ কৰিবলৈ দিব লাগে বুলি কলেজ কৰ্তৃ-পক্ষক আবেদন জনালো। আবেদন মঞ্জুৰ হল। কিন্তু গুৱাহাটীত থাকি পঢ়াৰ বাবে মোৰ খৰছ নাই। তেতিয়া বেলশৰৰ ভুৱনেশ্বৰ পাটোৱাৰী, তৰুন মহন্ত, হোমেশ্বৰ ডেকা, ধীৰো মেনা, বালেক মহাজন, ভাৰত সেন ডেকা আদি বন্ধু সকলে কিছু টকা যোগাৰ

কৰি দিলে আৰু গুৱাহাটীলৈ আহিবলৈ কলে। ভতিজা ৺পদ্মসেন ডেকাৰ খেৰি ঘৰ এটা ভৰলুমুখত আছিল—পদ্মই সেই ঘৰটোত মোক থাকিবলৈ কলে। শ্ৰীকান্ত চৌধুৰীয়ে তেওঁৰ পুৰণা ছাইকেল এখনো দিলে—কলেজলৈ অহাযোৱা কৰাৰ কাৰণে। লগত অনা পইছাখিনি দুমাহৰ ভিতৰতে শেষ। এটা টিউশ্যন ললো—লৰাটোৰ ব্যবহাৰ দেখি এদিন গৈ আৰু যোৱা নহল। তেতিয়া বিপ্লৱী কমিউনিষ্ট দলৰ লোকে টিউশ্যন পোৱাও কঠিন। ভয় আৰু আতঙ্কত মানুহে টিউশ্যন দিব নোখোজে।

সোনাৰাম হাইস্কুলত কাম কৰি থকা শিক্ষক দুৰ্গেশ্বৰ দাসক লগ পালো। তেও আমাৰ ছাত্ৰ ফ্ৰন্টত আগেয়ে কাম কৰিছিল। তেওঁ এটা প্ৰস্তাৱ লৈ আহিছিল। প্ৰস্তাবটো হল— জালুকবাৰী এম-ই-স্কুলখন স্থানীয় ৰাইজে হাইস্কুল কৰিব খোজে। তাৰ কাৰণে দুজন গ্ৰেজুৱেট শিক্ষক লাগে। তেওঁ মোক অনুৰোধ জনালে হাইস্কুলৰ হেডমাষ্টৰৰ দায়ীত্ব গ্ৰহণ কৰিবলৈ—তেনেক্ষেত্ৰত তেৱো সহকাৰী হেডমাষ্টৰৰ দায়ীত্ব লব। মাহিলী ৬০ টকাৰ বেচি নহব। দৰমহা একেলগে দিব পৰা নহব। মই মান্তি হলো—এই চৰ্ত্তত যে হেডমাষ্টৰৰ দায়ীত্ব মই লব নোৱাৰিম। মই সহকাৰী হেডমাষ্টৰহে হব পাৰিম। জোৰকৈ ধৰাত দাসে হেড-মাষ্টৰৰ দায়ীত্ব লবলৈ সন্মত হ'ল।

হাইস্কুল আৰম্ভ হ'ল। তেতিয়া মালিগাৱত ৰেলৰে কলনি হোৱা নাছিল—ৰেলৰে হেডঅফিছো হোৱা নাছিল। ঠাইবোৰ খালি হৈ পৰি আছিল। বিশ্ববিদ্যালয়ৰ ঘৰ কিছুমান সাজিবলৈ আৰম্ভ কৰিছিল মাথো—এটা ঘৰো সজা হৈ উঠা নাছিল।

ৰাস্তাত গাড়ী ঘোৰাৰ ভিৰ খুব কম আছিল। তেতিয়া চিটিবাছো চলা নাছিল। গতিকে পুৱাতে ল-কলেজৰ ক্লাছ কৰি ভৰলুমুখৰ পৰা ছাইকেল লৈ জালুকবাৰী হাইস্কুললৈ যাওঁ।

স্কুল কৰ্তৃপক্ষই বৰ মৰম কৰিছিল—ছাত্ৰ সকলেও খুব সন্মান কৰিছিল—শিক্ষক সকলৰ মাজতো সদ্ভাৱ আছিল।

এদিন দেখিলো গাড়ীগাওঁৰ শ্লুইচ-গেট উদ্বোধন কৰিবলৈ ৺সিদ্ধিনাথ শৰ্মাদেৱ আৰু তেখেতৰ লগত স্থানীয় এম-এল-এ ৰাধিকামোহন দাস আহিছিল। শৰ্মা দেৱ তেতিয়া মন্ত্ৰী আছিল। তেখেতসকল উভতি যোৱাৰ সময়ত মই আৰু অন্যান্য শিক্ষক সকলে ৰাস্তাৰ কাষতে ঠিয় দি চাইছিলো। দেখিলো ৰাধিকাদাসে মোৰ ফালে-গল ঘূৰাই ঘূৰাই কেবাবাৰো চাই গৈছে। সিদিনাই ৰাতি দাস ডাঙৰীয়াই স্কুলৰ সভাপতিজনক গুৱাহাটীলৈ মাতি নিয়ে আৰু মোক কিয় স্কুলত ৰাখিছে প্ৰশ্ন কৰে। সভাপতিজনক হেনো কলে যে যদি স্কুলৰ গ্ৰাণ্ট লাগে তেনেহলে তৰুণ সেনক স্কুলৰ পৰা খেদিব লাগিব। সভাপতিয়ে পিচদিনা আমাক কথাটো কলেহি আৰু লগতে কলে যে "ৰাধিকাৰ ভয়ত আমি ডেকা মাষ্টাৰক স্কুলৰ পৰা কেতিয়াও নেখেদো— চাওচোন ৰাধিকা কিমান পানীৰ মাছ।" সভাপতিজন খেতিয়ক মানুহ হলেও বৰ এককথাৰ মানুহ আছিল।

তথাপিও মই সন্দেহ কৰিছিলো—শাসক দলৰ এম-এল- এ জনৰ কথা এখেত সকলে শেষ পৰ্য্যন্ত মানিবলৈ বাধ্য হব। মই দুৰ্গেশ্বৰক লৈ পিচদিনা ৰাধিকা দাসৰ ঘৰত উঠিলো। মোক দেখিয়েই তেখেতে চুচুক-চামাক লগালে। মই সুধিলো—আপুনি বোলে মোক স্কুলৰ পৰা খেদিবলৈ কৈছে? উত্তৰত তেখেতে কলে তেনেদৰে কোৱা নাই। "মই কৈছিলো তুমি যাতে মোৰ বিৰুদ্ধে ৰাজহুৱা সভা নপতা—তাকেহে চাবলৈ কৈছো। তুমি স্কুলত কাম কৰি থাকা—মোৰ আপত্তি নাই।"

তেতিয়াৈল ল-কলেজৰ "ইণ্টাৰ" পৰীক্ষা পাছ কৰিছো—ফাইনেল দিবৰ সময় হোৱা নাই। স্থিৰ কৰিলো মোক্তাৰশ্বিপ পৰীক্ষা দি সোনকালে ব্যবসায় আৰম্ভ কৰাৰ, আৰু স্কুলৰ পৰা বিদায় লোৱাৰ। মোক্তাৰশ্বিপ পৰীক্ষা পাছ কৰিলো। স্কুলৰ কমিটী আৰু ছাত্ৰ সকলে মোক এৰি দিব নোখোজে—বৰ মায়া। এই মায়াৰ জৰিদাল জোৰকৈ চিঙি পেলাই স্কুলৰ পৰা ওলালো। গুৱাহাটীৰ নিম্ন আদালতত ওকালতি ব্যবসায় আৰম্ভ কৰিলো। পোষাক পৰিচ্ছদ কিনাৰ কাৰণে দূৰ্গেশ্বৰৰ পৰা ২৫০ টকা ধাৰ লৈ—কোট-পেণ্ট আদি কিনিলো। এডভোকেট ৺ৰজনী গোস্বামীয়ে দুখন পুৰণি আইনৰ কিতাপ দিলে। আমাৰ সম্বন্ধীয় মোমাইদেউ ৺কালিৰাম বৰ্মণক কিতাপৰ কথা কোৱাত—দিব নোৱাৰিলে;—প্ৰমোদক লাগিব। প্ৰথমদিনা কোৰ্টলৈ গৈয়েই কেছ এটা পালো—এজন কনা মানুহৰ কেছ; গৰু চুৰিৰ অভিযোগ। বেলশৰৰ মহৰী লক্ষেশ্বৰ পাটোৱাৰীয়ে কেছটো মোক দিলে—"ইষ্টফাচাৰি" কৰিব লাগে। ইষ্টফাচাৰি কি বুজি পোৱা নাই। নতুন মেজিষ্ট্ৰেট ৰাজেন গোস্বামীৰ আদালতত কেছটো। তেখেত অকলে বহি আছিল—ইষ্টফাচাৰি নো কি? কেনেকৈ কৰিব লাগে। তেখেতে বুজাই কলে—দুয়োজনে ধৰা-মেলা কৰি ইষ্টফাচাৰি কৰিলো—ফিজ পালো ২৲ দু টকা। প্ৰায় ২ মাহ মান গুৱাহাটী কোৰ্টত থকাৰ ভিতৰতে নলবাৰীত নতুনকৈ মেজিষ্ট্ৰেটৰ আদালত হ'ল। ৺জয় চোধুৰী দেৱে কলে "তুমি কিছুদিনৰ কাৰণে নলবাৰীলৈ যোৱা। মোক্কেলৰ প্ৰতি সৎ হবা। প্ৰত্যেকটো কেছৰ ধাৰা বিলাক কেছ চলোৱাৰ আগতে এবাৰ পঢ়ি চাবা।" ইতিমধ্যে নলবাৰীৰ পৰা কমৰেড লোহিত দাস অৰুণ দাসহত আহি মোক নলবাৰীলৈ নিয়াত লাগিল। তেখেত সবলৰ কথামতে এদিন নলবাৰীলৈ গলো। থাকিবৰ ঠাই

নাই। লোহিত দাস, অৰুণ দাস আৰু হৰমোহন দাসে—এটা সৰু খেৰি ঘৰৰ সৰু ৰুম এটাত দুখন বিচনা পাতি থকা কৰিছিল। তাতেই মোকো থাকিবলৈ দিলে। প্ৰায় ২ মাহ মান লোহিত দাসৰ ৰুমত থাকি—তেওঁলোকৰ ঘৰত খোৱা-বোৱা কৰি কটালো। কমৰেড নৰেণ দত্ত হতৰ পুৰণি আধাভঙা ঘৰ এটা খালি হ'ল। মেৰামতি কৰি লব লাগিল—৮০৲ টকা মান খৰছ পৰিল। মাহিলী ২৫৲ টকা ভাৰাত ঘৰটো ললো—চেয়াৰ টেবুল নাছিল। দত্তৰ দেউতাকৰ হোমিওপাঠীক চিকিৎসাৰ চেম্বাৰত থকা টুলখন মাজে মাজে আনো—গ্ৰাহক আহিলে তেখেতে লৈ যায়। এনেদৰে কিছু-দিন চলাৰ পিছত—অৰুণ দাসে আমৰ তক্তাৰ চালপিৰা এখন আৰু এখন বেঞ্চি সাজি দিলে। এদিন সন্ধিয়া মেজিষ্ট্ৰেট ৺পৰমেশ্বৰ দাসগুপ্ত মোৰ ঘৰত সোমাই আহিল। কিহত বহিব দিও। অলপ আগতে দত্তৰ দেউতাকৰ ৰুমৰ পৰা আনি থোৱা টুলখনকেই আগ-বঢ়াই দিলো। কথা-বতৰা পাতি তেখেত যোৱাৰ পিছতেই ১১৲ টকাকৈ দুখন শালকাঠৰ ৰেডিমেড চেয়াৰ কিনি আনিলো।

এই ভাবেই কষ্টৰ মাজেৰে নলবাৰীত ওকালতি আৰম্ভ কৰিলো। ৮/১০ জন উকীল মোক্তাৰ থাকিলেও আইনৰ অভিজ্ঞতা থকা উকীলৰ সংখ্যা প্ৰায় নাছিলেই। মেজিষ্ট্ৰেট দাসগুপ্তই আমাক সহায় কৰিছিল। তাৰ উপৰিও আইনৰ সকুকথা বোৰো নিজে পঢ়িহে জানিব পৰা হৈছিলো।

তেতিয়াৰ পৰা ১৯৮০ চনলৈ মই নলবাৰীতেই থাকিলো। এই সময়তে নলবাৰীত মুন্সিফ কোৰ্ট হ'ল, মহকুমা হ'ল, মহকুমাধি-পতিৰ কাৰ্যালয় হ'ল—উকীলখানা সজা হ'ল, উকীলখানাৰ মাটিৰ কাৰণে মুখ্যমন্ত্ৰী চলিহাৰ ওচৰলৈ সজাতি দল যোৱা হ'ল।

এতিয়া আকউ নলবাৰী জিলা হ'ল—জিলা ছেছন জজ আৰু জিলা জজৰ আদালতো বহিল।

## ভাৰতৰ কমিউনিষ্ট দলৰ ১৯৫১ চনৰ সন্মিলন

নবীন বৰদলৈ হলত হোৱা বিপ্লৱী কমিউনিষ্ট দলৰ সন্মিলনৰ সিদ্ধান্ত অনুসাৰে—আমি ভাৰতৰ কমিউনিষ্ট দলত যোগদান কৰিলো। কিন্তু অন্য দলটোৱে বিপ্লৱী কমিউনিষ্ট পাৰ্টী চলাই থাকিল।

ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়ে—১৯৪৮ চনৰ সন্মিলনৰ পিছত ১৯৫১ চনত কলিকতাত সন্মিলন পাতে। এই সন্মিলনে গুৰুত্বপূৰ্ণ সিদ্ধান্ত সমূহ গ্ৰহণ কৰে। পাৰ্টীৰ দুঃসাহসিক অস্ত্ৰ সংগ্ৰামৰ আচনি পাৰ্টীয়ে পৰিত্যাগ কৰে আৰু গণতান্ত্ৰিক নিৰ্ব্বাচন পদ্ধতিৰে চৰকাৰৰ পৰিবৰ্ত্তনৰ সম্ভাবনাৰ কথাত বিশ্বাস স্থাপন কৰে। নেহৰু চৰকাৰৰ চাৰিবছৰীয়া শাসনৰ প্ৰতি কঠোৰ সমালোচনা কৰে—আৰু কংগ্ৰেছ চৰকাৰখন ভাৰতৰ একচেতিয়া পুজিপতি আৰু সামন্তবাদৰ সন্মিলিত চৰকাৰ বুলি অভিহিত কৰে। অন্যান্য দাবীৰ লগতে—তলৰ দাবী সমূহ পাৰ্টীৰ কাৰ্য্যসূচীত গ্ৰহণ কৰা হয়।

পাৰ্টীয়ে দাবী জনায় যে ১৮ বছৰ বয়সৰ সকলো লোককেই ভোটাধিকাৰ দিব লাগে। আঞ্চলিক আৰু ৰাজ্যিক ভেটিৰ সস্থা বোৰৰ মনোনীত সদস্য সকলক নিৰ্ব্বাচনৰ যোগেদি—নিয়োগ কৰিবলৈকো দাবী জনোৱা হয়। মহিলা সকলৰ বিৰুদ্ধে থকা প্ৰগতিৰ বাধা সমূহ দূৰ কৰিবলৈ দাবী জনোৱা হয়। ভাষাৰ ভিত্তিত প্ৰদেশ বিলাকৰ পুনৰ গঠনৰ দাবী উত্থাপিত কৰা হয়। জনজাতি অঞ্চলৰ জনসাধাৰণৰ বিশেষ বিশেষ জীৱন পদ্ধতিৰ ওপৰত ভিত্তি কৰি—স্বায়ত্ব শাষিত অঞ্চল বা স্থানীয় চৰকাৰ গঠন কৰি সেই অঞ্চলৰ উন্নয়ণৰ বাবে সকলো প্ৰকাৰৰ সাহায্য দিবলৈ দাবী তোলা হয়। মাতৃভাষাৰ বিকাশ আৰু তাৰ মাধ্যমেৰে সকলো অঞ্চলতে শিক্ষাদানৰ ব্যৱস্থা কৰিবলৈকো দাবী জনোৱা হয়,—হিন্দী ভাষা ৰাষ্ট্ৰীয় ভাষা

ৰূপে স্বীকৃত হলেও অন্যান্য অঞ্চলত বাধ্যতামূলক ভাবে জাপি নিদিবলৈ কোৱা হয়। ৰাষ্ট্ৰৰ প্ৰশাসনীয় কাৰ্য্যৰ পৰা ধৰ্মক পৃথকে ৰখাৰ দাবী জনোৱা হয়; প্ৰাথমিক শিক্ষা বাধ্যতামূলক কৰিবলৈ দাবী জনোৱা হয়।

কৃষক সমস্যা আৰু কৃষি ব্যৱস্থাৰ সম্পৰ্কত ভূমিহীন আৰু কৃষিশ্ৰমিকক মাটিৰ ওপৰত স্বত্ব দানৰ দাবী জনোৱা হয়, ভূস্বামীৰ মাটিবোৰ বিনা ক্ষতিপুৰণে অধিগ্ৰহণ কৰিবলৈ কোৱা হয়। সামান্য সুদতে কৃষকক দীৰ্ঘ-ম্যাদী ঋণ দিয়াৰ দাবী জনোৱা হয়। কৃষকৰ কৃষিঋণ মাফ দিবলৈ,—কৃষিশ্ৰমিক সকলৰ মজুৰিৰ হাৰ বঢ়াই দিবলৈ—আৰু কৃষিত পানী যোগানৰ স্থায়ী ব্যৱস্থা কৰিবলৈ আৰু চৰকাৰী সাহায্য দিবলৈ দাবী জনোৱা হয়।

শিল্প প্ৰতিষ্ঠা আৰু বনুৱা সমস্যাৰ সম্পৰ্কত কোৱা হয় যে জাতীয় শিল্প প্ৰতিষ্ঠান সমূহক বিদেশী প্ৰতিযোগিতাৰ পৰা ৰক্ষা কৰিব লাগে,—আৰু দেশখনত "শিল্পায়ণৰ" ব্যবস্থা কৰিব লাগে। জনসাধাৰণৰ স্বাৰ্থৰ কাৰণত দেশৰ সকলো স্তৰৰ অৰ্থনৈতিক ব্যবস্থাৰ সংহতি প্ৰতিষ্ঠা কৰাৰ দিহা কৰিব লাগে; শ্ৰমিক শ্ৰেণীৰ জীবন ধাৰণৰ ব্যবস্থা, আৰু কৰ্ম ক্ষেত্ৰ সুস্থিৰ ভাবে চলাব লাগে, জনসাধাৰণৰ নিত্যপ্ৰয়োজনীয় সামগ্ৰীৰ মূল্য সুস্থিৰ ৰাখিব লাগে, দেশৰ ভয়াবহ ভগনীয়া সমস্যাৰ সোনকালে সমাধান কৰিব লাগে; ৮ ঘন্টীয়া কৰ্ম-সময় নিৰুপণ কৰিব লাগে; বনুৱা সকলৰ স্বাস্থ্যকৰ বাসস্থান, স্বাস্থ্যৰক্ষাৰ ব্যবস্থা, চিকিৎসা পদ্ধতিৰ উন্নতি সাধন কৰিব লাগে।

জাতীয় স্বধীনতাৰ ক্ষেত্ৰত কোৱা হয় যে বৃটিছ মূলধনী ব্যবস্থা আৰু শোষণৰ অবসান ঘটাব লাগে; বিনাক্ষতিপূৰণে বৃটিছ পুজি ৰাষ্ট্ৰীয়কৰণ কৰিব লাগে, বৃটিছ সম্ৰাজ্যৰ লগত সকলো সম্পৰ্ক

চিণ্ডিব লাগে, আৰু বৃটিছ কমনৱেল্থৰ লগত সকলো সম্পৰ্ক ছেদ কৰিব লাগে, বৃটিছ উপদেষ্টা সকলক নিজৰ নিজৰ পদৰ পৰা অব্যাহতি দিব লাগে।

পৰৰাষ্ট্ৰীয় নীতিৰ ক্ষেত্ৰত কোৱা হয়—যে শান্তিৰ কাৰণে নেৰা-নেপেৰা নীতি গ্ৰহণ কৰিব লাগে, আৰু শান্তিকামী সকলো দেশৰ লগত সৌভাত্ৰিক আৰু বন্ধুত্বমূলক সম্পৰ্ক স্থাপন কৰিব লাগে। সমতাৰ ভেটিত বিভিন্ন ৰাষ্ট্ৰৰ লগত অৰ্থনৈতিক সহযোগিতাৰ ব্যৱস্থা কৰিব লাগে ;—পাকিস্তান, সিংহল আৰু নেপালৰ লগত বন্ধুত্বমূলক সম্পৰ্ক স্থাপন কৰিব লাগে।

কমিউনিষ্ট পাৰ্টীয়ে বিশ্বাস কৰিছিল—যে সাম্ৰাজ্যবাদৰ জুৱঁলিৰ পৰা মুক্ত হোৱা এই বিৰাট উপমহাদেশখনক—সম্ৰাজ্যবাদী শক্তিয়ে গ্ৰাস কৰি আছে, আৰু গোলামী ও শোষণৰ হেঁচাত অবনমিত কৰি ৰাখিছে। মাৰ্ক্স, লেনিনৰ মহান দৰ্শনৰ দ্বাৰা—পৰিচালিত আৰু শ্ৰমিক শ্ৰেণীৰ দ্বাৰা সংগঠিত ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়ে—দেশখনক মুক্ত কৰি সমৃদ্ধিৰ পথত আগুৱাই নি পৃথিৱীৰ জাতি সমূহৰ মাজত জিলিকাব পাৰিব—ভাৰতৰ জনগণতন্ত্ৰক জয়ীযুক্ত কৰিব পাৰিব।

পাৰ্টীয়ে বিশ্বাস কৰিছিল যে, সামন্তবাদক সম্পূৰ্ণ উচ্ছেদ কৰি মাটিবোৰ কৃষক আৰু কৃষিশ্ৰমিকৰ মাজত বিতৰণ কৰা উচিত। জনগণতন্ত্ৰী চৰকাৰ স্থাপনত জয়ী হবলৈ হলে বিৰাট কৃষক শ্ৰেণী আৰু শ্ৰমিক শ্ৰেণীৰ সংঘবদ্ধ সংগ্ৰাম গঢ়ি তুলিব লাগিব : পাৰ্টীয়ে তেতিয়াও পাৰ্টীচন-সংগ্ৰামত বিশ্বাস ৰাখিছিল যদিও সন্ত্ৰাসবাদৰ তীব্ৰ বিৰোধিতা কৰিছিল।

পাৰ্টীয়ে বিশ্বাস কৰিছিল যে কংগ্ৰেছী চৰকাৰখন গণতন্ত্ৰ বিৰোধী আৰু পুজিপতি-জমিদাৰ শ্ৰেণীৰ স্বাৰ্থৰ বাবে কৰা চৰকাৰ। পাৰ্টীয়ে বিশ্বাস কৰিছিল যে চাৰিবছৰীয়া কংগ্ৰেছী চৰকাৰক বিভাৰণ

কৰিবলৈ ৰাইজ বিচাৰে। কংগ্ৰেছ চৰকাৰক বিতাৰণ নকৰিলে দেশৰ আৰু নিপীড়িত জনসাধাৰণৰ উন্নতি সাধিত হব নোৱাৰে। পাৰ্টীয়ে তেতিয়া বিশ্বাস কৰিছিল যে গণতন্ত্ৰত বিশ্বাসী, সামন্তবাদ বিৰোধী আৰু সাম্ৰাজ্যবাদ বিৰোধী শক্তিবিলাকৰ লগত মিলিত হৈ দলে—এনে জনগণতান্ত্ৰিক চৰকাৰ গঠন কৰিব পাৰিব যি চৰকাৰে জনসাধাৰণৰ স্বাৰ্থৰক্ষা কৰিব—যিয়ে দেশৰ জাতীয় শিল্প ব্যৱস্থাক বিদেশী প্ৰতিযোগিতাৰ পৰা সুৰক্ষা দিব পাৰিব,—দেশক শিল্পায়ণৰ ক্ষেত্ৰত আগুৱাই নিব,—শ্ৰমিক শ্ৰেণীৰ জীৱন ধাৰণৰ মানদণ্ড উন্নত কৰিব পাৰিব,—বেকাৰ সমস্যাৰ সমাধান কৰিব পাৰিব দেশখনৰ স্বাধীনতা, সাংস্কৃতিক বিকাশ আৰু প্ৰগতি ত্বৰান্বিত কৰিব পাৰিব।

ভাৰতৰ কমিউনিষ্ট দলৰ ১৯৫১ চনৰ সম্মিলনখন-ঐতিহাসিক সম্মিলন বুলি অভিহিত কৰিব পাৰি। ইয়াৰ পিছত হোৱা ১৯৫১-৫২ চনৰ সাধাৰণ নিৰ্ব্বাচনত পাৰ্টীয়ে বৃজন সংখ্যক আসন লাভ কৰে আৰু ভাৰতবৰ্ষত—প্ৰথমবাৰৰ বাবে শক্তিশালী বিৰোধী দলৰ ভূমিকাত অবতীৰ্ণ হয়।

## বনুৱা আন্দোলনৰ মাজত বিভাজন

১৯২০ চনত "ভাৰতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছ" সংগঠনটো গঢ়ি উঠিছিল, যত তেতিয়াৰ কংগ্ৰেছী নেতা সকলেও ঐক্যবদ্ধভাবে আগভাগ লৈছিল। সুভাষ বসু, পণ্ডিত নেহৰু, আদি কংগ্ৰেছী নেতৃবৃন্দও এই সংগঠনৰ সভাপতি হিচাবে কাম চলাইছিল। ট্ৰেড-ইউনিয়ণ কংগ্ৰেছৰ নেতৃত্বত ডাঙৰ ডাঙৰ ধৰ্মঘট, আন্দোলন সংগঠিত হৈছিল—আৰু আন্দোলনৰ মাধ্যমেৰে শ্ৰমিক শ্ৰেণীৰ হক-স্বাৰ্থ পুৰণৰ বাবে বহু ধৰণৰ দাবী আদায় কৰি এই সংগঠনটোৱে ভাৰতৰ ভিতৰত একমাত্ৰ সৰ্ব্বভাৰতীয় ট্ৰেড-ইউনিয়ন সংগঠন হিচাবে স্বীকৃতি লাভ

কৰিছিল। ভাৰতৰ কমিউনিষ্ট দলৰ সদস্য সকলে এই সংগঠনৰ মাধ্যমেৰে কাম কৰি—নেতৃত্বৰ মৰ্য্যাদা আহৰণ কৰিব পাৰিছিল—আৰু পাৰ্টীৰ শক্তিও বৃদ্ধি কৰিব পাৰিছিল।

স্বাধীনতা লাভৰ পিছত কংগ্ৰেছ দলে ট্ৰেড-ইউনিয়ন সংগঠনটোৰ মাজত বিভাজন আনে, আৰু শিল্পানুষ্ঠানৰ মালিক সকলৰ সহযোগ আৰু সমৰ্থনত "ভাৰতীয় ৰাষ্ট্ৰীয় ট্ৰেড-ইউনিয়ণ কংগ্ৰেছ" গঢ়ি তোলে। এই ৰাষ্ট্ৰীয় ট্ৰেড-ইউনিয়ণ কংগ্ৰেছৰ দ্বাৰা শ্ৰমিক সকলৰ ঐক্য আৰু সংহতি বিনাশ কৰা হয়। কিছুমান শিল্পানুষ্ঠানত মালিক সকলে নিজে অৰ্থব্যয় কৰি, নিজামানুহ নিয়োজিত কৰি "ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ণ কংগ্ৰেছৰ" শাখা গঢ়ি দিয়ে।

উদাহৰণ হিচাবে কব পাৰি—অসমৰ চাহ-বাগানৰ মালিক সকলে এইদৰে ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ন (আই-এন-টি-ইউ-চি) কংগ্ৰেছৰ শাখাবোৰ গঠন কৰিছিল, আৰু বাগানৰ মাজলৈ অন্য বন্ধুৱা সংগঠনৰ বা অইন দলৰ লোকৰ প্ৰৱেশ নিষেধ কৰিছিল।

ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ণ কংগ্ৰেছৰ উপৰিও হিন্দ মজদুৰ ইউনিয়নকে ধৰি একাধিক ট্ৰেড ইউনিয়ন সংগঠন গঢ়ি উঠে,—আৰু এই ট্ৰেড ইউনিয়ণ সংগঠনবোৰ হোৱাৰ ফলত শ্ৰমিক ঐক্য বাধাগ্ৰস্ত হয়। বিশেষকৈ কংগ্ৰেছৰ দ্বাৰা সংগঠিত ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ণ কংগ্ৰেছে শ্ৰমিকৰ মাজত ডাঙৰ বিভাজনৰ সৃষ্টি কৰে। ইয়াতে উল্লেখযোগ্য যে বিশ্ব-ট্ৰেড ইউনিয়ণ সংগঠনৰ লগত তেতিয়ালৈ ভাৰতীয় ট্ৰেড ইউনিয়ণ কংগ্ৰেছৰহে সংযুক্তি আৰু স্বীকৃতি আছিল।

## ১৯৫৩ চনৰ কাশ্মিৰ সমস্যা
## ১৯৫৪ চনৰ মাদুৰাই সন্মিলন

১৯৫৩ চনত নেশ্যনেল কনফাৰেন্সৰ অন্যতম অংশীদাৰ শ্বেখ আবডুল্লাই ঘোষণা কৰে যে কাশ্মীৰ স্বাধীন হব লাগে, ভাৰতবৰ্ষ

আৰু পাকিস্তান দুয়োখন দেশে কাশ্মীৰৰ স্বাধীনতাৰ স্বীকৃতি দিব লাগে আৰু জাতিসংঘৰো স্বীকৃতি পাব লাগে। তেওঁলোকে অৱশ্যে কৈছিল যে জম্মু আৰু লাডাখ ভাৰতৰ লগত অন্তৰ্ভুক্ত হৈ থাকিব লাগে। এই প্ৰস্তাবৰ দ্বাৰা হিন্দু আৰু মুছলমানৰো বিভাজনৰ দাবী তোলা হ'ল। ইয়াৰ ফলত এটা নতুন পৰিস্থিতিৰ সৃষ্টি হ'ল। এই দাবী তোলাত ছেখ আবদুল্লাক গ্ৰেপ্তাৰ কৰি জেলত ৰখা হয়। কোৱা হৈছিল যে মাৰ্কিণ সাম্ৰাজ্যবাদৰ ষড়যন্ত্ৰত এনে দাবীৰ জন্ম হৈছিল।

এনে এটা সময়তে মাৰ্কিণ সাম্ৰাজ্যবাদী চক্ৰৰ সহায়ত ইৰাণত সৈন্য সকলে বিদ্ৰোহ কৰিছিল, ভিয়েটনামৰ বিৰুদ্ধে ফৰাছী সাম্ৰাজ্যবাদী শক্তিক সহায় কৰা হৈছিল, আৰু কোৰিয়াত যুদ্ধ সৃষ্টি কৰা হৈছিল।

বিদেশী সাম্ৰাজ্যবাদী পৰ্টুগীজৰ অধিনত থকা গোৱা, দমন, দিউ, আৰু ফৰাছী সাম্ৰাজ্যবাদী শক্তিৰ অধিনত থকা ঠাই বোৰক ঘাটি হিচাবে লৈ মাৰ্কিণ সাম্ৰাজ্যবাদে ভিয়েটনামী জনসাধাৰণৰ বিৰুদ্ধে আক্ৰমণ চলাইছিল।

কমিউনিষ্ট পাৰ্টীয়ে সিদ্ধান্ত গ্ৰহণ কৰিছিল ভাৰতৰ ভুখণ্ডৰ পৰা সাম্ৰাজ্যবাদী ফৰাছী আৰু পৰ্টুগীজকো খেদি পঠিৱাব লাগে, আৰু সমগ্ৰ ভাৰতক সাম্ৰাজ্যবাদী চক্ৰৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিব লাগে।

১৯৫৪ চনত তামিলনাডুৰ মাদুৰাই চহৰত ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ সন্মিলন বহে। সেই সন্মিলনত সাম্ৰাজ্যবাদী চক্ৰৰ বিৰুদ্ধে প্ৰস্তাব গ্ৰহণ কৰা হয়। কোৰিয়াৰ বিজয়ত আনন্দ প্ৰকাশ কৰা হয়, আৰু চীন-ছোভিয়েট-কোৰিয়াৰ জনসাধাৰণক যোগোৱা সাহায্যৰ বাবে ধন্যবাদ জ্ঞাপন কৰা হয়।

দেশৰ শিল্প আৰু কৃষিৰ ক্ষেত্ৰত চৰকাৰে প্ৰদৰ্শণ কৰা উদাসীনতাৰ প্ৰতি কঠোৰ ভাষাৰে সমালোচনা কৰা হয়। দলৰ বিধায়ক সকললৈ নিৰ্দ্দেশ দিয়া হৈছিল—তেওঁলোকে যাতে বিধান সভা আৰু পাৰ্লিয়ামেণ্টত বাহিৰৰ গণ আন্দোলনৰ প্ৰতিফলন ঘটাবলৈ সক্ষম হয়।

পাৰ্টীয়ে বিশেষ ভাবে সিদ্ধান্ত গ্ৰহণ কৰে—কৃষক সকলৰ মাজত ঐক্যবদ্ধ কৃষক আন্দোলন গঢ়ি তুলিবলৈ,—আৰু সেই আন্দোলনৰ মাধ্যমেৰে কৃষক সকলৰ স্বত্ব আৰু অধিকাৰ সাব্যস্ত কৰিবলৈ। সেই সময়ত কৃষক আন্দোলনৰ হেচাত—ভুমি সংস্কাৰ সম্বন্ধীয় আইন কেতবোৰ গ্ৰহণ কৰা হয়, কিন্তু সেই আইনবোৰ সঠিকভাবে কাৰ্য্যকৰি নকৰাত কৃষকে আইনৰ অধিকাৰ প্ৰতিষ্ঠাৰ সুযোগ পোৱা নাছিল। সেই সময়ত কৃষি উৎপাদনৰ হাৰ বহু-পৰিমাণে কমিছিল—প্লেনিং কমিচনেও এই কথা স্বীকাৰ কৰিছিল। দেশৰ বহু ঠাইত দুৰ্ভিক্ষ জনক অবস্থাৰ সৃষ্টি হৈছিল—প্ৰয়োজনীয় বস্তুৰ মূল্যমান সাংঘাতিক ৰূপে হ্ৰাস পাইছিল।—হেণ্ডলুম শিল্পকে ধৰি কিছুমান শিল্প বেয়া ধৰণে ক্ষতিগ্ৰস্ত হৈছিল। কৃষকৰ ঋণ বহু পৰিমাণে বাঢ়িছিল—গৰু-ম'হ আদি বিক্ৰী কৰিও কৃষকে উপায় নোপোৱা হৈছিল। মুনাফালোভী মহাজন আৰু ঋণ-ব্যৱসায়ীয়ে কৃষকৰ যথা-সৰ্ব্বস্ব কাঢ়ি লৈছিল। কৃষকৰ এনে অবস্থাৰ মূল কাৰণ আছিল—কংগ্ৰেছ চৰকাৰে ঘোষণা কৰা প্ৰতিশ্ৰুতি সমূহ কাৰ্য্যকৰি নকৰাৰ ফলত।

কৃষকে কিন্তু অবস্থাৰ ওচৰত আত্মসমৰ্পন কৰা নাছিল। কংগ্ৰেছ চৰকাৰে গ্ৰেপ্তাৰ, কন্দুৰাগেছ প্ৰয়োগ, গুলিচালনা আৰু ভীতি প্ৰদৰ্শনৰ দ্বাৰা কৃষকৰ জাগৰণ বন্ধ কৰিব পৰা নাছিল।

৫ বছৰৰ ভিতৰত অন্ধ্ৰ আৰু টেলেঙ্গানাত ৫০,০০০ কৃষকক গ্ৰেপ্তাৰ কৰা হৈছিল। প্ৰায় ১০,০০০ গাৱঁত পুলিছী জুলুম চলিছিল আৰু প্ৰায় ৪/৫ হেজাৰ জন লোকক গুলিয়াই বধ কৰা হৈছিল।

১৯৫৪ চনৰ মাদুৰাই সন্মিলন

মালাবাৰত ১৯৪৮ চনত এশতকৈয়ো অধিক কৃষক নেতাক গুলিয়াই হত্যা কৰা হৈছিল।

সেইদৰে তামিল নাড়ু, বোম্বাই, পশ্চিমবঙ্গ, বিহাৰ, উত্তৰ প্ৰদেশ, অসম, ৰাজস্থান আৰু পেপচুতো পুলিছী নিৰ্য্যাতন আৰু গুলিচালনা চলিছিল। অকল পাঞ্জাবতেই প্ৰায় ১ লাখ কৃষকৰ মাটি কাঢ়ি লোৱা হৈছিল—ভগনীয়া সংস্থাপনৰ নামত।

এই অত্যাচাৰ বন্ধ কৰিবলৈ কমিউনিষ্ট পাৰ্টীয়ে ব্যাপকভাবে আন্দোলন চলাইছিল আৰু কৃষকৰ স্বাৰ্থৰ অনুকূলে আইন প্ৰণয়ন কৰিবলৈ চৰকাৰক বাধ্য কৰিছিল।

অসমতো আমাৰ আগৰ কৃষক সংগঠনৰ ঠাই বিলাকত ভাৰতৰ কমিউনিষ্ট পাৰ্টীৰ নিৰ্দ্দেশ নামা মতেই কৃষকৰ মাজত সংগঠন আৰু আন্দোলন আৰম্ভ কৰিলো—আৰু বহুঠাইত বৃহত্তৰ কৃষক আন্দোলন গঢ়ি উঠিল।

নিৰ্য্যাতন, অত্যাচাৰ আৰু জুলুম চলায়ো কৃষকৰ আন্দোলন বন্ধ কৰিব নোৱাৰিলে—বৰং এই আন্দোলন বিলাকে কংগ্ৰেছী নেতা কিছুমানকো প্ৰভাবিত কৰিছিল। ১৯৫৬ চনৰ অসমৰ ভূমি চিলিং আইন আৰু ১৯৬১ চনৰ ধৰ্মীয় সম্পত্তি আইন আমাৰ আন্দোলনৰ হেচাতেই ৰচিত হৈছিল।

## পঞ্চশীল নীতি গ্ৰহণ

১৯৫৪ চনত চীনৰ প্ৰধানমন্ত্ৰী ভাৰতলৈ আহে। নেহৰু আৰু চৌ.এন.লাইয়ে যুটীয়া ঘোষণা প্ৰকাশ কৰে। এই ঘোষণাৰ প্ৰতি কমিউনিষ্ট দলে সমৰ্থন জনায়। ইয়াৰ পিছত পণ্ডিত নেহৰুৱে চীন দেশত ভ্ৰমণ কৰে, তাৰপৰা ঘূৰি আহি চীন দেশৰ কমিউনিষ্ট চৰকাৰক ভূয়যী প্ৰশংসা আগবঢ়ায়।

তেতিয়ালৈকে ভাৰতৰ পৰৰাষ্ট্ৰ নীতি বৃটিছ মাৰ্কিণ সম্পৰ্কৰ লগত জোট বান্ধি আছিল। ইতিমধ্যে মাৰ্কিণ—মুলুকৰ পৰা কিছু সাহায্য আৰু ঋণৰ ব্যৱস্থাও হৈছিল। কমিউনিষ্ট দলে নেহৰুৰ মাৰ্কিণ আৰু বৃটিছ সম্পৰ্ক স্থাপনৰ বিৰোধিতা কৰিছিল, আৰু সেই সম্পৰ্ক চিন্ন কৰিবলৈ ৰাজহুৱা ভাবে প্ৰচাৰ চলাইছিল।

নেহৰুৰ নেতৃত্বতেই বিখ্যাত 'পঞ্চশীল-নীতি' গ্ৰহণ কৰা হয়। এচিয়া আৰু বিশ্বৰ ৰাজনীতিত চীন আৰু ভাৰতবৰ্ষই যুটীয়াভাবে ৰচনা কৰা পঞ্চশীল নীতিয়ে সমাজতান্ত্ৰিক আৰু গোষ্ঠী নিৰপেক্ষ দেশ সমূহত সমাদৰ লাভ কৰে। যুদ্ধৰ পৰিবৰ্তে আলোচনাৰ মাধ্যমেৰে দ্বিপাক্ষিক সমস্যা সমূহ সমাধান কৰা, প্ৰত্যেক দেশৰ সাৰ্ব্বভৌমত্ব স্বীকাৰ কৰা, কোনো দেশৰ আভ্যন্তৰিন সমস্যাত অন্য-দেশে হস্তক্ষেপ নকৰা—আদি আছিল পঞ্চশীল নীতিৰ মূল কথা। বিবাদমান বিষয় সমূহ যুদ্ধৰ মাজেৰে সমাধান কৰিবলৈ গৈ পৃথিৱীত যি অশান্তি আৰু ক্ষতি হৈছিল—পঞ্চশীলে সেই ক্ষতি ৰোধ কৰিলে,—আৰু এই নীতিয়ে পৃথিৱীত শান্তি আৰু সৌভাত্ৰৰ বাতাবৰণ সৃষ্টি কৰিলে।

বাণ্ডুং সন্মিলনে এই পঞ্চশীল নীতিৰ প্ৰতি সমৰ্থন জনালে। এই নীতিয়ে পৃথিবীত অভূতপুৰ্ব প্ৰভাব পেলালে।

ভাৰতৰ কমিউনিষ্ট দলে—পঞ্চশীল-নীতিৰ প্ৰতি অকুণ্ঠ সমৰ্থন আগবঢ়ালে। পঞ্চশীল নীতিৰ প্ৰয়োজনীয়তা আৰু বিশিষ্টতা আজিৰ অস্থিৰ বিশ্বত গভীৰভাবে সমাদৃত।

## গোৱাৰ মুক্তি সংগ্ৰাম

পৰ্টুগীজ অধিকৃত গোৱা, দমন দিউ, আৰু ফৰাছী অধিকৃত পণ্ডিচেৰী আদিক কেন্দ্ৰকৰি মাৰ্কিণ সাম্ৰাজ্যবাদে—ভিয়েটনাম আৰু কোৰিয়াত যুদ্ধ চলাইছিল। এই কেখন পৰাধীন ৰাজ্য মুক্ত কৰিবলৈ

কমিউনিষ্ট সকলে অহোপুৰুষাৰ্থ কৰিছিল। ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পিছত ফৰাছী আৰু পৰ্টুগীজ সকলে দখল কৰি ৰখা ঠাই বিলাকতো স্বাধীনতা আন্দোলনৰ জোৱাঁৰ সৃষ্টি হৈছিল, আৰু বহুতো দেশপ্ৰেমিকে ফৰাছী আৰু পৰ্টুগীজ পুলিছৰ বৰ্বৰ অত্যাচাৰত ভুগিছিল। ইতিমধ্যে গোৱাৰ আন্দোলনৰ সমৰ্থনত ভাৰতৰ ভিতৰতো জাগৰণ হয়। প্ৰজা ছোচিয়েলিষ্ট দলে এই আন্দোলন প্ৰথমে আৰম্ভ কৰে,—পৰ্টুগীজ পুলিছৰ নিৰ্মমতাৰ চিকাৰ হয়। বোম্বাইত সেই সময়ত মুখ্যমন্ত্ৰীৰ আসনত থকা মোৰাৰজী দেশায়ে এই আন্দোলনৰ বিৰোধিতা কৰে,—পণ্ডিত নেহৰুৱে সামৰিক বাহিনী প্ৰয়োগ কৰি—গোৱাক মুক্তকৰা দাবীৰ প্ৰতি অস্বীকৃতি প্ৰকাশ কৰে—কংগ্ৰেছ ওৱাৰ্কিং কমিটিয়েও এনে অভিযানৰ বিৰোধিতা কৰি প্ৰস্তাৱ গ্ৰহণ কৰে। অৱশেষত প্ৰজা ছোচিয়েলিষ্ট পাৰ্টী, কমিউনিষ্ট পাৰ্টী, জনসংঘ আৰু ব্যক্তিগত কংগ্ৰেছী সদস্য কিছুমানৰ সহযোগত এটা যুক্ত মৰ্চ্চা গঠন হয়, আৰু এই মৰ্চ্চা "গোৱা-বিমোচন সহায়ক সমিতি" নামেৰে অভিহিত কৰি সত্যাগ্ৰহ কৰাৰ স্থিৰ কৰা হয়।

হেজাৰ হেজাৰ লোক স্বেচ্ছাসেৱক হিচাবে অন্তৰ্ভুক্ত হ'ল। পুনা, বেলগাওঁ আদি অঞ্চলৰ মহিলা সকলে অৰ্থ আৰু খাদ্য সংগ্ৰহ কৰিলে। কমিউনিষ্ট দলৰ ভি-ডি-চিটলে, চৰদেশাই, ছোচিয়েলিষ্ট দলৰ পিটাৰ আলভা, এচ-এম-যোশী, জনসংঘ দলৰ গোডবলে আপ্‌টে, হিন্দু মহাসভাৰ আৰ-কে খাদিলকাৰ আৰু জে-টিলক, আৰু ব্যক্তিগত ভাবে যোগদানকাৰী কংগ্ৰেছী কে-এম জেধে গোৱা বিমোচন কমিটিত যোগ দিলে—তেতিয়া এই আন্দোলনে নতুন ৰূপ ললে।

১৯৫৫ চনৰ ১৫ আগষ্টৰ দিনা সত্যাগ্ৰহৰ দিন ধাৰ্য্য হ'ল। ৩০০০ জন সত্যাগ্ৰহী ওলাল। পুৱা ৯ বজাত ভাৰতৰ জাতীয়

পতাকা উত্তোলন কৰা হল—বান্দাত। সত্যাগ্ৰহীৰ ভিতৰৰে ৫৯২ জনৰ তালিকা তৈয়াৰ হল—মৃত্যুবাহিনী হিচাবে,—ভি-ডি-ছিট্‌লেৰ নেতৃত্বত। মূহূৰ্ত্ততে পৰ্টুগীজ পুলিছৰ গুলিত পাঞ্জাবৰ লুধিয়ানাৰ কমিউনিষ্ট নেতা চৰ্দ্দাৰ কাৰ্ণাইল সিং নিহত হ'ল, ছিটলে জখম হ'ল, বসন্তৰাও ওকেৰ জখম হ'ল—কংগ্ৰেছ কৰ্মী সুভদ্ৰাবাই সাহসেৰে আগুৱাই গ'ল, মধ্যপ্ৰদেশৰ কমিউনিষ্ট কৰ্মী মধুকৰ চৌধুৰী গুলিত নিহত হ'ল। পৰ্টুগীজ পুলিছৰ গুলিত সিদিনাখন ২১ জন সত্যাগ্ৰহী প্ৰাণত্যাগ কৰে। ১৬ আগষ্টৰ দিনাও সত্যাগ্ৰহ চলে।

পৰ্টুগীজ পুলিছৰ অত্যাচাৰৰ বিৰুদ্ধে সমগ্ৰ ভাৰতবৰ্ষত অভূতপূৰ্ব গণ জাগৰণ সৃষ্টি হয়।

উল্লেখ কৰা দৰকাৰ যে সেই সত্যাগ্ৰহত নলবাৰীৰ পৰা শ্ৰীবদন চন্দ্ৰ তালুকদাৰ আৰু ৺গিৰিশ চন্দ্ৰ মেধিয়ে যোগদান কৰি পৰ্টুগীজ পুলিছৰ চিকাৰ হৈছিল।

এই আন্দোলনৰ সমৰ্থনত তেতিয়া আমালোকে গুৱাহাটী চহৰত আৰু বিভিন্ন ঠাইত ৰাজহুৱা সভাপাতি সমৰ্থন আগবঢ়াইছিলো, সত্যাগ্ৰহী সকললৈ ওলগ জনাইছিলো।

## ১৯৪৭ চনৰ পৰা ১৯৫৬ চন পৰ্যন্ত হোৱা কিছুমান বিশেষ ঘটনা

আগতে কোৱা হৈছে যে ১৯৪৭ চনৰ ১৪ আগষ্টৰ দিনা লৰ্ড মাউণ্ট-বেটেনে পাকিস্তানৰ স্বাধীনতা লাভৰ দিনটো উদ্বোধন কৰে, আৰু ১৫ আগষ্টৰ দিনা ভাৰতৰ স্বাধীনতা লাভৰ উৎসবৰ উদ্বোধন কৰে। তথন স্বাধীন ৰাষ্ট্ৰৰ জন্ম হয়।

১৯৪৭ চনৰ পৰা ১৯৪৯ চনৰ ভিতৰৰ এই কালচোৱাত ভাৰতৰ প্ৰায় ৬০০ খন দেশীয় ৰাজ্য ভাৰতৰ অন্তৰ্ভুক্ত হয়। ৰজা সকলক

ব্যক্তিগত সম্পত্তি সা-সুবিধা, মাননি আদি দিয়াৰ স্থিৰ কৰা হয়। ১৯৪৭ চনৰ অক্টোবৰ মাহত—কাশ্মিৰ প্ৰশ্নলৈ ভাৰত আৰু পাকিস্তানৰ মাজত সামৰিক সংঘৰ্ষ সৃষ্টি হয়—তেতিয়াৰ পৰাই আজি পৰ্য্যন্ত কাশ্মিৰ সমস্যা দেশৰ এটা জ্বলন্ত সমস্যা হৈ থাকে। কাশ্মিৰৰ পশ্চিমৰ অংশ এটা পাকিস্তানৰ ভুক্ত হয়; কাশ্মিৰৰ পূব অংশ, জম্মু আৰু লাদাখ ভাৰতৰ অন্তৰ্ভূক্ত হৈ থাকে।

কাশ্মিৰৰ একশ্ৰেণীৰ লোকে কাশ্মিৰ খনৰ পূৰ্ণ-স্বাধীনতাৰ দাবী তোলে; একশ্ৰেণীয়ে পাকিস্তানৰ লগত মিলিব বিচাৰে, আৰু অন্য এটা শ্ৰেণীয়ে ভাৰতৰ লগত যুক্ত হৈ—ভাৰতৰ অংগ হিচাবে থাকিব বিচাৰে।

ইয়াতে উল্লেখ যোগ্য যে জাতিৰ পিতা মহাত্মা গান্ধীক ১৯৪৮ চনৰ ৩০ জানুৱাৰীৰ দিনা—ৰাজহুৱা প্ৰাৰ্থণা সভাতেই নিৰ্মম-ভাবে গুলিয়াই হত্যা কৰা হয়। ভাৰতৰ প্ৰগতিশীল জনতাৰ কাৰণে আৰু বিশ্বৰ শান্তিকামী লোক সকলৰ কাৰণে গান্ধীজীৰ নিষ্ঠুৰ হত্যা-কাণ্ড পাহৰিব নোৱাৰা ঘটনা। ভাৰতৰ প্ৰতিক্ৰিয়াশীল উগ্ৰ হিন্দু সাম্প্ৰদায়িকতাই মহাত্মা গান্ধীৰ হত্যাৰ কাৰণে দায়ী।

১৯৪৮ চনত ভাৰতৰ কমিউনিষ্ট দলৰ ২য় সন্মিলনী ফেব্ৰুৱাৰী আৰু মাৰ্চ মাহত বহে, আৰু সেই চনতেই বিপ্লৱী কমিউনিষ্ট দলৰো বীৰভুম সন্মিলন বহে। দুয়োটা দলেই—অস্ত্ৰসংগ্ৰামৰ সম্পৰ্কত সিদ্ধান্ত গ্ৰহণ কৰে। সৌম্যেন্দ্ৰ নাথ ঠাকুৰে বিপ্লৱী কমিউনিষ্ট দল ত্যাগ কৰি—নতুন দল গঠন কৰে। অসমত আমালোকে অস্ত্ৰ-সংগ্ৰামত অবতীৰ্ণ হও আৰু বিশেষভাবে কৃষকৰ মাজত সংগ্ৰামশীল সংগঠন গঢ়ি তোলো। কমিউনিষ্ট দলে টেলেঙ্গানা, আদিক কেন্দ্ৰ কৰি বৃহত্তৰ সংগ্ৰামী ক্ষেত্ৰ প্ৰস্তুত কৰে।

১৯৪৮ চনতেই ভাৰতৰ ৰিজাৰ্ভ বেঙ্ক জাতীয়কৰণ কৰা হয় আৰু চৰকাৰৰ এই কাৰ্য্যই ৰাষ্ট্ৰজোৰা সমৰ্থন লাভ কৰে। এই

ৰাষ্ট্ৰীয়কৰণে ভাৰত চৰকাৰৰ অৰ্থনীতিক কাৰ্য্য সূচীত নতুন ৰূপদান কৰে।

১৯৪৯ চনৰ ২৬ নৱেম্বৰৰ দিনা ভাৰতৰ স্বাধীন সংবিধানৰ প্ৰতি অনুমোদন জনোৱা হয়। ১৯৫০ চনৰ ২৬ জানুৱাৰীত কাৰ্য্যকৰী কৰা হয়। ভাৰতে সাৰ্ব্বভৌম ৰাষ্ট্ৰবুলি ঘোষণা কৰে।

১৯৪৮ চনত হিন্দ মজদুৰ সভা, আৰু সংযুক্ত ট্ৰেড ইউনিয়ন কংগ্ৰেছ নামৰ দুটা সৰ্ব্বভাৰতীয় শ্ৰমিক সংগঠনৰ জন্ম হয়। এই দুটা সংগঠনৰ জন্মৰ পিছত ভাৰতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছ, আৰু ভাৰতীয় ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়নৰ লগত প্ৰতিযোগিতা আৰু প্ৰতিদ্বন্দ্বিতাৰ মাত্ৰা অধিক হয়। ১৯২০ চনতে গঠিত হোৱা ভাৰতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছে প্ৰথমতে সকলো দল উপদলৰেই সন্মিলিত ট্ৰেড ইউনিয়ন হিচাবে কাম চলাইছিল। কংগ্ৰেছ দলে ৰাষ্ট্ৰীয় ট্ৰেড ইউনিয়ন নতুনকৈ গঠন কৰাত—ভাৰতীয় ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ একাত্মবোধ বিলোপ হয়,—আৰু ১৯৪৮ চনত গঠিত এই দুটা ট্ৰেড ইউনিয়ন সংগঠনে পূৰ্বৰ শ্ৰমিক ঐক্যৰ একাত্মবোধৰ বেচিকৈ ক্ষতি-সাধন কৰে।

১৯৪৯ চনত দ্ৰাবিড় মুন্নাত্ৰা কাজাগাম ( ডি-এম-কে ) পাৰ্টী গঠন হয়, আৰু স্বতন্ত্ৰ ডি-এম-কে ৰাষ্ট্ৰ গঠনৰ পোষকতা কৰে। এই পাৰ্টী মাদ্ৰাজ, পণ্ডিচেৰী অঞ্চলত এসময়ত যথেষ্ট শক্তিশালী আছিল। এই দলৰ প্ৰতিষ্ঠাপক ‘ আন্না দুৰাইৰ ’ মৃত্যুৰ পিছত—আন্না-ডি-এম-কে ( এ-ডি-এম-কে ) নামৰ নতুন সংগঠন এটা গঢ়ি উঠে। এই নতুন দলটোৱে কংগ্ৰেছৰ লগত মিলিজুলি কাম চলাই চিত্ৰাভিনেতা ৰাম-চন্দ্ৰণৰ দিনত যথেষ্ট শক্তিশালী হয়। মাদ্ৰাজ বিধান সভাত সংখ্যা-গৰিষ্ঠতা লাভকৰি ক্ষমতা দখল কৰে। তেখেতৰ মৃত্যুৰ পিছত সাময়িকভাবে ক্ষমতা হেৰুৱালেও—সম্প্ৰতি কুমাৰী জয়ললিতাৰ নেতৃত্বত পুনৰ ৰাজ্যৰ ক্ষমতা দখল কৰিবৰ সমৰ্থ হয়।

১৯৫১ চনত জনসংঘ নামৰ পাৰ্টী গঠন হয় আৰু সেই চনতেই

কিষাণ মজদুৰ নামৰ ৰাজনৈতিক দলো গঢ়ি উঠে। দুয়োটা দলেই কংগ্ৰেছ বিৰোধী। জনসংঘ দলক তেতিয়া আমালোকে ভাৰতৰ ধনিক শ্ৰেণীৰ প্ৰতিক্ৰিয়াশীল দল বুলি আখ্যা দিছিলো।

১৯৫০ চনত পৰিকল্পনা কমিচন গঠন হয়—দেশত পৰিকল্পিত অৰ্থনীতি আৰু পৰিকল্পিত বিকাশৰ কাৰণে। বৃটিছৰ দিনত পৰিকল্পনা কমিচন গঠন হোৱা নাছিল—এই কাৰণেই যে ভাৰতৰ পৰিকল্পিত অৰ্থনীতি গঢ়ি তোলা লক্ষ্য তেওঁলোকৰ নাছিল। এই পৰিকল্পনা কমিচনেই—এতিয়ালৈ আঠোটা পৰিকল্পনা তৈয়াৰ কৰে। ৮ম পৰিকল্পনাৰ কাম ১৯৯২ চনৰ ১ এপ্ৰিলৰ পৰা আৰম্ভ হয়।—প্ৰথম পাচবছৰীয়া পৰিকল্পনা গঢ়ি উঠে ১৯৫১ চনৰ পৰা ১৯৫৬ চন পৰ্য্যন্ত, আৰু দ্বিতীয় পাচ বছৰীয়া পৰিকল্পনা গঢ়ি উঠে ১৯৫৬ চনৰ পৰা ১৯৬১ চন পৰ্য্যন্ত। প্ৰথম আৰু দ্বিতীয় পাচবছৰীয়া পৰিকল্পনাত কেবা হেজাৰ কোটি টকা ব্যয় হয়, কিন্তু পৰিকল্পনা অনুসাৰে দেশৰ মুল কৃষি অৰ্থনীতিয়ে বিকাশ লাভ কৰিব নোৱাৰাত দেশৰ বিভিন্ন প্ৰান্তত আকাল, দুৰ্ভিক্ষই দেখা দিয়ে। বিদেশৰ পৰা প্ৰচুৰ খাদ্য আমদানী কৰিব লগীয়া হয়। আমালোকে কংগ্ৰেছ চৰকাৰৰ কৃষি আৰু ভূমিনীতিৰ বিৰোধিতা কৰি চৰকাৰী কাৰ্য্যপন্থাৰ তীব্ৰ-সমালোচনা কৰিছিলো। প্ৰথম আৰু ২য় পাচবছৰীয়া পৰিকল্পনাৰ ব্যৰ্থতা, আৰু আংশিক কাৰ্য্যকাৰিতাৰ সমৰ্থনত তেতিয়াৰ প্ৰধানমন্ত্ৰী নেহৰুজীয়ে আৰু তেখেতৰ সহযোগী নেতা সকলে প্ৰচাৰ চলাইছিল যে আমাৰ ৰাষ্ট্ৰখন "শিশু অবস্থাত আছে, আমাৰ অভিজ্ঞতাও কম" সেই কাৰণে পৰিকল্পনা সমূহ কাৰ্য্যকৰী হবপৰা নাই।" আমালোকে নেহৰুজীৰ ও তেখেতৰ সহযোগী বক্তা সকলৰ বিৰোধিতা কৰিছিলো—আমি যুক্তি দিছিলো যে পুজিবাদী পৰিকল্পনাৰ ফলশ্ৰুতি এই ধৰণৰেই হয়। পুঁজিবাদী পৰিকল্পনাৰ বদলি সমাজতান্ত্ৰিক পদ্ধতিৰ পৰিকল্পনা গ্ৰহণ কৰা উচিত।

১৯৫১ চনত প্ৰথম ভাৰত-মাৰ্কিণ চুক্তি স্বাক্ষৰিত হয়, আৰু দুয়োখন দেশে অৰ্থনৈতিক সহযোগিতাৰ সিদ্ধান্ত গ্ৰহণ কৰে। এই চুক্তিৰ বলেৰে মাৰ্কিণ সাম্ৰাজ্যবাদে ভাৰতৰ অৰ্থনীতি আৰু ৰাজনীতিত অনুপ্ৰবেশৰ সুযোগ গ্ৰহণ কৰে। কমিউনিষ্ট সকলে এই চুক্তিৰ তীব্ৰ সমালোচনা কৰে, আৰু তাৰ পৰিবৰ্ত্তনৰ কাৰণে পাৰ্লিয়ামেণ্টত, আৰু বাইজৰ মাজত তীব্ৰ আলোড়ণৰ সৃষ্টি কৰে।

১৯৫৪ চনত তীব্বত সম্পৰ্কে ভাৰত আৰু চীনৰ মাজত চুক্তি হয়, আৰু সেই চনতেই ভাৰতত থকা ফৰাচী সাম্ৰাজ্যবাদী গোষ্ঠীৰ অধিকৃত ভাৰতভুমিৰ অঞ্চল বিলাক ভাৰতৰ লগত অন্তৰ্ভুৰ্ক্ত হয়। এই অন্তৰ্ভুৰ্ক্তিয়ে ভাৰত উপমহাদেশৰ শক্তি বৃদ্ধি কৰে, আৰু সাম্ৰাজ্য-বাদৰ অন্তৰ্ভুৰ্ক্ত অঞ্চল সমূহত ভাৰতৰ আইন-কানুন, ব্যৱসা, শাসনপদ্ধতি প্ৰবৰ্ত্তন কৰে।

ইয়াতে উল্লেখযোগ্য যে বৃটিছ চৰকাৰে স্থাপন কৰা ইম্পিৰিয়েল বেঙ্ক—ভাৰত চৰকাৰে ৰাষ্ট্ৰীয় কৰণ কৰে—১৯৫৫ চনত, ইয়ো এটা উল্লেখযোগ্য ঘটনা। ভাৰতৰ অৰ্থনীতি আৰু ব্যৱসায়-বাণিজ্যত এই বেঙ্কৰ ৰাষ্ট্ৰীয়কৰণে যথেষ্ট অৰিহণা আগবঢ়াইছে।

১৯৫৫ চনত নেহৰুই ছোভিয়েট ৰুছিয়া ভ্ৰমণ কৰে—আৰু সেই চনতেই কংগ্ৰেছৰ আবাদী অধিবেশনে " সমাজতান্ত্ৰিক পদ্ধতিৰ চৰকাৰ " প্ৰতিষ্ঠাৰ সিদ্ধান্ত গ্ৰহণ কৰে। এই সমাজতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠাৰ ধাৰণা—মাৰ্ক্সবাদী-সমাজতন্ত্ৰৰ ধাৰণৰ পৰা সম্পূৰ্ণ পৃথক ধৰণৰ ধাৰণা হলেও—ব্যক্তিগত পুজিপতি আৰ্হিৰ সমাজ-পদ্ধতিতকৈ উন্নত ধৰণৰ বুলি আমালোকে ধাৰণা কৰিছিলো। এইটো সচা যে 'আবাদী কংগ্ৰেছৰ' প্ৰস্তাবক বহুতে মাৰ্ক্সবাদী ধাৰণাৰ প্ৰথম স্তৰ বুলি অভিহিত কৰিছিল।

১৯৫৬ চনত কংগ্ৰেছ চৰকাৰে শিল্পনীতি সম্পৰ্কে ২য় প্ৰস্তাব গ্ৰহণ কৰে। প্ৰথম "শিল্পনীতি" গ্ৰহণ কৰিছিল ১৯৪৮ চনত আৰু

ইয়াৰ দ্বাৰা নেহৰু চৰকাৰে মিশ্ৰ-অৰ্থনীতিক ব্যৱস্থা গ্ৰহণ কৰিছিল। কিন্তু কেইটামান বিষয়ৰ ওপৰত ৰাষ্ট্ৰৰ আধিপত্য প্ৰতিষ্ঠা কৰিছিল। অস্ত্ৰ নিৰ্মাণ, পাৰমাণবিক শক্তি উৎপাদন আৰু ৰেললাইনৰ ওপৰত ৰাষ্ট্ৰৰ একচেতিয়া অধিকাৰ প্ৰতিষ্ঠা কৰা হৈছিল। ই আজিও এটা গুৰুত্বপূৰ্ণ পদক্ষেপ। তাৰ উপৰিও লোহা, কয়লা শিল্প, বিমান নিৰ্মাণ, আৰু কিছুমান শিল্পত আংশিকভাবে ৰাষ্ট্ৰৰ অধিকাৰ প্ৰতিষ্ঠা কৰিছিল। ১৯৪৯ চনত 'বেঙ্কিং-কোম্পানী বিধি'—প্ৰণয়ণ কৰি—ব্যক্তিগত জইন্ট ষ্টক কোম্পানীৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণ প্ৰবৰ্ত্তন কৰিছিল—আৰু এনে নিয়ন্ত্ৰণে ব্যক্তিগত শিল্পপতি আৰু ব্যৱসায়ীৰ ওপৰত আংশিকভাবে চৰকাৰী নিয়ন্ত্ৰণ সাব্যস্ত কৰিছিল।

১৯৪৯ চনত প্ৰধান শিল্পানুষ্ঠান কেতবোৰৰ উৎপাদন কমিছিল। ২য় মহাসমৰৰ সময়ৰ উৎপাদনতকৈ শতকৰা প্ৰায় ৩০/৪০ ভাগ উৎপাদন কমিছিল। জনমুৰি আয় যথেষ্ট হ্ৰাস পাইছিল। ১৯৪৮ চনত জনমুৰি আয় আছিল মাত্ৰ ২৪৬৲ টকা। বিদেশী পুজিৰ সম্পৰ্কত দেখা যায় ১৯৪৮ চনৰ জুনমাহ পৰ্য্যন্ত ৩২০ কোটি টকাৰ বিদেশী পুঁজিৰ ভিতৰত অকল বৃটিছৰ পুজি বিনিয়োগ হৈছিল শতকৰা ৭২ শতাংশ। বিদেশী একচেতীয়া পুঁজিপতি সকলে তেতিয়া পৰ্য্যন্ত বছৰি—মুনাফা লুণ্ঠন কৰিছিল ১২০ কোটি ডলাৰৰ পৰা ১৫০ কোটি ডলাৰ। ১ ডলাৰৰ মূল্য বৰ্ত্তমান প্ৰায় ২৭ টকা।

১৯৪৮ চনত জয়পুৰ কংগ্ৰেছত প্ৰস্তাৱ গ্ৰহণ কৰা হয়—উপনিবেশ-বাদী নীতিৰ বিৰুদ্ধে, শান্তিৰ সপক্ষে আৰু জোট নিৰপেক্ষ নীতিৰ সমৰ্থনত। এই নীতি গ্ৰহণৰ ফলত ভাৰতৰ মৰ্য্যদা বাঢ়িছিল আৰু ভাৰতে বিশ্বদৰবাৰত উপযুক্ত স্থান লাভ কৰিছিল। ছোভিয়েট, চীন আদি কেবাখনো সমাজতান্ত্ৰিক দেশকে ধৰি প্ৰায় ৩৯ খন দেশৰ লগত ভাৰতে কূটনৈতিক সম্পৰ্ক স্থাপন কৰিব পাৰিছিল—১৯৫০ চন পৰ্য্যন্ত।

নেহৰু চৰকাৰৰ পৰৰাষ্ট্ৰীয় নীতিও মূলতঃ শান্তিৰ সপক্ষে, সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জোট-নিৰপেক্ষ নীতি আছিল। আমালোকে নেহৰু চৰকাৰৰ পৰৰাষ্ট্ৰীয় নীতিৰ প্ৰতি সমৰ্থন আগবঢ়াইছিলো আৰু এই নীতি যাতে চলি থাকে—তাৰ যাতে পৰিবৰ্ত্তন হব নোৱাৰে—এই সম্পৰ্কত কমিউনিষ্ট সকল সদায় সচেতন আছিল। নেহৰুৰ পৰৰাষ্ট্ৰীয় নীতিৰ সমৰ্থনত আমালোকে বহু ৰাজহুৱা সভা পাতিছিলো। দেশৰ আভ্যন্তৰিণ ক্ষেত্ৰত কংগ্ৰেছ চৰকাৰৰ মুল-নীতি আছিল—সমাজতন্ত্ৰৰ কথা কৈ পুজিতন্ত্ৰৰ সমৰ্থন কৰা। চৰকাৰৰ আভ্যন্তৰিণ নীতিৰ প্ৰতি আমালোক বিতুষ্ট আছিলো আৰু তাৰ বিৰুদ্ধে বহু ৰাজহুৱা সভা পাতিছিলো আৰু প্ৰতিবাদ শোভাযাত্ৰা উলিয়াইছিলো।

## ভূ-দান আৰু গ্ৰামদান

আচাৰ্য্য বিনোবা ভাবেৰ নেতৃত্বত এই আন্দোলন আৰম্ভণ হয়। মূললক্ষ্য হৈছে—আন্দোলনৰ মাধ্যমেৰে মাটি দখল আন্দোলনৰ বিৰোধিতা কৰা, আৰু শান্তিপূৰ্ণ উপায়েৰে ভূমি সমস্যা সমাধানৰ যত্ন কৰা। ভূ-স্বামী, জমিদাৰ সকলৰ নামত থকা মাটিৰ কিয়দংশ এই আন্দোলনৰ মাধ্যমেৰে অধিগ্ৰহণ কৰি—ভূমিহীন কৃষকৰ মাজত সামূহিক বা ব্যক্তিগত ভাবে বিতৰণ কৰা। টেলেঙ্গানাত হোৱা সশস্ত্ৰ কৃষক আন্দোলনৰ বিৰুদ্ধে এই আন্দোলন ব্যবহাৰ কৰা হৈছিল—১৯৫১ চনৰ ১৫ এপ্ৰিলৰ পৰা। বিনোবাজীয়ে অতি কষ্ট কৰি—ভাৰতবৰ্ষৰ ইমূৰৰ পৰা সিমূৰলৈ—নিজে খোজকাঢ়ি ঘূৰিছিল, আৰু ভূমিগিৰি সকলৰপৰা মাটিৰ দান গ্ৰহণ কৰি—ঠায়ে ঠায়ে গ্ৰামদানী কমিটী গঠন কৰি—সেই কমিটীৰ হাতত মাটিৰ পৰিচালনাৰ দায়ীত্ব প্ৰদান কৰিছিল। কৃষক আন্দোলনৰ প্ৰভাৱত

আৰু ভয়ত বহুতো মাটি গিৰিয়ে স্বইচ্ছাই বিনোবাজীৰ আহ্বানৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল। পিছত দেখা গৈছিল যে ভূ-স্বামী সকলে এইভাবে স্বত্ব এৰি দিয়া মাটিৰ বেছি ভাগেই আছিল— খেতিৰ অনুপযোগী অব্যবহৃত মাটি।

বিনোবাজীৰ আন্দোলনৰ প্ৰতি কংগ্ৰেছ দলে সমৰ্থন জনাইছিল আৰু ৰাজ্যসমূহত ভূদানৰ মাটি কেনেদৰে পৰিচালিত হব—এই সম্বন্ধে ভূদান, গ্ৰামদানৰ আইন প্ৰণয়ন কৰিছিল।

এই আন্দোলনৰ সম্পৰ্কত বিনোবাজী অসমলৈকেও আহিছিল। শিৱসাগৰত জয়দোলত কৰ্মী সন্মিলন পাতিছিল। মই বিধানসভাৰ সদস্য হিচাবে তাত যোগ দিয়াৰ সুযোগ পাইছিলো। শিবসাগৰৰ পিছত বিভিন্ন ঠাই ভ্ৰমণ কৰি আহি তেখেতে নলবাৰীতো এখন বিৰাট ৰাজহুৱা সভাত ভাষণ দি 'ভূ-দান' কি, তাৰ লক্ষ্য কি ব্যাখ্যা কৰিছিল। তাতো উপস্থিত আছিলো।

ভূদান আৰু গ্ৰামদান আন্দোলনৰ প্ৰতি কমিউনিষ্ট সকলৰ মিশ্ৰিত সমৰ্থণ আছিল। ইয়াৰ মাধ্যমেৰে বহু ঠাইত কৃষকৰ আন্দোলন দুৰ্বল কৰা হৈছিল। আনহাতে ভূ-স্বামী আৰু জমিদাৰ তন্ত্ৰৰ বিৰুদ্ধে এই আন্দোলন—শক্তিশালী অস্ত্ৰৰূপে ব্যবহাৰ হৈছিল, আৰু চৰকাৰে ইয়াৰ আইনীক স্বীকৃতি প্ৰদান কৰিছিল। অসমত ১৯৬১ চনৰ গ্ৰামদান আইন আৰু ১৯৬৫ চনৰ ভূদান আইন দুখনৰ কথা—এই সন্দৰ্ভত উল্লেখ কৰিব পাৰি। অন্যান্য ৰাজ্যৰ দৰে অসম চৰকাৰেও এই দুখন আইন প্ৰণয়ন কৰিছে।

## বিধান সভালৈ নিৰ্ব্বাচিত হলো

১৯৫৭ চনৰ সাধাৰণ নিৰ্ব্বাচনত "পশ্চিম নলবাৰী সমষ্টিৰ" পৰা অসম বিধান সভালৈ নিৰ্ব্বাচিত হলো। তেতিয়াৰ কংগ্ৰেছ প্ৰাৰ্থী ভূতপূৰ্ব এম-এল-এ, ৺প্ৰভাত চন্দ্ৰ গোস্বামী মোৰ হাতত ৩৭৩৭ টা

ভোটত পৰাজয় হ'ল। কমৰেড লোহিত দাস, নবীন মেধি, অৰুণ দাস, উপেন বৰ্মণ, কমলা বৰ্মণ, বিমলাসেন ডেকা, থিৰসেন বৰ্মণ মুনিন্দ্ৰ মল্ল বৰুৱা, দুৰ্লভ ডেকা, নৰেন দত্ত, প্ৰফুল্ল ডেকা, ৰমেশ দত্ত কবি ভূঞা, কনক মজুমদাৰ, হৰেণ বৈশ্য, মঃ হজৰত আলি, উত্তম ডেকা, ঘণকান্ত দাস, ইলাহী হুছেইন, গোবিন্দ শৰ্মা, অতুল চৌধুৰী, বালেক বৰ্মণ, যোগেন ভূঞা, প্ৰভাত বৰ্মণ, যোগেশ্বৰ বৰ্মণ, সমীন মেধি, ধনেশ্বৰ বৰ্মণ, ডাঃ খগেশ্বৰ মেধি, শশী বৰ্মণ, খগেন বৰ্মণ, উদয় মিশ্ৰ, তৰুণ বৰ্মণ, প্ৰসন্ন ভড়ালী, মহেন্দ্ৰ পাটগিৰি আদি পাৰ্টী সদস্য আৰু পাৰ্টী দৰদী লোক সকলৰ সমৰ্থন আৰু সক্ৰিয় সহায় লাভ কৰিছিলো। দুৰ্লভ ডেকাৰ গোটেই ঘৰখনে স্বেচ্ছাসেবক সকলক বহু কষ্টেৰে ৰান্ধি-বাঢ়ি খুৱাইছিল। কমৰেড আৰু সহযোগী সকলে বেচিভাগ ক্ষেত্ৰতেই খোজ কাঢ়ি—আৰু কোনো কোনোৱে ছাইকেল লৈ নিৰ্ব্বাচনত প্ৰচাৰ চলাইছিল। বেচিভাগ সময়ত মই, নবীন মেধি আৰু কম লোহিত দাসে চাইকেলেৰে ঘূৰি ৰাজহুৱা সভাত বক্তৃতা কৰিছিলো। মাত্ৰ ৩ দিনমান আগতে ৰাজ্যিক পাৰ্টী অফিছৰ পৰা দুখন গাড়ী নন্দেশ্বৰ তালুকদাৰে পঠিয়াই দিছিল। মানুহৰ প্ৰচুৰ সমৰ্থন আৰু সহযোগিতা লাভ কৰিছিলো। এই সমৰ্থন সাধাৰণ মানুহৰ পৰা পাইছিলো। নিৰ্ব্বাচনৰ আগত আমালোকে অংশ গ্ৰহণ কৰা অস্ত্ৰ সংগ্ৰামৰ ৰোমান্স, গ্ৰেপ্তাৰ বৰণ আৰু কষ্ট সহিষ্ণুতাই কিছুসংখ্যক লোকক আকৰ্ষিত কৰিছিল। কংগ্ৰেছে তেওঁলোকৰ প্ৰাৰ্থীৰ পৰাজয় হব বুলি ভবা নাছিল—আৰু মোক দুৰ্বল প্ৰাৰ্থী বুলি ধাৰণা কৰিছিল। অৰ্থবল, যানবাহন আদিৰ ক্ষেত্ৰত মই দুৰ্বলেই আছিলো— কিন্তু মনোবল আছিল সীমাহীন।

নিৰ্ব্বাচনৰ আগদিনা ৰাতি ৭ টামান বজাত মানুহেৰে ভৰ্ত্তি হৈ থকা জীপখন হঠাতে ককৰা গাৱৰ ঢকুৱা বান্ধা চুবুৰীৰ ৰাস্তাৰ কাষত

বাগৰি পৰিল। মই তলত পৰি গলো। জীপখন দাঙি কোনোমতে মোক উলিয়ালে—বাওঁ উৰুখন আৰু বাওঁহাতখন বেয়াধৰণে ভাঙিল। ঠাইতে প্ৰতাপ চন্দ্ৰ শৰ্মা ডাক্তৰে ইনজেকশ্যন দিলে আৰু বেণ্ডেজ কৰিলে। কোনোমতে ঘৰ পালো। কংগ্ৰেছে প্ৰচাৰ কৰিলে—সমস্ত সমষ্টিতেই যে "তৰুণ সেন ডেকা মৰিল—তেওঁক আৰু ভোট দিব নেলাগে।"

পিচদিনা ভঙা উৰু আৰু ভঙা হাতখন লৈয়েই মানুহক দেখুৱাবলৈ ঘূৰিব লগীয়া হ'ল যে মই জীয়াই আছো।

সেইবাৰৰ নিৰ্ব্বাচনত আমালোক চাৰিজন—মই, গৌৰিশঙ্কৰ ভট্টাচাৰ্য্য, নীলমনী বৰঠাকুৰ আৰু গোপেশ নমঃশুদ্ৰ— কমিউনিষ্ট পাৰ্টীৰ সদস্য হিচাবে জয়ী হলো। তেতিয়া পূব নলবাৰী সমষ্টিত কংগ্ৰেছ প্ৰাৰ্থীক পৰাজয় কৰি জয়হোৱা শ্ৰীপ্ৰভাত নাৰায়ণ চৌধুৰী আৰু গৌৰিপুৰৰ পৰা নিৰ্ব্বাচিত—প্ৰকৃতিশ বৰুৱা—কমিউনিষ্ট গ্ৰুপৰ সহযোগী সদস্য হিচাবে থাকিছিল। কিছুদিন পিছত নগাওঁ সমষ্টিৰ উপ-নিৰ্ব্বাচনত—কংগ্ৰেছ প্ৰাৰ্থী দেবকান্ত বৰুৱাক পৰাজিত কৰি জয়ী হৈ অহা কমিউনিষ্ট দলৰ তেতিয়াৰ ছেক্ৰেটাৰী কমৰেড ফনী বৰাও বিধান সভালৈ নিৰ্ব্বাচিত হল। আমি কমিউনিষ্ট সদস্য ৫ জন হলো, আৰু বাকী ২ জন সহযোগী সদস্যসহ আমাৰ গ্ৰুপটো তেতিয়া যথেষ্ট শক্তিশালী হৈছিল। আমাৰ দলীয় গ্ৰুপত আহ্বায়ক হিচাবে মোকেই বাচি লৈছিল। আমি যথেষ্ট পঢ়িব-লগীয়া হৈছিল। কিন্তু আমাৰ গ্ৰুপত শ্ৰীগৌৰিশঙ্কৰ ভট্টাচাৰ্য্য পূৰ্ববৰ্ত্তী নিৰ্ব্বাচনৰ সদস্য আছিল কাৰণে—আমি তেখেতৰ পৰা বহু কথা শিকিব বা জানিব পাৰিছিলো।

আমাৰ গ্ৰুপৰ এই ৫ জন সদস্য বিধান সভাত থকা কালত মন্ত্ৰীৰ ওচৰত কোনো ব্যক্তিগত কামত যোৱা হোৱা নাছিল, আনকি কেছ-সম্পৰ্কীয় আপীল আদিও দাখিল কৰা হোৱা নাছিল।

এই কামৰ পৰা আমালোকে নিজকে বিৰত ৰখাৰ সিদ্ধান্ত কৰিছিলো—আৰু সেই সিদ্ধান্ত মানি চলিছিলো।

অসমৰ ৰাজধানী তেতিয়াও ছিলঙতেই আছিল। আমাৰ মাহিলী দৰমহা ১৫০্ টকা আছিল। পাৰ্টীৰ নিৰ্দ্দেশ মতে দৰমহাৰ টকাৰ পৰা ৫০ টকা মোক দিয়া হৈছিল—বাকী ১০০ টকা পাৰ্টীয়ে নিছিল। অৰ্থনৈতিক অভাব পূৰণ কৰিবলৈ— তেতিয়া মই নলবাৰীৰ আদালতত ওকালতি কৰিবলগীয়া হৈছিল। তেতিয়া ভাৰাঘৰতেই আছিলো—নিজা ঘৰ দুৱাৰ হোৱা নাছিল।

আমি দলৰ সদস্য সকলে বেচ বুজা-বুজিৰ মাজেৰেই বিধান-সভাৰ কাম চলাইছিলো। প্ৰজা ছোচিয়েলিষ্ট দলৰ বিধান সভাৰ নেতা আছিল ৺হৰেশ্বৰ গোস্বামী। গতিকে প্ৰজা-ছোচিয়েলিষ্ট আৰু কমিউনিষ্ট দলৰ সদস্য সকলেই মূল বিৰোধী দলৰ ভূমিকা পালন কৰিছিল। নীলমনি বৰঠাকুৰ আৰু গৌৰিশঙ্কৰ ভট্ট বিধান সভাত যথেষ্ট ৰকমে প্ৰভাৱশালী আছিল। আমাৰ কমিউনিষ্ট গ্ৰুপত চামিল হৈ থকা শ্ৰীযুত প্ৰভাত নাৰায়ণ চৌধুৰী আৰু প্ৰকৃতিশ বৰুৱা দেৱেও বিধান সভাত মূল বক্তব্য দিয়াৰ আগতে বিষয়বোৰ আলোচনা কৰিছিল। তেখেতসকল দুজন স্বতন্ত্ৰীয়া সদস্য হলেও কমিউনিষ্ট সদস্যৰ দৰেই ব্যৱহাৰ কৰিছিল।

বিপ্লবী কমিউনিষ্ট দলৰ উল্লেখযোগ্য সদস্য আছিল কমৰেড খগেন্দ্ৰ নাথ বৰবৰুৱা।

প্ৰজা ছোচিয়েলিষ্ট দলৰ হৰেশ্বৰ গোস্বামী দেৱৰ উপৰিও মঃ তাজুদ্দিন আহমেদ, হৰিদাস, শ্ৰীবীৰেন্দ্ৰ কুমাৰ দাস, জাহাজুদ্দিন আহমেদ আদি কেবাজনো সদস্য আছিল—নামবোৰ পাহৰিছো।

তেতিয়া শাসক দল কংগ্ৰেছৰ ভিতৰত— বিষ্ণু মেধী, বিমলা প্ৰসাদ চলিহা, মহেন্দ্ৰ মোহন চৌধুৰী’ দেবকান্ত বৰুৱা, হৰিনাৰায়ণ বৰুৱা, সিদ্ধিনাথ শৰ্মা, দেবেশ্বৰ শৰ্মা, অমিয় কুমাৰ দাস, মতলিব

মজুমদাৰ, ৰামনাথ শৰ্মা, মতি বৰা, মহানন্দ বৰা, ৰামনাথ দাস দুৰ্গেশ্বৰ শইকীয়া, সৰ্ব্বেশ্বৰ বৰদলৈ, দেবেন্দ্ৰনাথ হাজৰিকা, বিশ্বদেব শৰ্মা, ফখৰুদ্দিন আলি আহমেদ, মহাদেব দাস, কমলকুমাৰী বৰুৱা জ্যোৎস্না চন্দ, ডাঃ ৰাম প্ৰসাদ তুবে সুৰেন্দ্ৰ নাথ দাস, নৰেণ শৰ্মা মহেন্দ্ৰ হাজৰিকা, কামাখ্যা ত্ৰিপাঠী আদিক পাইছিলো। আমাৰ লগত কংগ্ৰেছী সকলৰ নীতিগত বিৰোধ থাকিলেও— সেই বিৰোধে ব্যক্তিগত সম্পৰ্কৰ মধুৰতাক বিনষ্ট কৰিব পৰা নাছিল।

উল্লেখ যোগ্য যে পৰবৰ্তী কালত বিধান সভাত হোৱা হতাহতি, চেয়াৰ উঠোৱা-উঠি, মাইক ভগা, কাগজ পত্ৰ দলিওৱা আদি উশৃঙ্খল ঘটনা আমাৰ কালচোৱাত কোনো দিনেই হোৱা নাছিল। শাসক পাৰ্টীৰ ভুল, ক্ৰুটি বিচ্যুতি আৰু অলসতা বা অমনোযোগিতাক বিৰোধী সকলে তীব্ৰভাষাত সমালোচনা কৰিছিল—আৰু উত্তৰ বিলাকো আছিল বেচিভাগ ক্ষেত্ৰতেই যুক্তিপূৰ্ণ। শাসক দলৰ আৰু বিৰোধী পক্ষৰ বেচিভাগেই আছিল বৃটিছ সাম্ৰাজ্যবাদ বিৰোধী স্বাধীনতা যুজৰ সেনানী। বেচিভাগেই ব্যক্তিগত স্বাৰ্থৰ উৰ্দ্ধত থাকি কাম কৰিবলৈ যত্ন কৰিছিল। উল্লেখযোগ্য যে সেই বিধান সভাত তেতিয়া মিজোৰামৰ আৰু নগাৰাজ্যৰ প্ৰতিনিধিও আছিল—মেঘালয়ৰ সদস্যতো আছিলেই। কিছুদিন পিছত নগাৰাজ্যত পৃথক বিধানসভা হোৱাত সেই ৰাজ্যৰ প্ৰতিনিধি সকলে বিদায় লয়।

সংখ্যাগতভাবে বিৰোধী সদস্য কম হলেও গুণগতভাবে তেতিয়াৰ বিৰোধী পক্ষ যথেষ্ট শক্তিশালী আছিল।

আমালোক কমিউনিষ্ট সকলে আধিয়াৰ ৰক্ষা আইন সংশোধন কৰিবলৈ আৰু সঠিকভাবে কাৰ্য্যকৰী কৰি আধিয়াৰ সকলক সুৰক্ষা দিবলৈ, ইতিমধ্যে উচ্ছেদিত হোৱা আধিয়াৰ সকলক পুনঃ স্বত্বদান কৰি দখলত প্ৰতিষ্ঠা কৰিবলৈ, আধিবোৰ্ড বিলাক সঠিকভাবে বহুৱাবলৈ নেৰানেপেৰা ভাবে লাগি আছিলো।

তাৰ উপৰিও—ছিলিং আইনৰ ১৫০ বিঘাৰ ছিলিং কমাবলৈ, উদ্বৃত্ত ছিলিং চৰকাৰী মাটি ভূমিহীন দখলী ৰায়তক পট্টন দিবলৈ বহুবাৰ দাবী জনাইছিলো। তেনেদৰে দেৱালয় সম্পত্তি আইনৰ বিধানমতে ছিলিং ওপৰঞ্চি হোৱা জমীও দখলী ভূমিহীন লোকক দিবলৈ দাবী জনাইছিলো।

ছাহবাগানৰ ছাহ খেতি নথকা "ফিছিম্পল গ্ৰাণ্টৰ" মাটিবোৰ অধিগ্ৰহণ কৰিবলৈ—কেৱল ছাহ খেতিৰ বিস্তৃতিৰ কাৰণে অলপ কিছুমাটি আছুটিয়াকৈ ৰাখি ভূমিহীন কৃষকক পত্তন দিবলৈ দাবী কৰিছিলো। তেনেকৈ "ফৰেষ্ট ভিজেলত" বাস কৰা লোক সকলকো দখলী জমীত স্বত্ব দিবলৈ আৰু উচ্ছেদ বন্ধ কৰিবলৈ দাবী জনাইছিলো।

চৰকাৰী পতিত-মাটিবোৰ ভূমিহীন খিলঞ্জীয়া মানুহক দিবলৈ দাবী উত্থাপন কৰিছিলো। খাল-বিলৰ ডাক যাতে ধনী ব্যৱসায়ী শ্ৰেণীয়ে গ্ৰাস কৰিব নোৱাৰে—প্ৰকৃত দুখীয়া মাছমৰীয়া লোকে পায়—তাৰ সু-ব্যৱস্থা কৰিবলৈ দাবী জনাইছিলো। আও পুৰণী খাজনা নিৰ্দ্ধাৰণৰ ব্যৱস্থা ৰহিত কৰি-১৫ বিঘা পৰ্য্যন্ত মাটি থকা লোকৰ খাজনা সম্পূৰ্ণ ৰেহাই দিবলৈ, আৰু তাতকৈ বেচি মাটি থকা কৃষকৰ ওপৰত স্তৰভেদে কৃষিকৰ (গ্ৰেডেড কৃষিকৰ) লগাবলৈ দাবী জনাইছিলো।

শ্ৰমিকৰ ক্ষেত্ৰত আমি দাবী জনাইছিলো—তেওঁলোকৰ চাকৰিৰ নিশ্চিত ব্যৱস্থা স্থায়ীভাবে কৰিবলৈ, শ্ৰমিক বৰ্খাস্ত বন্ধ কৰিবলৈ, তেওঁলোকৰ স্বাস্থ্যৰক্ষা, চিকিৎসা, বাসস্থান, জীবন ধাৰণৰ পদ্ধতি ও মানদণ্ড উন্নত কৰিবলৈ।

মই দাখিল কৰা প্ৰস্তাবমতে ব্ৰহ্মপুত্ৰৰ ওপৰত শিলঘাটত এখন দলং আৰু পঞ্চৰত্ন যোগীঘোপাত আন এখন দলং দিয়াৰ বাবে কেন্দ্ৰিয় চৰকাৰৰ ওপৰত দাবী জনাবলৈ দাবী কৰিছিলো।

ব্ৰহ্মপুত্ৰৰ আমিনগাওঁৰ দলং, আৰু তেলশোধনাগাৰ স্থাপনৰ দাবী সৰ্ব্বসন্মত ভাবে গৃহীত হৈছিল।

ব্ৰডগজ ৰেলৰে লাইন স্থাপনৰ প্ৰস্তাবো বিধান সভাত উত্থাপিত হৈছিল।

শিক্ষাৰ ক্ষেত্ৰত আমুল সংস্কাৰ সাধন কৰিবলৈ, আৰু দুখীয়া ল'ৰা-ছোৱালীক চৰকাৰী খৰছত পঢ়ুৱাবলৈ, বিনামূল্যে দুপৰীয়াৰ আহাৰ যোগান, আৰু কিতাপ পত্ৰৰ বিনামূল্যে যোগান ধৰিবলৈ দাবী উত্থাপন কৰা হৈছিল।

ল'ৰা-ছোৱালী সকলক প্ৰযুক্তিবিদ্যাৰ স্কুলপাতি শিক্ষাদানৰ ব্যৱস্থা কৰিবলৈকো বহুবাৰ উত্থাপন কৰা হৈছিল। বঙ্গদেশৰ পৰা অহা ভগনীয়া সকলৰ সংস্থাপন ত্বৰান্বিত কৰিবলৈ, আৰু নিয়াৰীকৈ পৰিচালনা কৰিবলৈ বিধান সভাত বহুবাৰ আলোচনা ডাঙিধৰা হৈছিল।

সেই কালচোৱাত পাগলাদিয়া আৰু অন্যান্য নদীয়ে সৃষ্টিকৰা বানপানীৰ গ্ৰাসৰপৰা গাওঁৰ ৰাইজক ৰক্ষা কৰিবলৈ—অসমৰ নদীবোৰ নিয়ন্ত্ৰণৰ বাবে, বিশেষকৈ ব্ৰহ্মপুত্ৰ আৰু বৰাক নদীৰ নিয়ন্ত্ৰণৰ বাবে জোৰেৰে দাবী জনোৱা হৈছিল।

বানপীড়িত অঞ্চলৰ খাজনা আৰু চৰকাৰী ঋণ মকুব কৰিবলৈকে দাবী উত্থাপন কৰা হৈছিল।

অসমৰ কেছামালেৰে-ৰাজ্যখনত শিল্পায়ণৰ ব্যৱস্থা কৰিবলৈকো বিৰোধী পক্ষৰ পৰা দাবী উত্থাপন কৰা হৈছিল।

সেই সময়ত অসমীয়া ভাষাক ৰাজ্যিক চৰকাৰী ভাষা হিচাবে গ্ৰহণ কৰিব লাগে বুলি ৰাজ্যজুৰি ছাত্ৰসকলে আন্দোলন গঢ়ি তুলিছিল। মোৰ মনত পৰে যে বিধান সভাৰ প্ৰাইভেট মেম্বাৰছ বিজিনেছৰ কাৰ্য্যক্ৰমত অসমীয়া ভাষাক ৰাজ্যিক ভাষাৰ মৰ্য্যদা প্ৰদান কৰিবলৈ দাবী জনাই এটা প্ৰস্তাব উত্থাপন কৰিছিলো—এই প্ৰস্তাবটোৰেই

আছিল অসম বিধান সভাৰ প্ৰথম প্ৰস্তাব। এই প্ৰস্তাবটো উত্থাপন কৰা কাৰণে অসমৰ বহু ঠাইৰ পৰা 'ধন্যবাদ সূচক' চিঠি আৰু প্ৰস্তাব পাইছিলো।

অসম সাহিত্য সভাৰ মুখ্য কাৰ্য্যলয় "চন্দ্ৰকান্ত সন্দিকৈ ভৱন"ৰ পৰা তেতিয়াৰ প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী এম-এ-বিটি দেৱে ইং, ৭-৩-৬০ তাৰিখে দিয়া চিঠি এখনত মোক ধন্যবাদ দিছিল আৰু সাহিত্য সভাৰ পক্ষৰ এটা সজাতি দলে মুখ্যমন্ত্ৰীক আৰু বিধান সভাৰ সদস্য সকলক লগ ধৰাৰ সিদ্ধান্তৰ কথাও জনাইছিল। সেই সময়ত অসম সাহিত্য সভাৰ সভাপতি আছিল শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা।

১৯৬০ চনৰ ভাষা আন্দোলনে অৱশেষত সাম্প্ৰদায়িক সংঘৰ্ষলৈ ৰূপান্তৰিত হৈছিল। বহু লোকৰ ঘৰবাৰী, সা-সম্পত্তি জীৱন বিনাশ হৈছিল। পশ্চিম বঙ্গতো এই সংঘৰ্ষৰ প্ৰতিফলন হৈছিল। যি সময়ত সাম্প্ৰদায়িক উত্তেজনাই চৰম স্থান পাইছিল সেই সময়ত বঙ্গদেশৰ কমিউনিষ্ট দলৰ মুখপাত্ৰ 'স্বাধীনতা' কাকতখনে সাহসেৰে সাম্প্ৰদায়িকতাৰ বিৰোধ কৰিছিল।

অসমৰ কোনো ৰাজনৈতিক দলেই এই জ্বলন্ত সমস্যাটোৰ সম্পৰ্কত কোনো সিদ্ধান্ত দিব পৰা নাছিল।

কমিউনিষ্ট দলৰ অসম ৰাজ্যিক পৰিষদৰ সভা ১৯৬০ চনৰ ২৮ অক্টোবৰৰ পৰা ১ ছেপ্তেম্বৰলৈকে গুৱাহাটীত বহে। কেন্দ্ৰিয় নেতৃত্বৰ পৰা অহা কমৰেড ৰামমূৰ্ত্তি আৰু জেদ-এ-আহমেদৰ উপস্থিতিত ভাষা সমস্যাৰ ওপৰত এটা সুচিন্তিত সিদ্ধান্ত গ্ৰহন কৰা হয়। এই প্ৰস্তাবৰ মূল প্ৰতিপাদ্য আছিল যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাবে অসমীয়াক ৰাজ্যিক ভাষা হিচাবে গ্ৰহণ কৰিব লাগে, আৰু বৰাক ভেলিৰ কাৰণে বাঙ্গালী ভাষাক অফিচিয়েল ভাষা হিচাবে স্বীকৃতি দিব লাগে, লগতে জনগোষ্ঠী সকলৰ ভাষাৰ বিকাশৰো ব্যৱস্থা

গ্ৰহণ কৰিব লাগে ; কাৰো ওপৰত কোনো ভাষা জোৰকৈ জাপি দিয়া নীতি পৰিত্যাগ কৰিব লাগে। কমিউনিষ্ট পার্টীয়ে গ্ৰহণ কৰা এই প্ৰস্তাবৰ কপি মুখ্যমন্ত্ৰী চলিহা দেৱে খুজি নিয়ে ; আৰু সেই প্ৰস্তাবৰ আধাৰতেই অসমীয়া ৰাজ্যিক ভাষা আইন প্ৰস্তুত কৰা হয়। কমিউনিষ্ট পার্টীৰ পক্ষে ই এটা উল্লেখ যোগ্য কৃতিত্বৰ কথা।

আমি এম-এল-এ হৈ থকা সময়ত কংগ্ৰেছ এম-এল-এ কিছুমানে প্ৰচাৰ কৰিলে যে দৰমহা ১৫০৲ টকাৰ ঠাইত ২৫০৲ টকা হব লাগে। আমিও সমৰ্থন জনালো--ব্যক্তিগত ভাবে—এই কাৰণে যে দৰমহা বাঢ়িলে বাঢ়নৰ পইছাখিনি পার্টী ফাণ্ডলৈ যাব। পার্টীৰ অৰ্থাভাব আছিল। তেতিয়া কিছুদিনৰ বাবে পার্টীৰ সহ-ছেক্ৰেটাৰীৰ দায়ীত্ব কমৰেড নন্দেশ্বৰ তালুকদাৰৰ হাতত আছিল। তেখেত ছিলঙলৈ যাওতে দৰমহা বৃদ্ধিৰ কথা কওতে তেখেতে কৈছিল যে ব্যক্তিগত ভাবে তেখেতৰ আপত্তি নাই। কংগ্ৰেছৰ সংসদী দলৰ পৰা আমাৰ দলপতি গৌৰীশঙ্কৰ ভট্টাচাৰ্য্যৰ ওচৰত প্ৰস্তাবটো অহাত ভট্টাচাৰ্য্যয়ো আপত্তি নাই বুলি জনালে। কংগ্ৰেছ দলে—সৰ্ব্বসন্মতিক্ৰমে বিল-খন উত্থাপন কৰিবলৈ বিচাৰিছিল। বিলখন বিধান সভালৈ আহিল ; হঠাৎ পার্টীৰ ৰাজ্যিক কমিটীয়ে জনালে যে বিলৰ বিৰোধিতা কৰিব লাগে। পার্টীৰ এই নিৰ্দ্দেশত গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য আৰু নীলমণি বৰঠাকুৰে খুব বেয়া পালে আৰু বিধান সভাৰ সদস্য পদৰ পৰা পদত্যাগৰ সিদ্ধান্ত ললে আৰু মোক ও গোপেশ নমঃ-শূদ্ৰৰ আগত পদত্যাগৰ প্ৰস্তাবটো ডাঙি ধৰিলে। নমঃশূদ্ৰয়ো পদত্যাগৰ প্ৰতি সহাৰি জনালে। এই সিদ্ধান্তৰ মই বিৰোধ কৰিলো—তেতিয়ালৈ মাত্ৰ ৪ জন কমিউনিষ্ট এম–এল–এ। মই যুক্তি দিলো যে এই পদত্যাগে অসমতেই নহয় ভাৰতৰ কমিউনিষ্ট আন্দোলনৰো ক্ষতি সাধন কৰিব। সৰ্ব্বসন্মত সিদ্ধান্ত নহল। কাৰ্য্যনিৰ্ব্বাহকৰ সভা বহি আছিল গুৱাহাটীত—গতিকে ফোনেৰে গোপনে যোগাযোগ

কৰাত—এজন সদস্যক মাতি পঠিৱালে। নীলমণি বৰঠাকুৰক গুৱাহাটীলৈ পঠিৱালো। পাৰ্টীয়ে এটি চমু-বিবৃতি লিখি পঠিৱালে—বিলৰ বিৰোধিতা কৰি। পাৰ্টীৰ নিৰ্দ্দেশমতে ভট্টাচাৰ্য্যই বিবৃতিটো পাঠ কৰি দিলে। বিৰোধিতা কেবল ফৰ্মেল বিৰোধিতা হল।

যি নহওক সেইবাৰলৈ পদত্যাগৰ ঘটনাৰ পৰা দল আৰু বিধান সভাৰ কমিউনিষ্ট দলৰ সদস্য সকল ৰক্ষা পৰিল।

২৫০, টকীয়া দৰমহাৰ পৰা পাৰ্টীয়ে ১৫০, টকাকৈ মোৰপৰা ললে—আৰু মোক এশ টকাকৈ দিলে।

## কেৰেলাত কমিউনিষ্ট চৰকাৰ স্থাপন ও কেন্দ্ৰৰ হস্তক্ষেপ

১৯৫৭ চনৰ নিৰ্ব্বাচনৰ মাধ্যমেৰে কেৰেলাত প্ৰথম কমিউনিষ্ট চৰকাৰ প্ৰতিষ্ঠা হ'ল। সমগ্ৰ দেশজুৰি প্ৰবল উত্তেজনা আৰু উৎসাহ বাঢ়িল। দেশৰ বাহিৰতো এই ঘটনাই যথেষ্ট ৰেখাপাত কৰিলে। সেইবাৰৰ দেশৰ বিধান সভা সমূহৰ নিৰ্ব্বাচনত মুঠ আসনৰ সংখ্যা আছিল ২৯০১ খন। এই আসনৰ ভিতৰত প্ৰজা ছোচিয়েলিষ্ট দলে লাভ কৰিছিল ১৯৫ খন আসন আৰু কমিউনিষ্ট দলে পাইছিল ১৬২ খন আসন। প্ৰজা ছোচিয়েলিষ্ট দল সেই সময়ত দ্বিতীয় সৰ্ব্ববৃহত দলহিচাবে পৰিচিত হৈছিল। সেই নিৰ্ব্বাচনত জনসংঘ দলে বিধান সভাৰ আসন পাইছিল ৪৬ খন।

১৯৫৭ চনৰ এপ্ৰিলমাহত কমিউনিষ্ট দলে সংখ্যাগৰিষ্ঠ সদস্য পদ লাভ কৰি কেৰেলাত প্ৰথম কমিউনিষ্ট চৰকাৰ স্থাপন কৰে। দলপতি হয়—ই-এম-এছ নাম্বুদ্ৰিপাদ। সেই সময়ত কেৰেলাত খাদ্যৰ নাটনি আছিল—শিল্পৰ ক্ষেত্ৰতো কেৰেলা পিচপৰি আছিল। গতিকে খাদ্যৰ ক্ষেত্ৰত কেৰেলাই অন্যান্য ৰাজ্যৰ ওপৰত নিৰ্ভৰশীল হবলগীয়া আছিল, আৰু শিল্পৰ ক্ষেত্ৰতো অন্যান্য ৰাজ্যক প্ৰভাব কৰিব পৰা ক্ষমতা অৰ্জন কৰিব পৰা নাছিল। বুৰ্জোৱা সংবিধান

আৰু নীতি-নিয়মৰ মাধ্যমেৰে কাম-কাষ পৰিচালনা কৰিবলগীয়া হোৱাত নাম্বুদ্ৰিপাদ-চৰকাৰৰ সীমাবদ্ধতা আছিল আৰু তাৰ কাৰণে কৰণীয় কৰ্ত্তব্যত বাধা পাইছিল। কমিউনিষ্ট শাসনৰ চুটি কালচোৱাত কেৰেলাত ভূমি সংস্কাৰমূলক আইন প্ৰণয়ণ কৰা হয়, আৰু এই আইনৰ দ্বাৰা ভূমিহীন কৃষক, আৰু কৃষি-শ্ৰমিক সকলৰ স্বাৰ্থ সংৰক্ষিত কৰা হয় ; কৃষক উচ্ছেদ বন্ধ কৰা হয়—সেই কাৰণে কেৰেলা ৰাজ্যৰ মাটিগিৰি সকলে কমিউনিষ্ট চৰকাৰৰ বিৰোধিতা কৰে। প্ৰাইভেট শিক্ষানুষ্ঠান বিলাক ৰাষ্ট্ৰীয়কৰণ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰাত খৃষ্টিয়ান সম্প্ৰদায়ৰ লোক সকলেও চৰকাৰৰ বিৰোধিতা কৰে। সমাজৰ ভূস্বামীত্ব প্ৰধান নায়াৰ সমিটীয়ে কমিউনিষ্ট চৰকাৰৰ বিৰুদ্ধে তীব্ৰ আক্ৰমণ কৰে। কেন্দ্ৰৰ কংগ্ৰেছ চৰকাৰৰ সাহায্য, উচটনি লাভ কৰি নায়াৰ সম্প্ৰদায়, খৃষ্টান সকলৰ কিছুলোক আৰু কংগ্ৰেছী সকল ঐক্যবদ্ধ হৈ কেৰেলাৰ কমিউনিষ্ট চৰকাৰৰ বিৰুদ্ধে তীব্ৰ আলোড়ণৰ সৃষ্টি কৰে, আৰু অবশেষত ১৯৫৯ চনৰ জুলাই মাহত নেহৰু চৰকাৰে কমিউনিষ্ট চৰকাৰ ভাঙি দিয়ে।

গণতন্ত্ৰত বিশ্বাসী নেহৰুৰ শাসনৰ ই এটা কলা-দাগ, আৰু কলঙ্কৰ চিন হিচাবে পৰিচিত হৈ থাকিল।

## ১৯৫৮ চনৰ অমৃতসৰ অধিবেশন

১৯৫৮ চনত পাঞ্জাবৰ অমৃতসৰত কমিউনিষ্ট পাৰ্টীৰ ৫ ম অধিবেশন বহে। অসমৰ পৰা মোকো প্ৰতিনিধি নিৰ্ব্বাচন কৰা হল। পাঞ্জাবলৈ গলো। তেতিয়া নাম্বুদ্ৰিপাদ চৰকাৰ ভঙা নাছিল। কমৰেড নাম্বুদ্ৰিপাদ আৰু কেৰেলাৰ অন্যান্য নেতা সকলো আহিছিল। কমিউনিষ্ট পাৰ্টী তেতিয়া বিভক্ত হোৱা নাছিল। জেনেৰেল ছেক্ৰেটাৰীৰ দায়িত্বত আছিল কমৰেড অজয় ঘোষ। সৰ্ব্ব-ভাৰতৰ

কমিউনিষ্ট পাৰ্টীৰ তেতিয়াৰ সকলোবোৰ নেতাকে অমৃতসৰ অধিবেশনত লগপাই নিজকে ধন্য মানিছিলো। তাৰ উপৰিও—ছোভিয়েট ৰুচিয়াকে ধৰি পৃথিবীৰ বহুদেশৰ কমিউনিষ্ট নেতাসকল-সন্মিলনত উপস্থিত আছিল। বিদেশী ভাতৃপ্ৰতিম পাৰ্টীৰ নেতা সকলৰ উপস্থিতিত—জীবনত এয়েই প্ৰথম কমিউনিষ্ট সন্মিলন দেখিলো—। কমৰেড হৰকিসান সিং স্বুৰজিতকে ধৰি পাঞ্জাবৰ নেতাসকলকো তাত লগ পালো। নতুনকৈ নিৰ্ব্বাচিত হোৱা দলৰ এম-এল-এ, এম-পি সকলকো পালো। পশ্চিম বঙ্গৰ বহু কেজন নেতৃস্থানীয় কমৰেডক পালো।— মোৰ উপাধি "সেন ডেকা" হোৱা কাৰণে বহুতে মোক বাঙ্গালী-মূল বুলি প্ৰশ্ন সুধিছিল। বেচ আমেজ লাগিছিল।

পাৰ্টী সন্মিলনৰ সময়ত পাঞ্জাব পাৰ্টীয়ে পাঞ্জাবৰ শ্বহীদ সকলৰ ফটো সমূহৰ প্ৰদৰ্শনী এটা অনুষ্ঠিত কৰিছিল—প্ৰকাণ্ড হল ঘৰ এটা এই চবিসমূহে আগুৰি পেলাইছিল। কালাপানীৰ হুকুম হোৱা আৰু ফাচীকাঠত আৰু গুলিত মৃত্যুবৰণ কৰা কেবাশ শ্বহীদৰ চবিবোৰে জীৱনত নতুন আলোড়ণৰ সৃষ্টি কৰিছিল। আগেয়ে ধাৰণা আছিল যে বঙ্গদেশত এই ধৰণৰ শ্বহীদৰ সংখ্যা বেচি বুলি—কিন্তু পাঞ্জাবৰ শ্বহীদ সকলৰ প্ৰদৰ্শনীয়ে সেই ধাৰণাৰ পৰিবৰ্ত্তন আনিলে। ইমানবোৰ শ্বহীদে বৃটিছৰ বিৰুদ্ধে—স্বাধীনতা লাভৰ সংগ্ৰামত আত্মহুতি দিছিল—আমি অসমৰ মানুহে কল্পনা কৰিব নোৱাৰো।

দীৰ্ঘদীন 'কালাপানীৰ' জীৱন-যাপনৰ পিছত—বহুতো নেতাই ইতিমধ্যে মুক্তিলাভ কৰিছে,—১৯৪৭ চনৰ ১৫ আগষ্টৰ স্বাধীনতা ঘোষণাৰ পিছত বহুতে মুক্তি পালে। বহুতে কমিউনিষ্ট দলত যোগদান কৰি নেতৃত্বৰ ভূমিকা লবলৈ সক্ষম হ'ল। এই সকলকো লগ পাই--অমৃতসৰ অধিবেশনত নিজকে সৌভাগ্যবান বুলি ধাৰণা হ'ল।

১৯১৯ চনৰ জালিৱানাৱালাবাগৰ নির্মম হত্যাকাণ্ডৰ ঠাই ডোখৰ চাবলৈ গলো। কাষৰ বেৰবোৰত বৃটিছ-সশস্ত্ৰ বাহিনীয়ে কৰা অজস্ৰ গুলিৰ চিনবোৰ দেখিলো, আৰু দেখিলো মৰাশৰে ভৰ্ত্তি হোৱা কুৱাটো। শৰীৰৰ প্ৰতিদাল নোম শিহঁৰি উঠিছিল। বৃটিছ সাম্ৰাজ্যবাদৰ নিকৰুণ আৰু বৰ্বৰোচিত অত্যাচাৰৰ বিৰুদ্ধে মনটো বিদ্ৰোহী হৈ উঠিছিল। জালিৱানাবাগত ইমানবোৰ নিৰ্দ্দোষী মানুহক গুলিকৰি বধ কৰা হ'ল—চিৰদিনৰ বাবে শশ লোকক ঘৃণীয়া কৰা হ'ল—কোনো সতৰ্কবাণী নুশুনুৱাকৈ গুলিৰ নিৰ্দ্দেশ দিয়া হ'ল—ভাবিবলৈ টান পোৱা এই ঘটনা ঘটিছিল পৰাধীন ভাৰতত।

স্বৰ্ণ মন্দিৰ দেখিলো—এই মন্দিৰত মানুহৰ আহ-যাহ আৰু ভক্তিভাব অতুলনীয়। শিখ সম্প্ৰদায়ৰ পুৰুষ মহিলা-উভয়ে ধৰ্মপ্ৰাণ—ধৰ্মৰ নামত জীৱনদান কৰাটো তেওঁলোকৰ পক্ষে কোনো কঠিন কাম যেন নেলাগিল।

অমৃতসৰৰ মুল বজাৰলৈ গৈ বাস্তুবাহানিৰ দাম সুধি জানিলো আমাৰ অসমতকৈ বহুত কম। গৰম কাপোৰৰ দাম আৰু কম। মাত্ৰ ১০্ টকা শিলনি বেচ দি-এদিনতে দীঘল গৰমকোট এটা শিলাই কৰি ললো,—মাত্ৰ ১৮্ টকা মূল্যতে চামৰাৰ ৩ খলপীয়া ভাল ব্যাগ এটা কিনি ললো।

অমৃতসৰৰ কমিউনিষ্ট সন্মিলনখন—মোৰ কাৰণে প্ৰথম বৃহত্তৰ সন্মিলন। সেই সন্মিলনত ছোভিয়েট ৰুচিয়াৰ কমিউনিষ্ট দলৰ বিংশতিতম কংগ্ৰেছৰ সিদ্ধান্তৰ প্ৰভাৱ ভালদৰে পৰিছিল। বিশ্ব-মহাযুদ্ধ অনিবাৰ্য্য—বুলি থকা ধাৰণাটো এই সন্মিলনে অস্বীকাৰ কৰিছিল। এই সন্মিলনে বিশ্বশান্তিৰ সপক্ষে সিদ্ধান্ত গ্ৰহণ কৰিছিল। শান্তিপূৰ্ণ সহ-অৱস্থানৰ নীতিৰ প্ৰতি দলে আস্থা স্থাপন কৰিছিল। শান্তিপূৰ্ণ পথেৰে—অস্ত্ৰসংগ্ৰাম নকৰাকৈয়ে বৃহত্তৰ জনসাধাৰণৰ সমৰ্থনত—সাংবিধানিক পদ্ধতিৰ মাধ্যমেৰে ৰাজনৈতিক ক্ষমতা দখলৰ সম্ভাৱনা

থকা বুলি পাৰ্টীয়ে বিশ্বাস কৰিছিল—আৰু সম্প্ৰতি কালত অস্ত্ৰ-সংগ্ৰামৰ প্ৰয়োজনীয়তা নাই বুলি ঘোষণা কৰিছিল। পাৰ্টীয়ে দল আৰু গণসংগঠন সমূহ গঢ়ি তোলাৰ ওপৰত যথেষ্ট গুৰুত্ব আৰোপ কৰিছিল।

সন্মিলনৰ মুকলি অধিবেশনত যোগ দিবলৈ তিনিদিন মান আগৰে পৰা মানুহ অহাৰ সমাগম হৈছিল। বোকোচাত কেছুৱা, খাদ্যৰ টোপোলা আৰু ৩/৪ দিনৰ যাত্ৰাপথৰ প্ৰয়োজনীয় কানি-কাপোৰ, বাচন-বৰ্ত্তন লৈ মানুহ বিলাক আহি আছিল।

ৰাতি ২টা মান বজালৈ মুকলি সন্মিলনৰ কাম চলি আছিল। লেখ-জোখ নোহোৱা বৃহত্তৰ জনসমাবেশ সন্মিলনৰ অন্তলৈকে লানি-নিচিগা হৈ আছিল। ৰাতি সভা হোৱা, আৰু সভাত ধৈৰ্য্যসহকাৰে ইমানখিনি ৰাতিলৈকে—একেৰাহে দৰ্শক হিচাবে উপস্থিত থকা এই ঘটনাটো মোৰ জীৱনত প্ৰথম দেখিছিলো। মোৰ কাৰণে ই আছিল—এটা অভিনৱ উল্লেখনীয় ঘটনা।

## চীন ভাৰতৰ যুদ্ধ

চীনৰ কমিউনিষ্ট চৰকাৰে তিব্বতখনক নিজৰ ৰাজ্যৰ অংশ বুলি দাবী কৰি সামৰিক অভিযান চলায়,—সেই অভিযানত তিব্বতৰ দলৈ লামা আৰু অন্যান্য তিব্বতী সকলে ভাৰতত আশ্ৰয় গ্ৰহণ কৰে। তিব্বতৰ সামন্তযুগীয় সমাজ ব্যৱস্থাৰ অৱসান হোৱাটো কমিউনিষ্ট সকলে কামনা কৰিছিল, আৰু কমিউনিষ্ট শাসন প্ৰবৰ্ত্তন হলে তিব্বতৰ অনুন্নত শোষিত জনসাধাৰণৰ মঙ্গল ও উন্নতি হব বুলি ধাৰণা কৰিছিল। তিব্বতী সকলক আশ্ৰয় দিয়াৰ ফলত—ভাৰত আৰু চীনৰ সম্পৰ্কৰ অৱনতি ঘটে। সীমা নিৰ্দ্ধাৰণৰ দাবী প্ৰতিদাবী সাব্যস্ত কৰাৰ অজুহাতত চীনে ভাৰতৰ সীমান্তত যুদ্ধৰ

সূচনা কৰে। চীন আৰু ভাৰতৰ মাজত সীমান্ত সমস্যাৰ অজুহাতত যুদ্ধ লাগে। অৰুণাচলৰ সীমান্তত চীনা সৈন্যৰ আক্ৰমণত আৰু ভয়ত ভাৰতৰ সৈন্যবাহিনীয়ে পৃষ্ঠভঙ্গ দিয়ে। তেজপুৰ অঞ্চলৰ মানুহবোৰ দিহা-দিহি গুচি যাবলৈ ধৰে। নলবাৰী, বৰপেটা, ৰঙিয়া, গুৱাহাটী অঞ্চলৰ যিবিলাক লোকে চাকৰি-বাকৰি কৰি—সেইবোৰ ঠাইত বাস কৰি আছিল তেওঁলোকে ঘৰ-দুৱাৰ, বেহা-বেপাৰ পৰিত্যাগ কৰি গুচি আহে। এটা উত্তেজনাপূৰ্ণ অস্থিৰ পৰিস্থিতিৰ সৃষ্টি হয়। চৰকাৰে দেশৰক্ষা বাহিনী গঠন কৰিবলৈ আৰু সামৰিক শিক্ষা গ্ৰহণ কৰিবলৈ আবেদন জনায়, ঠায়ে ঠায়ে শিক্ষা শিবিৰো প্ৰতিষ্ঠা হয়। তেনেকুৱা শিক্ষা শিবিৰ এটাত—নলবাৰীত মই, কমৰেড লোহিত দাস, গোবিন্দ শীল, হৰিমোহন দাস আদিয়ে দেশৰ স্বাধীনতা ৰক্ষাৰ প্ৰয়োজন অনুভৱ কৰি যোগ দিছিলো। আমাৰ লগতে বয়োজ্যষ্ঠ এড্‌ভোকেট ৺প্ৰতাপ চন্দ্ৰ তালুকদাৰও যোগ দিলে। বিভিন্ন ধৰণৰ মাৰ্চ্চ, ব্যায়াম আমাক শিকালে। খুব আগ্ৰহ সহকাৰে— নিয়মীয়াকৈ আমালোকে শিক্ষা লাভ কৰিলো। শিক্ষাদান কৰা শিক্ষকজনেও আমাক বেচ স্নেহ আৰু মৰম কৰিছিল। কংগ্ৰেছ, কমিউনিষ্টৰ ৰাজনৈতিক বিভেদ পাহৰি— দেশৰক্ষাৰ বাবে— আমালোকে একেটা আদৰ্শৰ লোক-হিচাবে সন্মিলিত হৈছিলো— মিলিজুলি কাম কৰিছিলো।

অৱশেষত চৰকাৰে ঠেং কাটিলে। ৰাইফল ট্ৰেইনিঙৰ সময়ত আমালোক কমিউনিষ্ট কেইজনক বাচি বাচি লিষ্টৰ পৰা বাদ দিলে। উত্তৰত কলে যে ওপৰৰ নিৰ্দ্দেশ। সিমানতে আমাৰ ট্ৰেইনিঙৰ অৱসান হল— ট্ৰেইনিঙৰ অৱসান হলেও আমালোকে তেজপুৰৰ ফালৰ পৰা ভাগি অহা লোক সকলক সহায় সাহায্য দিয়াত কৃপণালী কৰা নাছিলো— দেশৰক্ষাৰ কাৰণে সৰ্ব্বসাধাৰণক ঐক্যবদ্ধ হৈ থাকিবলৈ পাৰ্য্যমানে প্ৰচাৰ কাৰ্য্য চলাইছিলো। বিৰাট বিৰাট

ৰাজহুৱা সভা সংগঠন কৰিছিলো। তেনে এখন ৰাজহুৱা সভাতেই কমিউনিষ্ট নেত্ৰী কমলা বৰ্মণে নিজৰ সোণৰ অলংকাৰ সোলোকাই যুদ্ধৰ সাহায্যৰ বাবে আগবঢ়াইছিল। এটা পৰ্য্যায়ত যুদ্ধৰ পৰিস্থিতি ভাৰতৰ প্ৰতিকুলে গৈছিল।

শ শ ভাৰতীয় সৈন্যই অস্ত্ৰ পৰিত্যাগ কৰি যুদ্ধক্ষেত্ৰৰ পৰা পলাই আহিছিল। মানুহৰ ধাৰণা হৈছিল যে চীনে অসমখন আৰু পূৰ্বাঞ্চলৰ দেশ সমূহ জয় কৰিলে। পণ্ডিত নেহৰুৱে ৰেডিও বক্তৃতাত দুখ কৰি কলে—'অসম তোমাক ৰক্ষা কৰিব নোৱাৰিলো।" নেহেৰুজীৰ এই ঘোষণাই মানুহৰ মানসিকতাত যথেষ্ট আতঙ্ক আৰু ত্ৰাসৰ সঞ্চাৰ কৰিলে। পিছত আমি জানিলো যে চীনদেশৰ সৈন্য অৰুণাচলৰ পৰা পিচুৱাই গ'ল।

তেতিয়াৰ পৰাই চীনদেশৰ লগত আমাৰ দেশৰ বৈৰীভাব প্ৰকট আছিল। বেহা-বেপাৰ, ব্যবসায়-বাণিজ্য, শিক্ষা সংস্কৃতিৰ ক্ষেত্ৰতো পূৰ্বৰ মিলনৰ গতিপথ বন্ধ হৈছিল। ইয়াৰ ফলত দুয়ো দেশৰে প্ৰচুৰ ক্ষতি হৈছিল। প্ৰায় দেৰকুৰি বছৰ এইদৰে থকাৰ পিছত—বৰ্ত্তমান ক্ষেত্ৰত দুয়ো দেশৰ মাজত বন্ধুত্ব স্থাপনৰ দুৱাৰ মেল খাইছে; ভাৰতৰ প্ৰধানমন্ত্ৰী আৰু চীনদেশৰ প্ৰধান মন্ত্ৰীৰ সাম্প্ৰতিক ভ্ৰমণে দুয়োখন দেশৰ প্ৰীতি আৰু বন্ধুত্বৰ অধ্যায় সুচনা কৰিছে। আমি আশাকৰো দুয়োখন দেশৰ বন্ধুত্ব গাঢ় আৰু দৃঢ় হক। চীনৰ লগত হোৱা যুদ্ধক কেন্দ্ৰ কৰি শাসক দলে কমিউনিষ্ট সকলৰ বিৰুদ্ধে হকে-বিহকে প্ৰচাৰ আৰম্ভ কৰিলে। ভাৰতৰ কমিউনিষ্ট দলক 'চীনৰ দালাল', 'স্বদেশদ্ৰোহী' আদি আখ্যাৰে অপপ্ৰচাৰ চলালে। ভাৰতৰ বুৰ্জোৱা প্ৰেছ বিলাকে একেমুখে কমিউনিষ্ট বিৰোধিতা কৰি দেশৰ জনসাধাৰণক বিপথে চালিত কৰিলে— যাৰ ফলত ১৯৬২ চনৰ তৃতীয় সাধাৰণ নিৰ্ব্বাচনত কমিউনিষ্ট পাৰ্টীৰ যথেষ্ট ক্ষতি সাধন হল।

১৯৬২ চনৰ সাধাৰণ নিৰ্ব্বাচনত কমিউনিষ্ট দলে পাৰ্লিয়ামেণ্টত ২৯ খন আসন লাভ কৰি সৰ্ব্ববৃহৎ বিৰোধী দল বুলি পৰিচিত হলেও—চীনৰ যুদ্ধই পাৰ্টীৰ অগ্ৰগতি আশানুৰূপ হোৱাত প্ৰতি-বন্ধকতাৰ সৃষ্টি কৰিছিল। তাৰ উপৰিও অমৃতসৰ অধিবেশনত গৃহীত সিদ্ধান্তমতে গণসংগঠন সমূহ মজবুত কৰাৰ সিদ্ধান্ত সফলভাবে কাৰ্য্যকৰী কৰাত আগবাঢ়িব পৰা নাছিল। পাৰ্টী নেতৃত্বত ক্ৰমান্বয়ে চীন আৰু ছোভিয়েটৰ কমিউনিষ্ট দলৰ নেতৃত্বক কেন্দ্ৰ কৰি দেখা দিয়া বিবাদ আৰু বিতৰ্কই বেচি দুৰ্বল কৰিছিল; বামপন্থী নেতৃত্বৰ লগত ঐক্য আৰু সংহতি সঠিকভাবে গঢ়ি তুলিব নোৱাৰাত—প্ৰগতিশীল বুৰ্জোৱা সকলেও আগবাঢ়ি নহাত ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়ে ১৯৬২ চনৰ নিৰ্ব্বাচনত ইপ্সিত ফল নেপালে। পশ্চিম নলবাৰী সমষ্টিত— প্ৰজাছোচিয়েলিষ্ট দলে কমিউনিষ্ট পাৰ্টীৰ বিৰোধিতা কৰাৰ ফলত—পাশ্চিম নলবাৰী সমষ্টিৰ বিৰোধী ভোটৰ বিভাজন হয় আৰু মোক পৰাজিত কৰি—কংগ্ৰেছ প্ৰাৰ্থী শ্ৰীমান প্ৰফূল্ল গোস্বামী জয়ী হয়।

## চীন-ভাৰত যুদ্ধৰ পৰবৰ্ত্তী অবস্থা

চীন-ভাৰত যুদ্ধ অবসান হোৱাৰ পিছত ১৯৬৩ চনৰ পৰা দীৰ্ঘদিন ধৰি কৃষক, বনুৱা, মধ্যবিত্ত শ্ৰেণীৰ মাজত কমিউনিষ্ট সকলে ব্যপক গণ আন্দোলন, গণজাগৰণ গঢ়ি তোলে। হৰতাল, বন্ধ, শোভাযাত্ৰা দেশজুৰি সংগঠন কৰা হয়। ১৯৬৩ চনৰ ১৩ ছেপ্তেম্বৰৰ দিনা ভাৰতবৰ্ষৰ সকলো ৰাজ্যৰ পৰাই— প্ৰায় ২ লাখ লোক দিল্লীত সমবেত হয়, আৰু পাৰ্লিয়া মেণ্টত এখন “বৃহত্তৰ আবেদন পত্ৰ” দাখিল কৰা হয়। সেই আবেদন পত্ৰত অন্যান্য দাবীৰ লগতে—উত্থাপিত হৈছিল, প্ৰয়োজনীয় বস্তুৰ মূল্য হ্ৰাস কৰিবলৈ, লগতে দাবী কৰা হৈছিল দেশৰ পৰৰাষ্ট্ৰীয় নীতি

সঠিকভাবে জোট বৰ্হিভূত কৰি চলাই নিবলৈ, প্ৰতিৰক্ষা উদ্যোগ সমূহ দেশৰ ভিতৰতে প্ৰতিষ্ঠা কৰিবলৈ, দেশৰ সকলো বেঙ্ক, তেল শিল্প আৰু বৈদেশিক বাণিজ্য ৰাষ্ট্ৰীয়কৰণ কৰিবলৈ। এই বৃহত্তৰ আবেদন পত্ৰৰ দাবী সমূহে দেশৰ প্ৰগতিশীল অংশৰ লোক সকলক, আৰু শাসক দলৰ প্ৰগতিশীল অংশৰ ওপৰত প্ৰভাব বিস্তাৰ কৰিছিল। এই আবেদন পত্ৰত ১ কোটি ২ লাখৰো অধিক লোকে চহী দিছিল, আৰু কেবাখনো মটৰগাড়ীৰে এই আবেদন পত্ৰখন কঢ়িয়াই নি পাৰ্লিয়ামেণ্টত দাখিল কৰা হৈছিল।

১৯৬৪ চনৰ ২০ ফেব্ৰুৱাৰীৰ পৰা সমগ্ৰ ভাৰতৰ বনুৱা শ্ৰেণীয়ে ৩ দিন জুৰি ধৰ্মঘট কৰে—। ২৪ আগষ্টৰ পৰা ২৮ আগষ্ট পৰ্য্যন্ত সমগ্ৰ দেশতে "বৃহত্তৰ সত্যাগ্ৰহ" আৰম্ভ হয়! চৰকাৰী অফিছ বেঙ্ক আদিত পিকেটিং আৰু বিক্ষোভ আৰম্ভ হয়। ৮০ হেজাৰমান লোকে এই আন্দোলনত যোগদান কৰিছিল, আৰু প্ৰায় ২৫ হেজাৰ সত্যাগ্ৰহীয়ে গ্ৰেপ্তাৰ বৰণ কৰিছিল। কমিউনিষ্ট পাৰ্টীৰ যথেষ্ট প্ৰভাব বাঢ়ে। ইয়াতে উল্লেখযোগ্য যে এই বৰ্দ্ধিত প্ৰভাব ক্ষতিগ্ৰস্ত হয়—দলৰ আভ্যন্তৰিণ খৰিয়ালৰ কাৰণে। ১৯৬২ চনৰ পৰা আৰম্ভ হোৱা পাৰ্টীৰ আভ্যন্তৰিণ বিবাদ—১৯৬৪ চনত অক্টোবৰ মাহত শিখৰলৈ উঠে আৰু ভাৰতৰ কমিউনিষ্ট পাৰ্টী (মাৰ্ক্সবাদী) (চি-পি-এম) নামেৰে নতুন কমিউনিষ্ট দল এটি গঢ়ি উঠে। ৰাষ্ট্ৰীয় পৰিষদৰ ১০৪ জন সদস্যৰ ভিতৰত ৩২ জন সদস্যই পাৰ্টীৰ অধিক সংখ্যক সদস্যৰ বিৰোধিতা কৰি—পাৰ্টী গঠনতন্ত্ৰৰ গণতান্ত্ৰিক কেন্দ্ৰিকৰণৰ নীতি অমান্য কৰি—শ্ৰমিক শ্ৰেণীৰ মূল দলটো ফালি পেলাই— নতুন দলৰ জন্ম দিয়ে। ভাৰতৰ সমাজতান্ত্ৰিক বিপ্লৱৰ অগ্ৰগতি বাধাপ্ৰাপ্ত হয়।

এইদৰে দলৰ বিভাজন হোৱাত কেৰেলা আৰু পশ্চিমবঙ্গৰ অধিক সংখ্যক কমিউনিষ্ট নেতা চি-পি-এম দলৰ অন্তৰ্ভুক্ত হৈ

থাকে আৰু এই দুই ৰাজ্যৰ সংগঠনক কেন্দ্ৰ কৰিয়েই চি-পি-এম ৰ সংগঠন বাঢ়ি যায়। নতুনকৈ গঠিত হোৱা চি-পি-এম দলে ছোভিয়েটৰ কমিউনিষ্ট চৰকাৰক শোধনবাদী বুলি সমালোচনা কৰে, আৰু চীন দেশৰ কমিউনিষ্ট নেতা মাও-ছে-টুঙৰ সংগ্ৰামী নীতি তেখেত সকলৰ নীতি বুলি ঘোষণা কৰে। মাও-ছে টুঙক তেখেত সকলৰো নেতা বুলি দাবী কৰে। শান্তিপূৰ্ণ নিৰ্ব্বাচনৰ পথ অশুদ্ধ বুলি অভিহিত কৰে,—তেখেত সকলে অস্ত্ৰ সংগ্ৰামৰ নীতিকেই শুদ্ধ-নীতি বুলি ঘোষণা কৰে। কমিউনিষ্ট দলৰ বিৰুদ্ধে হৰেক ৰকমৰ অপপ্ৰচাৰ চলায়— কমিউনিষ্ট প্ৰেচিডেণ্ট এছ-এ-ডাঙ্গেক 'বৃটিছৰ চৰ' বুলি আখ্যা দি প্ৰবন্ধ লিখি প্ৰচাৰ কৰে। এই সম্পৰ্কত কমৰেড ৰামমুৰ্ত্তি, বাসব পুন্নিয়া আদি নেতাৰ লিখনি উল্লেখযোগ্য।

নতুনকৈ চি-পি-এম দল গঠন হোৱাৰ পিছত সৰ্ব্বভাৰতীয় কৃষক সভাখনো ফালি দুখন কৃষক সভা হয়। সৰ্ব্বভাৰতীয় ট্ৰেড ইউনিয়ন সংগঠন ভাঙি-'চিটু' নামৰ নতুন সংগঠন এটা গঢ়ি উঠে। এইদৰে ভাৰতৰ গণ-সংগঠনৰ সকলো স্তৰতে শ্ৰমিক আৰু কৃষক সংগঠন সমূহৰ মাজত প্ৰচণ্ড ৰকমৰ বিভাজন হয়।

সৰ্ব্বভাৰতৰ ছাত্ৰ-সন্মিলনৰ মাজতো বিভাজন হয়। "ভাৰতীয় ছাত্ৰ ফেডাৰেশ্যন" নাম দি নতুন ছাত্ৰ সন্মিলন গঢ়ি তোলে। এই সময় চোৱাত কমিউনিষ্ট ঐক্য আৰু গণ-সংগঠনৰ ঐক্যৰ বদলি প্ৰচণ্ড বিভাজন আৰু অনৈক্যই ভাৰতৰ কমিউনিষ্ট সংগঠনৰ বাঢ়নত তীব্ৰ বাধাৰ সৃষ্টি কৰে, আৰু কমিউনিষ্ট আন্দোলনৰ প্ৰগতি বেয়াধৰণে বাধাপ্ৰাপ্ত হয়।

## চি-পি-এমৰ নীতিৰ পৰিবৰ্ত্তন

১৯৬৪ চনত ভাৰতৰ কমিউনিষ্ট পাৰ্টী বিভাজিত হোৱাৰ ৩ বছৰ পূৰ নোহওতেই চি-পি-এমৰ নীতি পৰিবৰ্ত্তন হল। অস্ত্ৰ

সংগ্ৰামত বিশ্বাস স্থাপনকাৰী চি-পি-এম দলে ১৯৬৭ চনৰ সাধাৰণ নিৰ্ব্বাচনত অংশ গ্ৰহণ কৰিলে—অস্ত্ৰ-সংগ্ৰামৰ পথ পৰিত্যাগ কৰিলে। পশ্চিম বঙ্গত এই দলে বুজন সংখ্যক বিধান সভাৰ আসন লাভ কৰিলে— দলৰ নেতৃত্বত চৰকাৰ প্ৰতিষ্ঠা হল। কম. হৰেকৃষ্ণ কোঁৱৰ ৰাজহ বিভাগ মন্ত্ৰীত্বত বহিল।

সেই সময়তেই চি-পি-এম দলৰ নেতৃত্বত উত্তৰ বঙ্গৰ নক্চাল-বাৰী অঞ্চলত ভূমিহীন আৰু গৰীব কৃষক সকলে ভূম্যধিকাৰী সকলৰ বিৰুদ্ধে আন্দোলন কৰিছিল আৰু কোনো কোনো ক্ষেত্ৰত বলপূৰ্বক ভাবে নিজৰ অধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ উঠিপৰি লাগিছিল। চি-পি-এম দলৰ সেই সময়ত গ্ৰহণ কৰা নীতি অনুসাৰেই তেখেত সকলে সেইধৰণৰ বল প্ৰয়োগকাৰী আন্দোলনত লিপ্ত হৈছিল। তেওঁলোকে আশা কৰিছিল যে চি-পি- এম নেতৃত্বত গঢ়ি উঠা পশ্চিমবঙ্গৰ চৰকাৰৰ পৰা আন্দোলনকাৰী কৃষক সকলে সকলো প্ৰকাৰৰ সহায়, সহযোগ আৰু সমৰ্থন লাভ কৰিব।—কিন্তু তেওঁলোকৰ আশা-আকাঙ্ক্ষাৰ বিপৰীত ফল হ'ল। চি-পি-এম চৰকাৰে তেওঁলোকৰ আন্দোলনৰ বিৰোধিতা কৰিলে আৰু তেওঁলোকক নিষ্ঠুৰ ভাবে দমন কৰিলে। কমৰেড হৰেকৃষ্ণ কোঁৱৰে খোলাখুলিভাবেই আন্দোলন দমন কৰিবলৈ নিৰ্দ্দেশ দিলে। তেতিয়া আন্দোলনত অংশ গ্ৰহণকাৰী ডেকা-চামটোৱে চি-পি-(এমে) নিজৰ গৃহীত নীতি আৰু পন্থাৰ নিজেই বিৰোধিতা কৰা বুলি, সংসদীয় ৰাজনীতিৰ মোহত দলৰ মূলনীতিৰ বিৰোধিতা কৰা বুলি, বিপ্লবৰ প্ৰতি বিশ্বাস-ঘাতকতা কৰা বুলি অভিযোগ তুলি তেওঁলোকে চি-পি-এম দল ত্যাগ কৰিলে। কিছুদিনৰ পিছতেই তেওঁলোকে "চি পি-আই-(এম-এল) মাৰ্কচিষ্ট-লেলিনিষ্ট" নামেৰে নতুন কমিউনিষ্ট দল গঠন কৰিলে। কলিকতাত এই দলৰ সংগঠনত বেচিভাগ শিক্ষিত ডেকা যুবকে যোগদান কৰিলে আৰু কম সময়ৰ ভিতৰতে অন্ধ্ৰ, পাঞ্জাব আদি ৰাজ্যত এই দলৰ সংগঠন বাঢ়িল।

চি-পি ( এম ) আৰু চি-পি-আই ( এম. এল ) দলৰ মাজত তীব্ৰ প্ৰতিদ্বন্দ্বিতা আৰু বিৰোধ ৰাজহুৱা ভাবে দৃশ্যমান হ'ল। উভয়দলৰ মাজত গুলি, লাঠি, দেগাৰৰ ব্যৱহাৰ চলিল, আৰু দুয়ো-দলৰে শ শ ডেকা বিপ্লৱী যুবকে আত্মকলহৰ নিৰ্মমতাত প্ৰাণদান কৰিলে। চি-পি-এমে যিদৰে 'গণতান্ত্ৰিক-কেন্দ্ৰিকতাৰ' নীতি পৰিহাৰ কৰি ভাৰতৰ কমিউনিষ্ট দলৰ পৰা ফালৰিকাটি বেলেগ পাৰ্টী গঠন কৰিছিল—ঠিক একে পদ্ধতিৰেই 'গণতান্ত্ৰিক কেন্দ্ৰিকতাৰ' নীতি জলাঞ্জলি দি "এম-এল" দলৰ কৰ্মী সকলে চি-পি-এমৰ পৰা ওলাই আহি নতুন দল তৈয়াৰ কৰে। চি-পি-এম দলৰ নেতা সকলে পূৰ্ব-প্ৰদৰ্শিত পথেৰেই নতুন দল সৃষ্টি কৰিলে।

এই দুয়োটা দলৰ সংঘৰ্ষ আৰু আইনহীনতা বাঢ়ি যায়, আৰু এনে পৰিস্থিতিৰ অজুহাতত কংগ্ৰেছ চৰকাৰে পশ্চিম বঙ্গৰ যুবক সকলক নিৰ্মল আৰু নিষ্ঠুৰভাবে হত্যা কৰে। নিৰ্দ্দোষী ছাত্ৰ আৰু যুবক সকলক 'সন্ত্ৰাসবাদী' বুলি মিছা অভিযোগ দি গ্ৰেপ্তাৰ কৰা হয় আৰু ৰাতিৰ আন্ধাৰত গুলি কৰি হত্যা কৰা হয়—প্ৰতি-আক্ৰমণাত্মক সংঘৰ্ষত মৰা বুলি মিছা বাতৰি প্ৰচাৰ কৰা হয়। হেজাৰ হেজাৰ নিৰপৰাধী যুবকক বৰ্বৰোচিত ভাবে হত্যা কৰি পশ্চিমবঙ্গৰ কংগ্ৰেছী চৰকাৰে কলঙ্কৰ কালিমা সানে।

পৰবৰ্ত্তী কালত দেখা গ'ল যে সমগ্ৰ ভাৰতৰ বিভিন্ন প্ৰান্তত চি-পি-আই ( এম-এল ) দলৰ বিস্তৃতি হয়, আৰু এই দলৰ পৰাও বহু নতুন নতুন দলৰ জন্ম হয়। এই দলৰ কৰ্মী সকল চীনৰ সংগ্ৰামী—আন্দোলনৰ নীতিৰদ্বাৰা প্ৰভাবিত; চি-পি-এম দলে চি-পি-আইৰ পৰা ফালৰি কাটিঅহা সময়ত এই এনেধৰণৰ প্ৰচাৰ চলাইছিল, আৰু চি-পি-আইক সংশোধনবাদী বুলি সমালোচনা কৰিছিল।

সম্প্ৰতি—অভিজ্ঞতাৰ পৰা দেখা গৈছে যে চি-পি- ( এম ) দলৰ পূৰ্বৰ গৃহিত নীতি আৰু কাৰ্য্যপন্থা যথেষ্ট ভুল আৰু ক্ৰটিপূৰ্ণ আছিল। এই ক্ৰটিপূৰ্ণ নীতি গ্ৰহণৰ ফলতেই ভাৰতৰ কমিউনিষ্ট দল প্ৰথমতে দ্বি-খণ্ডিত হয়, আৰু পিছত চি-পি-এম দল খণ্ড-বিখণ্ড হয়, আৰু খণ্ডিত অংশবোৰ পৰৱৰ্ত্তীকালত বহু-খণ্ডত বিভক্ত হয়। এইদৰে ভাৰতৰ কমিউনিষ্ট আন্দোলনে নিজৰ শক্তিৰ বিভাজনৰ ফলশ্ৰুতি হিচাবেই নিজৰ অৰ্জিত শক্তি হেৰুৱাবলগীয়া হয়।

এইটো দাঠিকৰ পাৰি যে ভাৰতৰ কমিউনিষ্ট দল, চি-পি-এম দল, বিভিন্ন চি-পি-আই ( এম-এল ) গোষ্ঠী ঐক্যবদ্ধ হলে আজিও ভাৰতত বিকল্প ৰাজনৈতিক দল হিচাবে পৰিগণিত হব পাৰে। কমিউনিষ্ট সকল ঐক্যবদ্ধ হৈ বিকল্প দলত পৰিণত হলে দেশৰ বিভিন্ন গণতান্ত্ৰিক শক্তিসমূহে বিকল্প কমিউনিষ্ট দলৰ লগত সন্মিলিত হৈ ভাৰতবৰ্ষত গণতান্ত্ৰিক ঐক্যৰ চৰকাৰ প্ৰতিষ্ঠা কৰিব পাৰে।

কমিউনিষ্ট আৰু গণতান্ত্ৰিক শক্তিবিলাকৰ ঐক্যহীনতা আৰু বিভাজনমূখী গতিধাৰাৰ ফলত—ভাৰতত আঞ্চলিকতাবাদী, গোষ্ঠী-বাদী, ধৰ্মীয় আৰু বিভেদমুখী গোষ্ঠী সমূহে শক্তি সঞ্চয় কৰিছে। অসমৰ আঞ্চলিক দল ' অসম গণপৰিষদে ' অন্ধ্ৰৰ তেলেগু দেশম দলে, তামিলনাড়ুৰ এ-আই-ডি-এম-কে দলে ৰাজস্থান, মধ্যপ্ৰদেশ, উত্তৰ প্ৰদেশ আৰু হিমাচল প্ৰদেশৰ " ভাৰতীয় জনতা দলে " ক্ষমতাত অধিষ্ঠিত হৈছে।

যি বিলাক ৰাজ্যত কংগ্ৰেছৰ চৰকাৰ আছে—সেইবিলাকতো নিৰ্ব্বাচনৰ সময়ত সম্প্ৰদায়, গোষ্ঠীগত, ধৰ্মীয়, ভাষাগত আদি বিভিন্ন আঞ্চলিক সমস্যাৰ মাধ্যমেৰে—ভোট সংগ্ৰহৰ ব্যৱস্থা কৰা দেখা যায়। কংগ্ৰেছ দলে যিমানেই নিজকে ধৰ্মনিৰপেক্ষ দলবুলি নকওক বাস্তৱ ক্ষেত্ৰত তেওঁলোকৰ কাৰ্য্যক্ৰমনিকা ধৰ্মনিৰপেক্ষ বুলিব নোৱাৰি।

কেবছৰমানৰ পৰা চি-পি-( এমৰ ) নীতি আৰু কাৰ্য্যক্ৰমণিকাৰ মৌলিক পৰিবৰ্ত্তন ঘটিছে। ছোভিয়েটৰ কমিউনিষ্ট চৰকাৰৰ সম্বন্ধে, পূব-ইউৰোপৰ জনগণতান্ত্ৰিক দেশ সমূহৰ সম্পৰ্কে, আৰু চীনৰ কমিউনিষ্ট চৰকাৰ সম্পৰ্কে কমিউনিষ্ট দল আৰু মাৰ্ক্সবাদী দলৰ বৰ্ত্তমান কালত মৌলিক পাৰ্থক্য নাই। কংগ্ৰেছ চৰকাৰ সম্বন্ধে উভয়ৰেই দৃষ্টিভঙ্গীৰ ভিন্নতা নাই, ভাৰতৰ পৰৰাষ্ট্ৰীয়নীতি সম্পৰ্কেও দুয়ো দলৰ একেধৰণৰ ধাৰণা। বিশ্বসাম্ৰাজ্যবাদৰ অবস্থান, নাটো-চিয়াটো গোষ্ঠীসম্বন্ধেও উভয়ে একে ধৰণেই ভাবে—ভাৰতৰ ভবিষ্যতৰ চৰকাৰ বাম আৰু গণতান্ত্ৰিক ঐক্যৰ চৰকাৰ হববুলি উভয় দলেই বিশ্বাস কৰে। বিভিন্ন বাম আৰু গণতান্ত্ৰিক দলৰ লগত ঐক্যবদ্ধ হোৱাৰ চিন্তা একে ধৰণেই কৰে। এনেস্থলত এই দুয়োটা দলে মিলিজুলি কাম কৰাৰ বা ঐক্যবদ্ধ কমিউনিষ্ট দল গঠন কৰাৰ কোনো আদৰ্শগত বা প্ৰোগ্ৰেমেটিক বিৰোধ নাই। দুয়োটা দলে ঐক্যবদ্ধ হৈ কাম কৰিব নোৱাৰা বা ঐক্যবদ্ধ কমিউনিষ্ট দল গঠন কৰিব নোৱাৰাৰ মূলতঃ আছে দল দুটাৰ নেতৃত্বত অধিষ্ঠিত নেতাসকলৰ ঠেক দৃষ্টিভঙ্গী, আৰু নিজস্ব নেতৃত্বৰ অবসানৰ ভীতি-বুলি মই ব্যক্তিগতভাবে বিশ্বাস কৰো।

এনে অবস্থা বেচিদিন নচলে। অবস্থাই দুয়োদলকে ঐক্যবদ্ধ হৈ কাম কৰিবলৈ বাধ্য কৰিব, আৰু এই মিলনে ভাৰতৰ ৰাজনীতিৰ পটপৰিবৰ্ত্তণত উল্লেখযোগ্য পদক্ষেপ হিচাবে পৰিগণিত হব।

## কমিউনিষ্ট দলৰ বোম্বে আৰু পাটনা অধিবেশন

ভাৰতৰ কমিউনিষ্ট দলৰ ৭ম পাৰ্টী কংগ্ৰেছ ১৯৬৪ চনৰ ১৩ ডিচেম্বৰৰ পৰা ২৩ ডিচেম্বৰ পৰ্য্যন্ত দহদিন জুৰি বোম্বেত অনুষ্ঠিত হয়। এই সম্মিলনত পাৰ্টীয়ে জাতীয় গণতান্ত্ৰিক বিপ্লব আৰু তাৰ

অগ্ৰগতি সম্বন্ধে সিদ্ধান্ত গ্ৰহণ কৰে। এই সন্মিলনত দলে সিদ্ধান্ত গ্ৰহণ কৰে যে জাতীয় বুৰ্জোৱাৰ প্ৰগতিশীল অংশ এটাই কমিউনিষ্ট সকলৰ প্ৰস্তাবিত জাতীয় গণতান্ত্ৰিক বিপ্লবৰ অংশীদাৰ হব—একচেটিয়া পুজিপতিৰ মুনাফা লুণ্ঠনৰ বিৰোধিতা কৰিব। দলে এই সন্মিলনত লোৱা সিদ্ধান্তৰ মৰ্মে—বিদেশী একচেটিয়া পুজি সম্পূৰ্ণৰূপে নিঃশেষ কৰিব বিচাৰিছিল; আমুল ভূমি সংস্কাৰ সাধন কৰি ভূমিহীন কৃষকক মাটি দিয়াৰ আৰু দেশত অধিক উৎপাদনৰ ব্যৱস্থা কৰাৰ সিদ্ধান্ত কৰিছিল। বনুৱা শ্ৰেণীয়ে যাতে অংশগ্ৰহণ কৰিব পাৰে তেনেলক্ষ্যেৰে গণতান্ত্ৰিক বিকাশ সাধন কৰা—যাতে বনুৱা শ্ৰেণীয়ে ক্ষমতা দখলৰ বাবে আগুৱাই আহিব পাৰে।

জাতীয় গণতান্ত্ৰিক চৰকাৰৰ কাৰ্য্যসূচীৰ মৌলিক দিশ বিলাক এই সন্মিলনে ফঁহিয়াই দেখুৱায়। পাৰ্টীয়ে কয় যে জাতীয় গণতান্ত্ৰিক বিপ্লবৰ শিবিৰে দেশৰ ৰাজনৈতিক অৰ্থনৈতিক আৰু সামাজিক অবস্থাৰ মৌলিক পৰিবৰ্ত্তন সাধিব পাৰিব। কোৱা হৈছিল যে জাতীয় গণতান্ত্ৰিক চৰকাৰে আন্তৰ্জাতিক সম্পৰ্ক স্থাপন কৰিব,—বিভিন্ন দেশৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক স্থাপন কৰিব, যুদ্ধৰ ভীতিৰ পৰা পৃথিৱীক ৰক্ষা কৰিব—বিশ্বশান্তিৰ সপক্ষে কাম কৰিব, জাতীয় গণতান্ত্ৰিক চৰকাৰে কৃষক আৰু বনুৱা শ্ৰেণীৰ স্বাৰ্থৰক্ষাৰ যত্ন কৰিব; সৈন্যবাহিনীৰ আমুল সংস্কাৰ সাধন কৰিব, বনুৱা শ্ৰেণীৰ জীৱনৰ মানদণ্ড উন্নত কৰিব ইত্যাদি।

ইয়াৰ পিছত ইংৰাজী ১৯৬৮ চনত ৭ ফেব্ৰুৱাৰীৰপৰা ১৫ ফেব্ৰুৱাৰীলৈ পাটনা চহৰৰ গান্ধী ময়দানত পাৰ্টীৰ ৮ম সন্মিলন বহে। এই সন্মিলনলৈকে ময়ো প্ৰতিনিধি নিৰ্ব্বাচিত হৈছিলো। এই সন্মিলনখন বৰ জাকজমকে অনুষ্ঠিত হয়। বিশ্বৰ বহুদেশৰ পৰা কমিউনিষ্ট প্ৰতিনিধি সকল আহি এই সন্মিলনত যোগদান কৰিছিল।

এই সন্মিলনত বিভিন্ন ৰাজ্যৰ বাবে— আছুটীয়াকৈ থকামেলাৰ ব্যৱস্থা কৰা আছিল, আৰু স্বতন্ত্ৰবীয়াকৈ তম্বুৰ কোঠা তৈয়াৰ কৰা হৈছিল। বিহাৰৰ বহুলোকে অসমৰ কেম্পটো চাবলৈ আহিছিল— তেওঁলোকৰ বেচিভাগেই অসমত কাম কৰিছিল। বনুৱাকাম, ৰিস্কাচালনা, দোকানৰ মালবিক্ৰী কৰা আদি—কামত নিয়োজিত লোক। কেবাজনকো ময়ো চিনি পাইছিলো। বৰভাল লাগিছিল তেওঁলোকক লগ পাই ; নিজা আৰু আপোনজন যেন ধাৰণা হৈছিল।

পাটনা কংগ্ৰেছত সিদ্ধান্ত কৰা হয় যে একচেতিয়া পুজিপতিয়ে কংগ্ৰেছ চৰকাৰৰ দিনত অহেতুক সুবিধা গ্ৰহণ কৰি কোটি কোটি টকাৰ মালিক হৈছে, আৰু জাতীয় বুৰ্জোৱা শ্ৰেণীৰ লগত তেওঁলোকৰ দ্বন্দ্ব আৰু বিৰোধ বাঢ়িছে। বনুৱা বা অন্যান্য শ্ৰমজীবি জনসাধাণৰ মাজতো শ্ৰেণী বিৰোধ তীব্ৰতৰ হৈছে।

একচেতিয়া পুজিপতি সকলে নানান সুযোগ সুবিধা লাভৰ মাধ্যমেৰে কোটি কোটি মানুহক শোষণ কৰি—কোটি কোটি টকা ঘটাৰ সুযোগ লাভ কৰিছে যদিও, অন্যহাতে লোহা, তীখা, গধুৰ ইঞ্জিনিয়াৰীং শোধানাগাৰ, তেল-শিল্প, ৰাসায়নিক উদ্যোগ আদি ৰাজহুৱা খণ্ডত স্থাপিত হোৱা বাবে অৰ্থনীতিৰ স্বাধীন বিকাশৰো স্তৰ আৰম্ভ হৈছে।

সন্মিলনত ঘোষণা কৰা হয় যে তিনিটা ক্ষেত্ৰত শঙ্কটৰ সৃষ্টি হৈছে। সেই শঙ্কট বিলাকৰ ভিতৰত—( ১ ) বিশ্ব বেঙ্কৰ নিৰ্দ্দেশত টকাৰ মূল্যমান হ্ৰাসকৰি অৰ্থনীতিৰ শঙ্কট সৃষ্টি কৰা হৈছে ; ( ২ ) পৰিকল্পনাৰ মাজত শঙ্কটে দেখা দিছে, ( ৩ ) বিশ্ব-পুজিবাদী ব্যৱস্থাত শঙ্কটে দেখা দিছে।

সন্মিলনে ঘোষণা কৰে যে মাৰ্কিণ সাম্ৰাজ্যবাদে জোট নিৰপেক্ষ নীতিৰ বিৰোধিতা কৰিছে, আৰু জোট নিৰপেক্ষ শক্তিসমূহৰ ওপৰত বিভিন্ন ৰকমে প্ৰভাব বিস্তাৰ কৰিবলৈ যত্ন কৰিছে। সন্মিলনে

ঘোষণা কৰে যে জনপ্ৰিয় গণঅভ্যুত্থান কিছুমান দেখা দিছে আৰু এই অভ্যুত্থান বিলাকে চলিত সমাজ ব্যৱস্থাৰ পৰিবৰ্ত্তণৰ ইঙ্গিত দিছে।

সন্মিলনে ঘোষণা কৰে যে ভাৰতীয় বনিক শ্ৰেণীৰ মাজত স্ব-বিৰোধ বাঢ়িছে—আৰু দেশব্যাপি কেবছৰমান জুৰি—ছাত্ৰ, কৃষক আৰু মজুৰৰ মাজত আন্দোলন শক্তিশালী হৈ উঠিছে। লগতে কোৱা হয় যে কংগ্ৰেছ দলৰ মাজত বিৰোধ ও ভাঙন তীব্ৰতৰ। ৯খন ৰাজ্যত অকংগ্ৰেছী চৰকাৰ প্ৰতিষ্ঠিত হৈছে ; গণতন্ত্ৰৰ বিৰুদ্ধে কংগ্ৰেছ চৰকাৰৰ আক্ৰমণ তীব্ৰতৰ হৈছে।

দলে এই পৰিস্থিতিত বাম ও গণতান্ত্ৰিক শক্তিসমূহৰ ঐক্যৰ আহ্বান দিছিল। এই সন্মিলনত পাৰ্টীয়ে সিদ্ধান্ত গ্ৰহণ কৰে—কংগ্ৰেছ দলৰ অপশাসনৰ অবসান ঘটাবলৈ। তাকে কৰিবলৈ বাম আৰু গণতান্ত্ৰিক শক্তি সমূহ ঐক্যবদ্ধ হৈ—দেশত বিকল্প নেতৃত্ব দিয়াৰ প্ৰয়োজনৰ কথা দোহাৰে। পাৰ্টীয়ে দেশজোৰা গণসংগ্ৰামৰো আহ্বান জনায়।

এই সন্মিলনখনত ভাৰতৰ প্ৰায় ঠাইৰেই প্ৰতিনিধিয়ে যোগদান কৰিছিল। প্ৰায় ৩ৰ পৰা ৫ লাখ লোকৰ গণ-শোভাযাত্ৰাৰ মাধ্যমেৰে মুকলি সন্মিলনৰ কাম সুকলমে সমাধা হয়।

বিহাৰৰ নালন্দা-বিশ্ববিদ্যালয়ৰ ভগ্নাবশেষ, পাটলিপুত্ৰৰ তাহানি দিনৰ ভগ্নাবশেষ, হিৰণ্যক্ষৰ মন্দিৰ আদি বিভিন্ন পৌৰাণিক অনুষ্ঠান সমূহে সোঁৱৰাই দিয়ে—বিহাৰৰ অতীতৰ ঐতিহ্যময়ী দিনবোৰৰ কথা। বিহাৰ আৰু অসমৰ মাজত আজিও ভাতৃত্ববোধ, প্ৰীতি আৰু স্নেহৰ সম্পৰ্ক বিদ্যমান।

## কোচিনৰ নৱম পাৰ্টী কংগ্ৰেছ

কমিউনিষ্ট দলৰ নৱম পাৰ্টী কংগ্ৰেছ কেৰেলাৰ কোচিন নগৰত অনুষ্ঠিত হয় ১৯৭১ চনৰ ৩ অক্টোবৰৰ পৰা ১০ অক্টোবৰলৈ। সেই

সন্মিলনলৈ মই পুনৰবাৰ প্ৰতিনিধি নিৰ্ব্বাচিত হলো। কোচিনলৈ গলো—লগত প্ৰদীপ আৰু বিমলাও দাক্ষিণাত্য চাবলৈ ওলাল—কমৰেড দেবেন কলিতাও লগ হ'ল। অসমৰ প্ৰতিনিধি দলৰ কেবা-জনো সদস্য একেলগে গলো। পশ্চিমবঙ্গৰ প্ৰতিনিধি সকলো একেখন ট্ৰেইনতে গ'ল। বাটত গৈ থাকোতেই খোৱা-লোৱাৰ সকলো বন্দোবস্ত পশ্চিমবঙ্গৰ প্ৰতিনিধি দলটোৱে কৰিলে। বৰ আনন্দেৰে মাদ্ৰাজত নামিলো। তাত প্ৰায় ১ দিনমান থকাৰ সুযোগতেই—মাদ্ৰাজৰ ঐতিহ্যপূৰ্ণ ঠাই কেডোখৰ মান চোৱাৰ সৌভাগ্য ঘটিল—। তামিলনাডুৰ পুৰণি সংস্কৃতি ইমান চহকী বুলি আগেয়ে ধাৰণাই কৰিব পৰা নাছিলো। অজস্ৰ শিলতকটা পুৰণি দিনৰ মূৰ্ত্তি, মন্দিৰ বোৰৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলৰ খুটা—শিলৰচাল-এইবোৰনো তেতিয়াৰ দিনত কেনেকৈ কৰা হৈছিল—ভাবিলে আচৰিত যেন লাগে। শিল্পী সকলৰ প্ৰতি মূৰ দো-খাই যায়। মহাবল্লীপুৰম, পক্ষীপুৰম, কন্যাকুমাৰী, মীনাক্ষী মন্দিৰ ছোৱাৰ পিছত ধাৰণাৰ বিপুল পৰিবৰ্ত্তন অৱশ্যম্ভাৱী। ইমান হেজাৰ বছৰৰ অক্লান্ত আৰু নেৰানেপেৰা শ্ৰমৰ মাজেৰে ভাৰতৰ শিল্পী আৰু কাৰিগৰ সকলে এই তীৰ্থস্থানবোৰ তৈয়াৰ কৰিছে,—ইমান ধৈৰ্য্য, ইমান মনোনিবেশৰ কথা কল্পনাই কৰা টান।

কোচিনৰ সন্মিলনৰ পিছত কন্যাকুমাৰী চাবলৈ গৈছিলো। স্বামী বিবেকানন্দৰ সাগৰৰ মাজত তৈয়াৰ কৰা মন্দিৰৰ কথা নেদেখিলে কল্পনাই কৰিব নোৱাৰি। ভাৰতৰ দক্ষিণৰ এই শেষ ভূখণ্ডই ভাৰতৰ ধৰ্মবিশ্বাস, সংস্কৃতি আৰু শিল্পসাধনাৰ প্ৰতীক হিচাবে পৰিচিতি দিছে। ইয়াৰ সাগৰৰ বিশালতা, প্ৰকাণ্ড প্ৰকাণ্ড ঢেউ, নীলাৰং, সুৰ্য্য-উদয় আৰু অস্তহোৱা দৃশ্যাবলীৰ মনোহাৰীক আকৰ্ষণ জীৱনত পাহৰিব নোৱাৰি। সমগ্ৰ তামিলনাডুখন যেন দক্ষিণ ভাৰতৰ পুৰণি যুগৰ শিল্পসাধনাৰ আৰু ধৰ্মচৰ্চ্চাৰ এক বিশাল পবিত্ৰভূমি।

কোচিনলৈ গলো। কেৰেলাৰ তামোল, নাৰিকল আৰু বিভিন্ন গছ-গছনি অসমৰ দৰেই-মনোমোহা। এই ৰাজ্যৰ নাৰিকল গছৰ খেতিৰ বাহুল্য আৰু বিশালতা—এইবোৰে সৃষ্টি কৰা মহিমাময়ী সৌন্দৰ্য্যই যেন সমগ্ৰ কেৰেলাৰ উপকুল ভাগক সজীব আৰু সৌন্দৰ্য্যময়ী কৰি ৰাখিছে। মানুহবিলাকো বেচ ভদ্ৰ আৰু মিঠা ব্যৱহাৰৰ। আতিথ্যও পাহৰিব নোৱাৰা।

কোচিন সন্মিলনৰ সময়তেই বাংলাদেশৰ মুক্তিসংগ্ৰাম তুঙ্গত উঠিছিল। পাক-পুলিছ আৰু সামৰিক বাহিনীয়ে বাংলাদেশৰ মুক্তিকামী পুৰুষ, মহিলা, ছাত্ৰ আৰু যুবক সকলৰ ওপৰত চলোৱা বৰ্বৰোচিত অত্যাচাৰৰ কাহিনী সমূহৰ—বিভিন্ন প্ৰকাৰৰ হৃদয়গ্ৰাহী চবিবোৰ কেৰেলাৰ ৰাস্তা-ঘাটত ব্যাপক ভাবে প্ৰদৰ্শন কৰা হৈছিল। এনে চবিবোৰেৰে প্ৰদৰ্শনীও পতা হৈছিল। বাংলাদেশৰ মুক্তিকামী মানুহৰ লগত ভাৰতৰ কমিউনিষ্ট দলৰ একাত্মিকা প্ৰকাশ কৰা হৈছিল। বিভিন্ন দেশৰ পৰা কমিউনিষ্ট নেতাসকলে এই সন্মিলনত অংশ গ্ৰহণ কৰিছিল।

কোচিন সন্মিলনত দলে সিদ্ধান্ত গ্ৰহণ কৰে যে আন্তৰ্জাতিক কমিউনিষ্ট দলবোৰৰ সংহতি আৰু ঐক্য ক্ৰমে বাঢ়িছে আৰু কমিউনিষ্ট সংগঠন আৰু আন্দোলনবোৰ সমগ্ৰ বিশ্বতে ব্যাপক হাৰত বৃদ্ধি পাইছে। ভাৰতৰ গণতান্ত্ৰিক বিপ্লৱ সাফল্যমন্দিত কৰাৰ কাৰণে—ভাৰতৰ কমিউনিষ্ট দলকো শক্তিশালী আৰু মজবুতকৈ গঢ়ি তোলাৰ বিষয়ে পাৰ্টীয়ে গভীৰ ভাবে বিবেচনা কৰে। কিয়নো শক্তিশালী কমিউনিষ্ট দলৰ নেতৃত্বই হে এই কাম সমাপন কৰাত নেতৃত্ব দিব পাৰিব।

পাৰ্টীয়ে আন্তৰ্জাতিক পৰিস্থিতি বিশ্লেষণ কৰি ঘোষণা কৰে যে বিশ্বৰ সাম্ৰাজ্যবাদী শক্তিসমূহ আগতকৈ দুৰ্বল হৈছে, আৰু সাম্ৰাজ্য-বাদী শিবিৰৰ সংঘৰ্ষ ও সংঘাত বাঢ়িছে। সাম্ৰাজ্যবাদী শিবিৰৰ

সংকট গভীৰতৰ হৈছে, আৰু বিপ্লৱৰ বৈপ্লৱিক আক্ৰমণ সমূহৰ তীব্ৰতা বাঢ়িছে।

এই অধিবেশনত পাৰ্টীয়ে ব্যাপক কাৰ্য্যসূচী কেতবোৰ গ্ৰহণ কৰে। তাৰ ভিতৰত তলত উল্লেখ কৰাবোৰ উল্লেখযোগ্য—

১। একচেতিয়া পুঁজিপতি শ্ৰেণীৰ সকলো ব্যৱসায় জাতীয়কৰণ কৰা। বিদেশী ব্যক্তিগত মূলধন সমূহ, তেলকোম্পানী আৰু বেঙ্ক সমূহৰ পৰিচালনাৰ দায়ীত্ব ৰাষ্ট্ৰই গ্ৰহণ কৰা।

২। আমূল ভূমি সংস্কাৰ কৰি কৃষি উৎপাদন বৃদ্ধিকৰা; কৃষকক সুদ নোলোৱাকৈ ঋণ দিয়া।

৩। চহৰৰ সম্পদৰ সৰ্ব্বোচ্চ সীমা নিৰ্দ্ধাৰণ কৰা।

৪। ৰাজন্যভাটাৰ বিলোপ সাধন কৰা।

৫। ৰাজহুৱা বিতৰণ ব্যৱস্থা শক্তিশালী কৰা আৰু ব্যাপক ভাবে সম্প্ৰসাৰণ কৰা।

৬। বনুৱা শ্ৰেণীৰ নিম্নতম মজুৰি নিৰ্দ্ধাৰণ কৰা; মূল্যসূচী অনুসাৰে মৰগীয়া বানচ নিৰ্দ্ধাৰণ কৰা।

৭। শিল্প সম্বন্ধীয় নতুন নীতি স্বীকৃত কৰা।

৮। নিবনুৱা শ্ৰেণীৰ কৰ্মসংস্থান কৰা।

৯। কলা-টকা উদ্ধাৰ কৰা; মুদ্ৰা নিয়ন্ত্ৰণ কাৰ্য্যকৰি কৰা।

১০। শিক্ষাৰ গণতান্ত্ৰিক সংস্কাৰ সাধন কৰা।

১১। কেন্দ্ৰ আৰু ৰাজ্য সমূহৰ মাজৰ সম্পৰ্কৰ পুনৰ বিবেচনা কৰি—নতুন ব্যৱস্থা গ্ৰহণ কৰা।

১২। সাম্ৰাজ্যবাদৰ গ্ৰাসৰ পৰা ভাৰতৰ অৰ্থনীতিৰ মুক্তিসাধন কৰা।

১৩। সাম্প্ৰদায়িকতা আৰু ধৰ্মান্ধতাৰ বিলোপ সাধন কৰা।

১৪। ১৮ বছৰ বয়সকেই ভোটদানৰ নিম্নতম বয়স হিচাবে ধাৰ্য্য কৰা।

১৫। চুবুৰীয়া ৰাষ্ট্ৰসমূহৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক স্থাপন কৰা ইত্যাদি।

## ভূমিসংস্কাৰৰ আন্দোলন, বানপানীৰ তাণ্ডবলীলা আৰু অনশন সত্যাগ্ৰহ আন্দোলন

কমিউনিষ্ট পাৰ্টী আৰু বিপ্লৱী কমিউনিষ্ট পাৰ্টীয়ে সামন্ততন্ত্ৰ আৰু জমিদাৰতন্ত্ৰৰ বিলোপ সাধনাৰ্থে, ৰায়তীস্বত্বৰ মাটিত—প্ৰকৃত ৰায়তৰ চিৰদিনীয়া স্বত্বসাব্যস্তৰ বাবে, কৃষক উচ্ছেদৰ বিৰুদ্ধে সুৰক্ষা দাবীকৰি—বৃটিছ চৰকাৰৰ দিনৰে পৰাই বিভিন্ন স্তৰত আন্দোলন চলাই আছিল। কাকদ্বীপ, টেলেঙানা, মোপলা বিদ্ৰোহ কৃষক সকলৰ ন্যায়সঙ্গত দাবী প্ৰতিষ্ঠাৰ আন্দোলন আছিল। ১৯৪৭ চনৰ ১৫ আগষ্টৰ পিছতো এই দাবীবোৰৰ ওপৰত জোৰদাৰ আন্দোলনৰ সৃষ্টি হৈছিল। কোনো কোনো ঠাইত কৃষক সকলে বন্দুক-বাৰুদৰো আশ্ৰয় গ্ৰহণ কৰিছিল। লোকসভা আৰু বিধানসভা সমূহত বামপন্থী আৰু কমিউনিষ্ট সকলৰ উপস্থিতিৰ হেতুকে শাসক পাৰ্টীয়ে নিজ-খুছিতে কৃষক সকলক দমন ও অত্যাচাৰ কৰাটো কঠিন হৈ পৰিছিল।

পূব-গুৱাহাটী কৃষক সভাৰ ছেক্ৰেটাৰী পুৰ্ণচন্দ্ৰ কোচৰ নামত ২১/১২/৫৭ ইং তাৰিখে ভূমি সংস্কাৰৰ দাবী জনাই স্মাৰকপত্ৰ দিয়া হয়। প্ৰকৃত ভূমিহীন কৃষকক মাটি দিয়াৰ দাবীত—শিৱসাগৰ জিলা কৃষক সভাই ২৩/৩/৫৮ ইং তাৰিখে লিখিত স্মাৰকপত্ৰ চৰকাৰৰ ওচৰত দাখিল কৰে—দিমৌ আৰু শলগুৰি মৌজাৰ গ্ৰেজিং ৰিজাৰ্ভৰ মাটি ভূমিহীন কৃষকক দিবলৈ ৰাজহুৱা দাবী উথাপন কৰা হয়।

চহৰৰ ৰায়তীস্বত্বৰ মাটিৰ পৰা উচ্ছেদ বন্ধৰ দাবী জনাই আৰু স্বত্ব দাবী কৰি গুৱাহাটী চহৰৰ ৰায়তী এচোচিয়েশ্যনে স্মাৰকপত্ৰ দাখিল কৰে ২১/১২/৫৭ ইং তাৰিখে।

উত্তৰ লক্ষীমপুৰ কৃষক সভাই মাটি দাবী কৰি মুখ্যমন্ত্ৰীৰ ওচৰত স্মাৰকপত্ৰ দিয়ে ২৮/২/৫৮ ইং তাৰিখে।

ৰাজ্যৰ বিভিন্ন অংশত মাটিৰ ওপৰত স্বত্ব দাবী কৰি আন্দোলন

হৈ আহিল, আৰু আমালোক এম. এল. এ হৈ থাকোতে এই আন্দোলন বিলাকত সহযোগিতা কৰিছিলো।

১৯৫৬ চন মানৰ পৰা ১৯৬৬ চনলৈ নলবাৰী অঞ্চলত আৰু অসমৰ অন্য কেইটামান অঞ্চলত বানপানীৰ প্ৰচণ্ড আক্ৰমণ কেবা-বাৰো হৈছিল। এই বানপানীত প্ৰচুৰ শস্য, ঘৰদুৱাৰ, গৰু-বাছুৰৰ জীবন হানি হৈছিল। সেই বছৰ কেইটাত ভাৰতৰ খাদ্য উৎপাদন পিচপৰি আছিল, আৰু বিদেশী ৰাষ্ট্ৰৰ ওচৰত হাত পাতিবলগীয়া হৈছিল। ১৯৬৬ চনত এনে পৰিস্থিতিৰ উদ্ভব হৈছিল—যে পইছা দিলেও চাউল আৰু আটা পাবলৈ নাইকীয়া হৈছিল। চোৰাং-বজাৰত চাউলৰ দাম সাধাৰণ লোকৰ সাধ্যৰ বাহিৰত আছিল। কংগ্ৰেছ চৰকাৰৰ ওচৰত চাউল আৰু আটা যোগানৰ দাবী কৰিও কৃতকাৰ্য্য হোৱা নাছিলো। বহুত ৰাজহুৱা সভা, শোভাযাত্ৰা বিক্ষোভ প্ৰদৰ্শন কৰিও কোনো ফল পোৱা নগৈছিল। আমি দাবী জনাইছিলো সপ্তাহত ২ কিলো চাউল আৰু ১ কিলো আটা জনমুৰি যোগান ধৰিব লাগে; আৰু তেনে যোগান সস্তীয়া দোকানৰ মাধ্যমেৰে ধৰিব লাগে। কমৰেড ফনী বৰাই পৰামৰ্শ দিলে অনশন সত্যাগ্ৰহ কৰাৰ কাৰণে। প্ৰথম নলবাৰীতেই অনশন সত্যাগ্ৰহৰ আচনি গ্ৰহণ কৰা হ'ল।

এই অনশন সত্যাগ্ৰহ সম্পৰ্কত দাবী পূৰণৰ অৰ্থে ইং ২৪/৬/৬৬ তাৰিখে প্ৰায় ১০ হেজাৰ মানুহৰ সমাবেশত—নলবাৰীৰ মেজিষ্ট্ৰেটৰ যোগেদি অসমৰ মুখ্যমন্ত্ৰীলৈ স্মাৰকপত্ৰ প্ৰেৰণ কৰা হয়, আৰু সেই দাবীৰ কপি যোগানমন্ত্ৰী ৺ৰূপৰাম ব্ৰহ্ম দেবলৈকো পঠিওৱা হয় ২৫/৬/৬৬ ইং তাৰিখে। নিৰ্দ্ধাৰিত সময়মতে দাবী পূৰণ নোহোৱাত আৰু জনসাধাৰণৰ দুখ-কষ্ট কুলাই পাছিয়ে নধৰাত—বাধ্যহৈ ইং ৪/৭/৬৬ তাৰিখৰ পুৱা ৮ বজাৰ পৰা—অনিৰ্দ্দিষ্ট কাললৈ মই অনশনত

বহো—নলবাৰী চহৰত। দিনৰ ১২ বজাত বহু সংখ্যক স্বেচ্ছাসেবীয়ে কমৰেড দেবেন্দ্ৰ নাথ কলিতাৰ নেতৃত্বত সত্যাগ্ৰহ কৰি জেললৈ যায়। মোৰ অনশন সত্যাগ্ৰহৰ প্ৰতি সমৰ্থন জনাই প্ৰতিদিনে বহুকেজন সত্যাগ্ৰহী গ্ৰেপ্তাৰ বৰণ কৰে। এইদৰে গ্ৰেপ্তাৰ বৰণ কৰি—জেলখোৱা সত্যাগ্ৰহীৰ সংখ্যা প্ৰায় দুহেজাৰ মান হব।

এই অনশন সত্যাগ্ৰহৰ বৈশিষ্ট্য আছিল প্ৰচুৰ জনসমৰ্থন আৰু জন-সহানুভুতি। কমৰেড লোহিত দাস, উপেন বৰ্মণ, হৰিমোহন দাস, ধৰ্মেশ্বৰ ডেকা, মুনিন্দ্ৰ মল্ল বৰুৱা, ডাঃ খগেশ্বৰ মেধি, কমলা মেধি, বিমলা সেন ডেকা, গোবিন্দ শীল, যাদব বৰ্মণ, নবীন মেধি, প্ৰমোদ দেবনাথ, গোলোক কলিতা আদি নেতৃস্থানীয় কমৰেড সকলে গণসত্যাগ্ৰহৰ সংগঠক ও পৰিচালকৰ দায়ীত্ব বহন কৰিছিল। প্ৰতিদিনে হেজাৰ হেজাৰ মানুহে জিলাৰ বিভিন্ন প্ৰান্তৰপৰা সত্যাগ্ৰহৰ প্ৰতি সমৰ্থন জনাবলৈ আহিছিল।

উল্লেখযোগ্য যে এই সত্যাগ্ৰহৰ সমৰ্থনত দিল্লীৰ পৰা পাৰ্টীৰ অন্যতম নেতা, এম-পি ৺ভুপেশ গুপ্ত নলবাৰীলৈ আহিছিল, আৰু বিৰাট ৰাজহুৱা সভাত বক্তৃতা কৰি—সত্যাগ্ৰহৰ প্ৰতি সমৰ্থন দিছিল।

৬ দিন অনশন সত্যাগ্ৰহ কৰাৰ পিছত অসম চৰকাৰে সত্যাগ্ৰহৰ দাবী সমূহ মানি লয়, আৰু চৰকাৰৰ গৃহীত খাদ্যনীতিৰো পৰিবৰ্ত্তন সধা হয়। নেতৃস্থানীয় লোক সকলৰ পৰামৰ্শ অনুসাৰে ৬ দিনৰ মূৰকত অনশন ভঙ্গ কৰা হ'ল—কিন্তু আন্দোলনৰ বিজয়ৰ গৌৰব পাৰ্টীৰ নামত অঙ্কিত হ'ল।

এই সত্যাগ্ৰহত কমৰেড লোহিত দাসৰ পৈণত নেতৃত্ব আৰু দক্ষ পৰিচালনাৰ কথা উল্লেখনীয়।

এই সত্যাগ্ৰহৰ জয়ৰ পিছত বৰপেটা চহৰত কমৰেড প্ৰমোদ চৌধুৰীয়েও অনশন সত্যাগ্ৰহ কৰি বৰপেটা অঞ্চলৰ ৰাইজক সন্তীয়া

দৰত চাউল ও আটা আদায় কৰি দিবলৈ সক্ষম হৈছিল। মোৰ উপস্থিতিত শ্ৰীচৌধুৰীয়ে অনশন ভঙ্গ কৰিছিল।

এই সত্যাগ্ৰহত বিজয়ী হোৱাৰ পিছত জিলাখনৰ বিভিন্নঠাইত ৰাজহুৱা সভা অনুষ্ঠিত হয়।

১৩/৮/৬৬ ইং তাৰিখে পকোৱা মৌজাৰ জাগৰা হাটখোলাত, ২৮/৮/৬৬ ইং তাৰিখে বিল্লেশ্বৰ দেৱালয় প্ৰাঙ্গনত, ১৮/৭/৬৬ ইং তাৰিখে নলবাৰী চহৰত, ১০/১২/৬৬ ইং তাৰিখে ক্ষেত্ৰাপাৰা নাম ঘৰত ৰাজহুৱা সভা হয়। ইং ২৬/৮/৮৬ তাৰিখে মাখিবাহা গাৰত খাদ্য-সমস্যাৰ সভাত কমৰেড বিষ্ণুৰাভা সহ উপস্থিত হৈ সভাৰ কাৰ্য্য পৰিচালনা কৰা হয়।

ইতিমধ্যে অসমৰ বামপন্থী দল যেনে সংযুক্ত ছোচিয়েলিষ্ট দল, চি-পি-আই, চি-পি-এম, আৰ-চি-পি-আই আৰু এছ-ইউ-চিয়ে খাদ্যবস্তু যোগানৰ দাবীত "অন্ন দিবস" পালন কৰে আৰু ১৯/৮/৬৬ তাৰিখে পুৱা ৬ বজাৰ পৰা সন্ধিয়া ৬ বজালৈ অনশনৰ যোগেদি এই দিবস পালন কৰা হয়।

১৯৬৬ চনৰ ৯ ছেপ্তেম্বৰৰ দিনা খাদ্যনীতি পৰিবৰ্ত্তনৰ দাবীত এদিনৰ কাৰণে অসম বন্ধ পালন কৰা হয়।

ইয়াতে উল্লেখযোগ্য যে ১৮/৭/৬৬ ইং তাৰিখে নলবাৰী চহৰত কেবা হেজাৰো লোকৰ বিৰাট সমাবেশ সংগঠিত হয় কমিউনিষ্ট পাৰ্টীৰ উদ্যোগত।

## ভাৰত-ছোভিয়েট মৈত্ৰী সংঘ

ভাৰত ছোভিয়েট মৈত্ৰী সংঘৰ নলবাৰী জিলা কমিটীৰ মই আহ্বায়ক আছিলো। কেবাবছৰ জুৰি নলবাৰী জিলা কমিউনিষ্ট

দলৰো সম্পাদকৰ দায়ীত্বত আছিলো। মোৰ বাহিৰে বিভিন্ন সময়ত নলবাৰী জিলা কমিউনিষ্ট দলৰ ছেক্ৰেটাৰী হিচাবে কমৰেড লোহিত দাস, ডাঃ খগেশ্বৰ মেধি, কমৰেড গদা দাস আৰু কমৰেড নবীন মেধিয়ে কাম চলাইছিল।

কলিকতাত থকা ছোভিয়েট ৰুছিয়াৰ কনছাল জেনেৰেল আই-টি-বোচাৰভ, আৰু ভাইছ কনছাল আৰু এফ্-এনইয়াৰলকে অসম ভ্ৰমণৰ কাৰণে আহোতে নলবাৰীতো কাৰ্য্যসূচী দিছিল আৰু ২৭/৪/৬৬ ইং তাৰিখে নলবাৰীত পদাৰ্পন কৰিছিল। ভাৰত-ছোভিয়েট মৈত্ৰী সংঘৰ পক্ষৰপৰা শ্ৰীশশীধৰ চৌধুৰী দেবে 'দেবীৰাম পাঠশালা' হাইস্কুল প্ৰাঙ্গণত তেখেত সকলক সম্বৰ্দ্ধনা জনাইছিল। মুকলি অভ্যৰ্থনা সভাত প্ৰায় ১৫/২০ হেজাৰ লোকৰ বিপুল সমাবেশ হৈছিল। হৰিনাৰায়ণ দত্ত বৰুৱা দেবৰ পুত্ৰ মুনীন্দ্ৰ দত্ত বৰুৱা আৰু ৺যোগেন দত্ত বৰুৱাই আলহি সকলৰ খোৱা-মেলাৰ ও অভ্যৰ্থনাৰ ব্যৱস্থা কৰিছিল। ৰুছ দেশৰ ভাষাত দিয়া তেওঁলোকৰ বক্তৃতা সুন্দৰ অসমীয়াত অনুবাদ কৰিছিল—কমৰেড দুলাল খাউণ্ডে।

অসংখ্য মানুহৰ সমাবেশে ইয়াকে প্ৰমাণ কৰিছিল যে সেই সময়ৰ সমাজতান্ত্ৰিক ৰুছিয়াৰ প্ৰতি ভাৰতৰ অগনন লোকৰ প্ৰীতি আৰু ভালপোৱা অতি গভীৰ আছিল, আৰু আমাৰ দেশৰ মানুহে সমাজতান্ত্ৰিক ব্যৱস্থাৰ দৰে সামাজিক ব্যৱস্থা আমাৰ দেশতো প্ৰতিষ্ঠা হোৱাটো বিচাৰিছিল। ছোভিয়েট ৰুছিয়াক নিজৰ দেশৰ দৰে, নিজৰ আপোন জনৰ দৰে, অতি ওচৰৰ আৰু বন্ধুত্বৰ দেশ হিচাবে বিবেচনা কৰিছিল। ভাৰতৰ দাৰিদ্ৰতা-পীড়িত কোটি কোটি মানুহে সমাজতন্ত্ৰ প্ৰতিষ্ঠাৰ সপোন দেখিছিল, আৰু আজি ৰুছিয়াৰ কমিউনিষ্ট চৰকাৰৰ পতন হোৱাৰ পিছতো সমাজতন্ত্ৰৰ সপোন ভাৰতৰ মানুহে পাহৰা নাই।

## চোভিয়েট-সাহায্য

বৃটিছ সাম্ৰাজ্যৰ বিৰুদ্ধে হোৱা মুক্তি আৰু স্বাধীনতা সংগ্ৰামৰ সময়ত ছোভিয়েট-ৰুছিয়াই ভাৰতৰ বিপ্লৱী সকলক আশ্ৰয় দান কৰিছিল, ভাৰতক স্বাধীনতা দিয়াটো বিচাৰিছিল,—১৯৬২ চনৰ চীন-ভাৰত যুদ্ধৰ সময়ত ভাৰতৰ ন্যায্য স্বাৰ্থৰ হকে মাত মাতিছিল, ভাৰত-পাক যুদ্ধৰ সময়ত—ভাৰতৰ বন্ধু হিচাবে সাহায্য দিছিল, বাংলাদেশৰ মুক্তি যুদ্ধৰ সময়ত মাৰ্কিণ সৈন্য বাহিনী বাংলাদেশলৈ পঠিৱাব খোজা সিদ্ধান্তৰ বিৰোধিতা কৰিছিল, মাৰ্কিণ সৈন্যৰ অনুপ্ৰবেশ ও আক্ৰমণ প্ৰতিহত কৰিছিল, ভাৰত মহাসাগৰৰ পৰা মাৰ্কিণী যুদ্ধঘাটি উঠাই নি শান্তিৰ—অঞ্চল হিচাবে গঢ়ি তোলাৰ চেষ্টা কৰিছিল। ভাৰতত দুৰ্ভিক্ষ জনিত অবস্থা সৃষ্টি হোৱাত—ছোভিয়েটে খাদ্যৰ যোগান দিছিল। লোহাৰ, কয়লাৰ আৰু তেলৰ শিল্প বিকাশ ও প্ৰতিষ্ঠাত ছোভিয়েটৰ দান অতুলনীয় বুলি ভাৰতৰ মানুহে বুজিছিল। ভাৰতৰ যুদ্ধবিমান, আধুনিক যুদ্ধোপকৰণৰ নিৰ্মাণ, আৰু অন্যান্য কল-কাৰখানা স্থাপনৰ যোগেদি—ভাৰতৰ দেশৰক্ষা আৰু শিল্পায়ণৰ ক্ষেত্ৰত ছোভিয়েটৰ অবদানৰ কথা ভাৰতৰ মানুহে জানে।

সাম্ৰ্যাজ্যবাদী দেশ সমূহৰ ষড়যন্ত্ৰ ব্যৰ্থ কৰি গোষ্ঠী নিৰপেক্ষ সন্মিলনে যাতে আগুৱাব পাৰে, গোষ্ঠীনিৰপেক্ষ দেশ সমূহে যাতে সাম্ৰাজ্যবাদী শক্তিৰ বহতীয়া ও নিৰ্ভৰশীল হব নেলাগে—স্বতন্ত্ৰীয়া অৰ্থনীতি ও ৰাজনীতি প্ৰতিষ্ঠা কৰিব পাৰে—তাৰ প্ৰতি ছোভিয়েটে দিয়া সহায় সাহায্য আৰু সমৰ্থনেও ভাৰতৰ জনসাধাৰণৰ মনত ছোভিয়েটে প্ৰীতি বঢ়াইছিল।

পৰাধীন দেশ বিলাক স্বাধীন হোৱাত ছোভিয়েটে দিয়া সাহায্যৰ কথা ভাৰতৰ মানুহে জানিছিল। পূব-ইউৰোপ, ভিয়েটনাম, উত্তৰ কোৰিয়া, কিউবা আৰু চীনৰ ক্ষেত্ৰত ছোভিয়েটে কৰা সহায় আৰু সাহায্যৰ কথা ভাৰতৰ মানুহৰ অজানা নহয়।

এই সকলো ঘটনাৰ প্ৰতি ভাৰতৰ অগনণ জনসাধাৰণৰ স্বতঃস্ফুৰ্ত্ত সমৰ্থনৰ প্ৰমাণ হিচাবে—সাধাৰণ প্ৰচাৰতেই দেবীৰাম পাঠশালাত বহুহেজাৰ জনতাই—ছোভিয়েট প্ৰতিনিধি দুজনৰ অভ্যৰ্থনাত যোগদান কৰিছিল।

## কমিউনিষ্ট শাসনৰ অবসান

ছোভিয়েট ৰুছিয়াৰ কমিউনিষ্ট চৰকাৰ বৰ্ত্তমান শাসনৰ গাদীত নাই। পূব-জাৰ্মানৰ কমিউনিষ্ট চৰকাৰো নাই। পূব আৰু পশ্চিম জাৰ্মান ঐক্যবদ্ধ হৈ একেখন দেশত পৰিণত হৈছে আৰু তাত বৰ্ত্তমান ধনিক শ্ৰেণীৰ শাসন ব্যৱস্থা চলি আছে। যুগোশ্লাভিয়াৰ কমিউনিষ্ট শাসনৰো পৰিবৰ্ত্তণ হৈছে—যুগোশ্লাভিয়াৰ ক্ৰোচিয়া আৰু কেইটামান অঞ্চলে শ্লাভিয়াৰ পৰা মুক্ত হৈ স্বাধীন দেশ স্থাপনৰ কাৰণে যুদ্ধত অবতীৰ্ণ হৈছে। পোলেণ্ড, হাঙ্গেৰী, চেকোশ্লোভাকিয়া আৰু আলবেনিয়াতো কমিউনিষ্ট শাসন আগৰ দৰে নাই। মঙ্গোলিয়াৰো কমিউনিষ্ট শাসনৰ কিছু পৰিবৰ্ত্তন হৈছে। উত্তৰকোৰিয়া আৰু দক্ষিণ কোৰিয়াৰ মাজতো ঐক্যবদ্ধ ‘ কোৰিয়া ’ গঠনৰ আলাপ-আলোচনা হৈ আছে। মহাচীন, কিউবা আৰু উত্তৰ কোৰিয়াৰ কমিউনিষ্ট চৰকাৰ চলি আছে। আফগানিস্তানৰ কমিউনিষ্ট চৰকাৰে পদত্যাগ কৰিছে।

উল্লেখযোগ্য যে ছোভিয়েট ৰুছিয়া বিভাজিত হৈছে পূৰ্ব্বৰ অঙ্গৰাজ্য সমূহ স্বাধীন হৈছে, আৰু দু-এখন এনেধৰণৰ স্বাধীন ৰাজ্যৰ মাজত যুদ্ধ, বিবাদ আদিৰ সুত্ৰপাত হৈছে। উল্লেখযোগ্য যে গৰ্বাচভৰ ‘ পেৰিষ্ট্ৰইকা ’ আৰু ‘ গ্লাছনষ্ট ’ শ্লোগানে কমিউনিষ্ট শাসনৰ যথেষ্ট ক্ষতি সাধন কৰিছে। মাৰ্ক্সবাদ-লেনিনবাদ ছোভিয়েটত প্ৰয়োজ্য নহয় বুলি গৰ্বাচেভে কৰা মন্তব্যই বিশ্বৰ কমিউনিষ্ট দেশ বিলাকৰ আৰু কমিউনিষ্ট দল বিলাকৰ মাজত বিতৰ্কৰ সৃষ্টি কৰিছে।

## কমিউনিষ্ট শাসনৰ পতনে মাৰ্ক্সবাদৰ ব্যৰ্থতা নুবুজায় সমাজতান্ত্ৰিক বিকাশেহে সমস্যা সমূহ সমাধান কৰিব

আমি জানো যে কোনো এটা সমাজব্যৱস্থাই স্থায়ী নহয়। সমাজব্যৱস্থা আৰু সামাজিক স্তৰ বিলাক সদায় গতিশীল। ছোভিয়েট ৰুছিয়া আৰু পূব-ইউৰোপৰ দেশ বিলাকৰ কমিউনিষ্ট শাসনৰ অবসান হোৱা মানে এইটো নুবুজায় যে কমিউনিজম বা মাৰ্ক্সবাদ ব্যৰ্থ হৈছে। ধনতন্ত্ৰৰ পৰবৰ্ত্তী সমাজব্যৱস্থা-সমাজতন্ত্ৰবাদ-ই অন-স্বীকাৰ্য্য। সমাজব্যৱস্থাৰ বৃহত্তৰ পৰিবৰ্ত্তনলৈ আমি চকুদিয়া উচিত। এটা যুগ আছিল যেতিয়া বিশ্বৰ-ৰাজনীতি সাম্ৰাজ্যবাদী শক্তি সমূহৰ ইঙ্গিতত পৰিচালিত হৈছিল। আজি পুৰণি সাম্ৰাজ্যবাদী ব্যৱস্থা শক্তিহীন। উপনিবেশ বিলাক স্বাধীন হৈছে—সাম্ৰাজ্যবাদী গোষ্ঠীয়ে উপনিবেশৰ ওপৰত থকা আধিপত্য হেৰুৱাইছে। নতুনকৈ স্বাধীনতা লাভ কৰা উপনিবেশিক দেশ বিলাকে গোষ্ঠীনিৰপেক্ষ তৃতীয় বিশ্বগোষ্ঠী গঠন কৰিছে ; সাম্ৰাজ্যবাদৰ কবলৰ পৰা মুক্ত হৈ দেশৰ স্বাধীন অৰ্থনীতি, ৰাজনীতি, শিক্ষা-সংস্কৃতি স্বতন্ত্ৰীয়া উদ্যোগ প্ৰতিষ্ঠান গঢ়াত ব্যস্ত হৈছে। পুৰণি সাম্ৰাজ্যবাদী দেশ বিলাকৰ অৰ্থনীতি আৰু ৰাজনীতিৰ ভিতৰত গভীৰ শঙ্কট বিদ্যমান। পুজিবাদী দেশ বিলাকৰ ভিতৰত প্ৰতিযোগিতাৰ তীব্ৰতা দিনে দিনে বাঢ়িছে—আৰু ক্ষয়মান বিশ্বপুজিবাদে নিজক বচাবলৈ নিজৰ ভিতৰতে বিভেদ সংঘৰ্ষ ও প্ৰতিযোগিতা এৰাই চলিবলৈ হৱেক ৰকমৰ "বিশ্বসন্থা" গঢ়ি তুলিছে।

সমগ্ৰ বিশ্বত মুদ্ৰাস্ফীতি, আৰু মূল্যবৃদ্ধিৰ আক্ৰমণ আঢ়িছে—সাধাৰন মানুহৰ শিক্ষা-দিক্ষা আৰু সাংস্কৃতিক মানদণ্ড ইতিমধ্যে আগবাঢ়িছে। বহুতো দেশৰ শিল্প কেন্দ্ৰৰ কৰ্মচাৰী সকল নিজৰ অধিকাৰ সম্বন্ধে সচেতন, আৰু তেওঁলোকে নিজৰ নিজৰ শ্ৰেণী সংগঠন বিলাক গঢ়ি তুলিছে।

পিচপৰা দেশবিলাকৰ জনসাধাৰণৰ জীৱন ধাৰণৰ মানদণ্ড বাঢ়িছে—নিজৰ স্বত্ব আৰু অধিকাৰ সম্বন্ধে সাধাৰণ শ্ৰেণীৰ লোক সকল অধিক সচেতন হৈছে। উৎপাদন পদ্ধতিৰ মাজতো বহু পৰিবৰ্ত্তণ হৈছে। বহু কেখন ধনতান্ত্ৰিক দেশত শ্ৰমিক সকলে উদ্যোগ পৰিচালনাৰ দায়ীত্ব লাভ কৰিছে।

কিন্তু বিজ্ঞান, প্ৰযুক্তিবিদ্যাৰ নিত্য নতুন আবিস্কাৰ আৰু নতুন নতুন উদ্ভাবন আৰু বিকাশ হৈ আছে। পুজিতান্ত্ৰিক ব্যৱস্থাত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ বিকাশক সীমাবদ্ধ ব্যৱসায়িক দৃষ্টিভঙ্গীৰে ব্যৱহাৰ কৰাৰ ফলত মানব সমাজক অভিপ্সিত সুফল দিব পৰা নাই। একমাত্ৰ সমাজতান্ত্ৰিক সমাজেহে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ৰুদ্ধ আৰু বদ্ধ প্ৰগতি খুলি দিব পাৰিব, আৰু বৃহত্তৰ মানব সমাজৰ মঙ্গলত ইয়াৰ সুফল প্ৰয়োগ কৰিব পৰা হব।

গতিকে সমগ্ৰ মানব জাতিৰ মঙ্গলৰ বাবে উৎপাদন ব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন সধাৰ কাৰণে, মানুহৰ মাজৰ অভাব দাৰিদ্ৰতা, অনাটন, আৰু মহাযুদ্ধ ৰোধৰ কাৰণে সমাজতন্ত্ৰৰ প্ৰতিষ্ঠা নিতান্তই দৰ্কাৰ, আৰু ই প্ৰতিষ্ঠা হবই।

ইয়াল্টিচনৰ নেতৃত্বত ৰুচিয়াৰ সমাজতান্ত্ৰিক অৰ্থনীতিৰ ঠাইত ‘বজাৰ-অৰ্থনীতিৰ’ যি পোষকতা কৰা হৈছে—ই ধনতন্ত্ৰৰেই অন্য এটা বিকৃত—বিকাশ। ৰুছিয়াৰ জনসাধাৰণে ইয়াৰ ফলত সীমাহীন মূল্যবৃদ্ধি, অভাব-অনাটনৰ সমূখীন হৈছে। সমাজতন্ত্ৰ স্থাপনৰ সুফল ভোগ কৰা দেশৰ জনসাধাৰণে পুজিবাদী সমাজৰ কুফলক কোনো পধ্যেই আশ্ৰয় নিদিব, গতিকে বৰ্ত্তমানৰ ৰুছিয়াৰ শাসক শ্ৰেণীৰ পৰিবৰ্ত্তণ অবশ্যম্ভাবী।

মোৰ দৃঢ় বিশ্বাস যে ছোভিয়েট ৰুছিয়া আৰু পূব-ইউৰোপৰ বৰ্ত্তমানৰ পৰিস্থিতি—অতি সাময়িক, অতি অস্থায়ী, আৰু অদূৰ-ভবিষ্যতে পৰিবৰ্ত্তনীয়। সমাজতন্ত্ৰই নতুন ৰূপেৰে এই দেশ বিলাকত পুনৰ প্ৰতিষ্ঠা লাভ কৰিব—সন্দেহ নাই।

সমাজতান্ত্ৰিক বিকাশেহে সমস্যা সমূহ সমাধান কৰিব

তৃতীয় বিশ্বৰ কোটি কোটি কৃষক, শ্ৰমিক আৰু মধ্যবিত্ত শ্ৰেণীৰ লোকে সমাজতন্ত্ৰৰ বিলুপ্তি কামনা নকৰে; ছোভিয়েট ৰুছিয়া আৰু পূব-ইউৰোপৰ দেশ সমূহৰ বৰ্ত্তমানৰ ঘটনা-প্ৰবাহৰ প্ৰতি তেওঁলোকৰ সমৰ্থন নাই।

ছোভিয়েট কমিউনিষ্ট দলৰ প্ৰচেষ্টাত শীতল যুদ্ধৰ অবসান হৈছে। আনবিক আৰু নিউক্লিয়াৰ মাৰণাস্ত্ৰ সমূহ ক্ৰমে সীমাবদ্ধ পৰ্য্যায়লৈ নামিব ধৰিছে—আনবিক যুদ্ধৰ বিভীষিকা সাময়িকভাবে হ্ৰাস পাইছে—হয়তো আৰু পাব। কিন্তু পৃথিবীলৈ যুদ্ধহীন শান্তি ঘূৰি অহা নাই। সাম্ৰাজ্যবাদ বিৰোধী দেশ বিলাকৰ ওপৰত আক্ৰমণ জাপি দিয়া, সীমা-বিবাদ সৃষ্টি কৰা, গোষ্ঠীগত অধিকাৰ প্ৰতিষ্ঠাৰ বাবে সন্ত্ৰাসবাদী কাৰ্য্যকলাপৰ বৃদ্ধি কৰা, দক্ষিণ আমেৰিকা, আফ্ৰিকা আৰু আৰব ৰাষ্ট্ৰপুঞ্জৰ, বিশেষকৈ পেলেষ্টাইন আৰু ইজৰাইলৰ সমস্যা, এচিয়াৰ গোষ্ঠীগত, ধৰ্মীয় আৰু জাতি সমস্যাই সৃষ্টি কৰা সশস্ত্ৰ আক্ৰমণৰ পৰিস্থিতি আজিও জ্বলন্ত সমস্যা হৈ আছে।

এই সমস্যা সমূহৰ সমাধানৰ মুল পথ হৈছে—সমাজতান্ত্ৰিক বিকাশৰ পথ।

## ১৯৬৫/১৯৭১ চনৰ পাক-ভাৰত যুদ্ধ আৰু ১৯৬৭ চনৰ আৰু ১৯৭১-৭২ চনৰ নিৰ্ব্বাচন

১৯৬৫ চনৰ এপ্ৰিল মাহত কচ্ছৰ ৰাণ অঞ্চলত পাক-ভাৰত সংঘৰ্ষ সৃষ্টি হয়, আৰু এই ঘটনাৰ লগে লগে কাশ্মিৰৰ "বিচ্ছিন্নতাবাদী" শক্তি বিলাকেও আক্ৰমণাত্মক ভুমিকা গ্ৰহণ কৰে। আগষ্ট মাহত পাকিস্তান আৰু ভাৰতৰ সৈন্যবাহিনীৰ মাজত কাশ্মিৰ অঞ্চলতো যুদ্ধ হয়। এই যুদ্ধ বন্ধ কৰিবলৈ ছোভিয়েট ৰুচিয়াৰ প্ৰেচিডেণ্ট কচিগিনে যত্ন কৰে, আৰু দুয়ো দেশৰ ৰাষ্ট্ৰনায়ক দুজনলৈ যুদ্ধ বন্ধৰ

আবেদন জনায়। পাকিস্তানৰ ৰাষ্ট্ৰনায়ক আয়ুবখাঁ আৰু ভাৰতৰ প্ৰধানমন্ত্ৰী লালবাহাদুৰ শাস্ত্ৰীৰ মাজত ১৯৬৬ চনৰ ৩ জানুৱাৰীৰ পৰা ১০ জানুৱাৰীলৈ আলোচনা হয় আৰু শেষত দুয়ো দেশে স্বাভাৱিকীকৰণৰ প্ৰতি সন্মতি প্ৰকাশ কৰে—এই সম্বন্ধে তাচখণ্ডৰ পৰা যুটীয়া বিবৃতি ঘোষণা কৰে। এই বিবৃতিৰ প্ৰতি পৃথিৱীৰ সকলো শান্তিপ্ৰিয় লোকেই সমৰ্থন জনাইছিল। শান্তিচুক্তি সম্পাদিত হোৱাৰ পিচতেই লালবাহাদুৰ শাস্ত্ৰী তাচখণ্ডতেই ঢুকায়।

লালবাহাদুৰ শাস্ত্ৰীৰ প্ৰধান মন্ত্ৰীত্বতেই 'জয়জোৱান' 'জয়কিষাণ' ধ্বনিৰ সৃষ্টি কৰা হৈছিল, আৰু কৃষক ও সৈন্যবাহিনীৰ মাজত ঐক্য ভ্ৰাতৃত্ব আৰু প্ৰীতিৰ বান্ধোন সৃষ্টি কৰিবলৈ যত্ন কৰা হৈছিল।

১৯৬৬ চনৰ জানুৱাৰী মাহত শাস্ত্ৰীজীৰ মৃত্যুৰ পিচতেই কংগ্ৰেছ দলৰ আভ্যন্তৰিণ বিসম্বাদ বাঢ়ি যায়। প্ৰধানমন্ত্ৰী পদৰ কাৰণে মোৰাৰজী দেশাই আৰু ইন্দিৰা গান্ধীৰ মাজত প্ৰতিদ্বন্দ্বিতা হয়, আৰু ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী পদৰ কাৰণে নিৰ্ব্বাচিত হয়।

কেন্দ্ৰিয় কংগ্ৰেছ দলৰ মাজত শঙ্কট সৃষ্টি হোৱাৰ উপৰিও ৰাজ্যসমূহতো কংগ্ৰেছ দলৰ সংকট দেখা দিয়ে। পশ্চিমবঙ্গ, বিহাৰ, উৰিষ্যা, ৰাজস্থান, কেৰেলা আৰু মহীশূৰত নতুন নতুন উপদলৰ সৃষ্টি হয়। ১৯৬৭ চনৰ নিৰ্ব্বাচনৰ পিছত উত্তৰ প্ৰদেশ, হাৰিয়ানা আৰু মধ্যপ্ৰদেশত কংগ্ৰেছ চৰকাৰৰ পতন হয়।

১৯৬৭ চনৰ মে মাহত কংগ্ৰেছত্যাগী নেতা কিছুমানে "ভাৰতীয় ক্ৰান্তি দল" নামৰ এটা দল গঠন কৰে।

১৯৬৭ চনৰ নিৰ্ব্বাচনত কংগ্ৰেছৰ প্ৰাধান্য হ্ৰাস পাইছিল। তেতিয়া ১৭ খন ৰাজ্যৰ ভিতৰত—কংগ্ৰেছ দলে ৯ খন ৰাজ্যত শাসন ক্ষমতা হেৰুৱাইছিল।

১৯৬৮ চনত কংগ্ৰেছৰ সোপন্থী দলৰ নেতা কিছুমানে নেহৰুই প্ৰচলন কৰা গোষ্ঠী নিৰপেক্ষ পৰৰাষ্ট্ৰীয় নীতি, আৰু অন্যান্য প্ৰগতি-

শীল নীতিৰ বিৰোধ কৰি নতুন গ্ৰুপ এটি সংগঠন কৰে আৰু ইন্দিৰা গান্ধীক তেওঁৰ পদবীৰ পৰা আতৰাবলৈ যত্ন কৰে।

১৯৬৯ চনত ইন্দিৰা গান্ধীয়ে দেশৰ ১৪ টা বেঙ্ক ৰাষ্ট্ৰীয়কৰণ কৰে আৰু বামপন্থী ও গণতান্ত্ৰিক দলৰ সমৰ্থন লাভ কৰে। সেই বছৰৰে ডিছেম্বৰ মাহত "একচেটিয়া পুঞ্জি নিয়ন্ত্ৰক" নামৰ আইনখন প্ৰণয়ন কৰে। ১৯৭০ চনত বিৰলা গোষ্ঠী আৰু অন্যান্য একচেটিয়া পুঁজিগোষ্ঠীৰ বিৰুদ্ধে অভিযোগ তদন্তৰ এটা কমিচন নিয়োগ কৰে। ১৭টি জৰুৰী ঔষধৰ দাম হ্ৰাস কৰা হয়, আৰু সেই বছৰতেই কাৰখানা সমূহৰ পৰিচালনা মণ্ডলীৰ ভিতৰত একোজনকৈ শ্ৰমিক প্ৰতিনিধি অন্তৰ্ভুক্ত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। সেই বছৰত চেনী, ইঞ্জিনীয়াৰীং শিল্প, বিদ্যুত শিল্প, বন্দৰ শিল্পৰ মজুৰ সকলৰ দৰমহা বৃদ্ধিৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। ১৯৭১ চনৰ এপ্ৰিল মাহৰ পৰা গাওঁ অঞ্চলত কৰ্ম-নিয়োগৰ আচনিও গ্ৰহণ কৰা হয়।

প্ৰেচিডেণ্ট জাকিৰ হুছেনৰ মৃত্যুৰ পিছত তেওঁৰ স্থলত ট্ৰেডইউনিয়ন নেতা বৰাহগিৰি-ভেঙ্কট গিৰিক প্ৰেচিডেণ্ট হিচাবে নিৰ্ব্বাচন কৰা হয়—১৯৬৯ চনত।

এই কালচোৱাত ইন্দিৰা গান্ধীয়ে হাতত লোৱা কামবোৰ প্ৰগতিশীল আছিল, আৰু সেই কাৰণে বাওপন্থী দল বিলাকৰো সমৰ্থন পাইছিল।

১৯৬৯-৭০ চনত ভাৰতৰ কমিউনিষ্ট দল, কৃষক সভা আৰু কৃষি শ্ৰমিক সংঘই "বলপুৰ্বক জমি দখলৰ" আন্দোলন চুৰু কৰিছিল, ১৯৬৯ চনৰ মে মাহত কমিউনিষ্ট পাৰ্টী (এম-এল) ৰ জন্ম হৈছিল।

আমালোকেও অসমৰ কোনো কোনো ঠাইত জোৰকৈ ভূমি দখলৰ আন্দোলন কৰি—চৰকাৰী পতিত মাটি, অনাবশ্যকীয় ঘাহনি, বিজাপ আদি দখল কৰি ভূমিহীন কৃষকৰ মাজত বিতৰণ কৰিছিলো।

১৯৭১-৭২ চনৰ নিৰ্ব্বাচনৰ আগে আগে শাসনাধিষ্ট কংগ্ৰেছ দলে প্ৰগতিশীল নীতিবোৰ গ্ৰহণ কৰাৰ ফলত, বামপন্থী শক্তি-সমূহৰ সমৰ্থন লাভ কৰা কাৰণত, আৰু পূব-পাকিস্তানত হোৱা মুক্তি আন্দোলনত সক্ৰিয় সমৰ্থন আৰু সহায় দান কৰাৰ ফলত—যথেষ্ট গণ সমৰ্থন লাভ কৰিছিল আৰু পাৰ্লিয়ামেণ্টতো কংগ্ৰেছ দলে যথেষ্ট সংখ্যক আসন পাইছিল।

ইতিমধ্যে " ৰাজণ্য ভাটা " সম্পূৰ্ণৰূপে বন্ধ কৰি দিয়া হয়। সংবিধান সংশোধন কৰি—ছুপ্ৰীম কোৰ্টৰ ওপৰত পাৰ্লিয়ামেণ্টৰ ক্ষমতা প্ৰতিষ্ঠা কৰ হয়। ৬৪ টা ভাৰতীয় বীমা কোম্পানী, ৪২ টি বিদেশী বীমা কোম্পানী ২১৪ টি কয়লাখনি পৰিচালনাৰ ভাৰ চৰকাৰৰ হাতলৈ অনা হয়। কংগ্ৰেছ দলে ২১ খন ৰাজ্যৰ ভিতৰত ১৫ খন ৰাজ্যত শাসনভাৰ গ্ৰহণ কৰে। এই নিৰ্ব্বাচনত ভাৰতৰ কমিউনিষ্ট দলে কেখনমান ৰাজ্যত কংগ্ৰেছৰ লগত বুজাবুজিৰ ভেটিত নিৰ্ব্বাচন কৰিছিল।

কিন্তু অসমত তেনে বুজাবুজি নোহোৱাত ১৯৬৭/১৯৭১ চনৰ নিৰ্ব্বাচনত অসমৰ বেছিভাগ কমিউনিষ্ট সদস্য নিৰ্ব্বাচনত পৰাজিত হয়, আৰু এই দুয়োটা নিৰ্ব্বাচনত ময়ো পৰাজিত হও।

ইয়াতে ইল্লেখযোগ্য যে ১৯৭১ চনৰ ৩ ডিচেম্বৰৰ দিনা ভাৰত আৰু পাকিস্তানৰ মাজত পুনৰ যুদ্ধ হয়। ১৪ দিন যুদ্ধৰ পিছত পাকিস্তানী সৈন্যবাহিনীৰ পৰাজয় ঘটে— ১৭ ডিচেম্বৰৰ দিনা যুদ্ধবিৰতি ঘোষণা কৰা হয়। ১৯৭২ চনৰ জুলাই মাহত ভাৰত চৰকাৰ আৰু পাকিস্তান চৰকাৰৰ মুৰব্বী জুলফিকৰ আলি ভুট্টোৰ মাজত **"চিমলা চুক্তি"** সম্পাদিত হয়, আৰু এই চুক্তিৰ দ্বাৰা দুয়ো দেশৰ অমীমাংসিত সমস্যাবোৰ আলাপ আলোচনাৰ মাজেৰে সমাধান কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। ১৯৭২ চনৰ মাৰ্চ মাহত

ভাৰত আৰু বাংলা দেশৰ মাজত মৈত্ৰী আৰু সহযোগিতাৰ চুক্তি স্বাক্ষৰিত হয়। ১৯৭১ চনৰ ৯ আগষ্টত ভাৰত আৰু ছোভিয়েটৰ মাজত হোৱা মৈত্ৰী, শান্তি ও সহযোগিতাৰ চুক্তি স্বাক্ষৰিত হয়। এই সহযোগিতাৰ চুক্তিৰ ফলত ভাৰতবৰ্ষৰ শক্তি ও মৰ্য্যাদা আন্তৰ্জাতিক ক্ষেত্ৰত যথেষ্ট ৰকমে বৃদ্ধি পায়।

ছোভিয়েট আৰু বাংলাদেশৰ লগত হোৱা চুক্তিৰ প্ৰতি আমি গভীৰ ভাবে সমৰ্থন আগবঢ়াইছিলো, আৰু ৰাজহুৱা সভা শোভাযাত্ৰাৰ মাজেৰে চুক্তিৰ বিৱৰণী ও তত্ত্বোৰ জনসাধাৰণৰ মাজলৈ কঢ়িয়াই নিছিলো। এই কালচোৱাত ভাৰতত হোৱা পৰিবৰ্ত্তনসমূহ ইতিহাসৰ উল্লেখযোগ্য ঘটনা।

## কংগ্ৰেছ দলৰ বিভাজন
## কংগ্ৰেছ (আই), জাতীয়-কংগ্ৰেছৰ আদৰ্শৰ বাহক নহয়

১৯৬৯ চনত কংগ্ৰেছ দল দুটা ভাগত বিভক্ত হয়— আৰু ইন্দিৰা গান্ধীৰ সমৰ্থিত দলটোৰ শক্তি অধিক হয়। কংগ্ৰেছ দলৰ ভিতৰত পাৰ্টী অফিছ, ফাণ্ড ও যাবতীয় স্বত্ব সাব্যস্তৰ কাৰণ কোনো কোনো ৰাজ্যত মাৰামাৰি, আৰু মালি মোকৰ্দ্দমাৰ সৃষ্টি হয়।

অৱশেষত ইন্দিৰা গান্ধীৰ সমৰ্থিত কংগ্ৰেছ দলটোক—কংগ্ৰেছ (ই) নামেৰে অভিহিত কৰা হয়, আৰু পুৰণা দলটোক কংগ্ৰেছ (এছ) নামেৰে অভিহিত কৰা হয়। কংগ্ৰেছ (এছ) দলটো দুৰ্ব্বল হয় আৰু সম্প্ৰতি পাৰ্লিয়ামেণ্টত তেওঁলোকৰ মাত্ৰ ১ জন সদস্যহে নিৰ্ব্বাচিত হৈছে। এইদলে নিৰ্ব্বাচন আয়োগৰ স্বীকৃতি হেৰুৱাইছে। এইদৰে হোৱা বিভাজনৰ ফলত কংগ্ৰেছ (ই) দলে পুৰণি জাতীয় কংগ্ৰেছৰ সাম্ৰাজ্যবাদ বিৰোধী সংগ্ৰামৰ ঐতিহ্যৰ অধিকাৰী বুলি দাবী কৰিবৰ অকলশৰীয়া অধিকাৰ হেৰুৱালে।

ইয়াতে উল্লেখযোগ্য যে স্বাধীনোত্তৰ কালত কংগ্রেছ (ই) দলত যোগদান কৰা হেজাৰ হেজাৰ সভ্য নতুন মানুহ। তেওঁলোকে কংগ্রেছৰ সাম্রাজ্যবাদ বিৰোধী স্বাধীনতা সংগ্রামৰ গৌৰবপূর্ণ ভূমিকাৰ কথা, মহাত্মাগান্ধী, নেহৰু আদি নেতা সকলৰ ত্যাগ, কষ্টবৰণৰ কথা মানুহৰ আগত প্রচাৰ কৰি নিজৰ সপক্ষে সমর্থন পাবলৈ বিচাৰে—দৰাচলতে তেওঁলোকে এইবোৰ প্রচাৰৰ অজুহাতত সমর্থন পাবৰ যোগ্য নহয়। তেওঁলোক সেই ঐতিহ্যৰ বাহক বা ধাৰকো নহয়। গান্ধীজীৰ অহিংসবাদ, মহানুভবতা আৰু নেহৰুৰ পাণ্ডিত্য আৰু ত্যাগৰ কোনোটি গুণেই নেওঁলোকৰ নাই। তেওঁলোক কংগ্রেছ দলৰ সভ্য হৈছে— নিজৰ স্বার্থ সিদ্ধিৰ কাৰণে। ৰাজনীতিৰ অংশ গ্রহণ কৰি এম-এল-এ, এম-পি, মন্ত্রী আদি হোৱাৰ কাৰণে, আৰু ব্যৱসায়িক ক্ষেত্রত নিজৰ সুযোগ- সুবিধা আৰু মুনাফালাভৰ কাৰণে। এই নতুনচাম কংগ্রেছীৰ মাজত নাই কোনো আদর্শৰ প্রতি আনুগত্য—মহাত্মাগান্ধী, নেহৰু আদি নেতা-সকলৰ নাম ব্যবহাৰ কৰি নিজৰ সুবিধালাভৰ অধিকাৰো তেওঁলোকৰ নাই। এতিয়া কংগ্রেছ দল ভৰি পৰিছে—এনে সুবিধাবাদী লোকৰ দ্বাৰা, আৰু তেওলোকেই দেশৰ ৰাজনীতি, ব্যবসায়, অর্থনীতি নিয়ন্ত্রণ কৰে।

দেশনেতা, স্বাধীনতা যুজাৰু, ত্যাগী কংগ্রেছী সকলৰ বহুজন মৰিল। যি দুই চাৰিজন জীয়াই আছে তেওলোকে কংগ্রেছ এৰিলে, বা কংগ্রেছেই তেওঁলোকক এৰিলে। যি দুই চাৰিজন পুৰুষ কংগ্রেছ দলত আছে তেওঁলোকৰ অবস্থিতি উল্লেখনীয় নহয়। তেওঁলোক উল্লেখনীয় পদমর্য্যদাত নাই বা ক্ষমতাৰ বাঘজৰীৰ বাহিৰত,— পৰোক্ষ দর্শক আৰু সমলোচকৰ ভূমিকাত। তেখেত সকলে গান্ধীজী আৰু নেহৰুৰ স্মৃতি বুকুত লৈ— কংগ্রেছ দলতেই আছে।

কংগ্ৰেছ (আই) এটা নতুন সংগঠন। ক্ষমতা দখলৰ আৰু ব্যবসায় বাণিজ্যত নিজৰ নিজৰ ব্যক্তিগত আৰু শ্ৰেণীগত স্বাৰ্থ বজাই ৰখাৰ এটা ৰাজনৈতিক অনুষ্ঠান। এই দলটো সাম্ৰাজ্যবাদ বিৰোধী স্বাধীনতা সংগ্ৰামৰ বাহক নহয়।

## দেশত জৰুৰী অবস্থা ঘোষণা
## প্ৰগতিশীল আচনি গ্ৰহণ

১৯৭১ চনৰ পিছৰ পৰা ভাৰতৰ কমিউনিষ্ট পাৰ্টীয়ে ইন্দিৰা গান্ধীৰ বেঙ্ক জাতীয়কৰণ, ৰাজন্য ভাটা কৰ্ত্তন, জীৱন বীমাৰ জাতীয় কৰণ, একচেতিয়া পুজিৰ বিৰুদ্ধে তদন্ত কমিচন গঠন, ভূমি সংস্কাৰমূলক সিদ্ধান্ত গ্ৰহণ আদি বামপন্থী কাৰ্য্যপন্থা গ্ৰহণৰ কাৰণে ইন্দিৰা কংগ্ৰেছৰ লগত কোনো কোনো বিষয়ত বুজাবুজি কৰিছিল; কোনো কোনো ৰাজ্যত নিৰ্ব্বাচনৰ ক্ষেত্ৰতো বুজা-বুজি কৰি বিধানসভা আৰু পাৰ্লিয়ামেণ্টত আসনৰ সংখ্যা বঢ়াব পাৰিছিল। কমিউনিষ্ট দলে বাম আৰু গণতান্ত্ৰিক ঐক্যৰ চৰকাৰ প্ৰতিষ্ঠাৰ সিদ্ধান্ত ঘোষণা কৰিছিল।

১৯৬৮ চনৰ পাটনা অধিবেশনত কলিউনিষ্ট দলে এনে সিদ্ধান্তৰ ওপৰত জোৰ দিছিল। তেতিয়া গণতান্ত্ৰিক শক্তি বুলিলে মূলতঃ কংগ্ৰেছ দলকেই বুজাইছিল।

ইতিমধ্যে ইন্দিৰাগান্ধীৰ নিৰ্ব্বাচন বে-আইনী বুলি এলাহাবাদ উচ্চন্যায়ালয়ে ৰায় দিলে। ইন্দিৰা গান্ধীয়ে পদত্যাগ কৰিব লাগে বুলি দেশব্যাপী দাবী উঠিল। সেই সময়ত ভি-ভি গিৰিৰ পিছত ফখৰুদ্দিন আলি আহমেদ ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হৈছিল।

১৯৭৪ চনৰ ২৬ জুন তাৰিখে ৰাষ্ট্ৰপতিয়ে দেশত জৰুৰী অৱস্থা ঘোষোণা কৰিলে।

ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘ, আনন্দমাৰ্গ, চি-পি-(এম-এল), চি-পি-(এম) কে ধৰি ২৬ টি ৰাজনৈতিক দলে ৪ জুলাইৰ দিনা ইন্দিৰাগান্ধীৰ পদত্যাগ দাবী কৰিলে। কংগ্ৰেছ চৰকাৰে জৰুৰী অৱস্থা ঘোষণা কৰি প্ৰায় ৩০ হেজাৰ ৰাজনৈতিক কৰ্মীক গ্ৰেপ্তাৰ কৰিলে। ইন্দিৰাগান্ধীয়ে জনসাধাৰণৰ বাবে ২০ দফীয়া কাৰ্য্যসূচী ঘোষণা কৰিলে। কমিউনিষ্ট দলে এই ২০ দফীয়া কাৰ্য্যসূচী কাৰ্য্যকৰী কৰাৰ কাৰণে ইন্দিৰা কংগ্ৰেছৰ লগত মিলিজুলি কাম কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। জয়প্ৰকাশ নাৰায়ণে ইন্দিৰা গান্ধীক ক্ষমতাৰ পৰা আতৰাবলৈ 'পূৰ্ণ-বিপ্লৱ'ৰ (টোটেল ৰিভোলিউশ্যনৰ) ধ্বনি দিয়ে আৰু বিভিন্ন ৰাজ্যত প্ৰবল গণজাগৰণৰ সৃষ্টি কৰে।

জৰুৰী অৱস্থাৰ অজুহাতত কৃষক আৰু কৃষিশ্ৰমিক সকলৰ কিছু উপকাৰ হয়। চৰকাৰী হিচাপ মতে— ১৯৭৬ চনৰ শৰৎ কাল পৰ্য্যন্ত প্ৰায় ৬ লাখ হেক্টৰ মাটি গৰীব কৃষকৰ মাজত বিতৰণ কৰা হয়— ৭০ লাখ কৃষি শ্ৰমিকে বাসস্থানৰ ঘৰ সাজিবলৈ মাটি পায়।

কিন্তু জৰুৰী অৱস্থাৰ কু-ফলবোৰ ক্ৰমে স্পষ্ট হৈ উঠে।

জৰুৰী অৱস্থা ঘোষণাৰ মাজতেই অন্ধ্ৰ প্ৰদেশৰ বেজোৱাডাত কমিউনিষ্ট দলৰ দশম সন্মিলন ২৭ জানুৱাৰীৰ পৰা ২ ফেব্ৰুৱাৰী লৈকে বহে। এই সন্মিলনলৈ ময়ো প্ৰতিনিধি নিৰ্ব্বাচিত হৈছিলো। বেজোৱাডাৰ ভৱানী সেন নগৰত এই সন্মিলন অনুষ্ঠিত হৈছিল। এই সন্মিলনলৈ ছোভিয়েট কমিউনিষ্ট দলৰ প্ৰতিনিধিৰ উপৰিও— পূৱজাৰ্মাণীৰ ছোচিয়েলিষ্ট ইউনিটী চেন্টাৰ, বুলগেৰিয়ান কমিউনিষ্ট প্ৰতিনিধি, পোলেণ্ড, হাঙ্গেৰী ছেকোশ্লোভকিয়া, যুগোশ্লোভিয়া, মঙ্গোলীয়া, কিউবাৰ কমিউনিষ্ট প্ৰতিনিধি সকল,— তাৰ উপৰিও ফ্ৰান্স, ইটালী, গ্ৰেটবৃটেন ছাইপ্ৰাছ, গ্ৰীছ, বাংলাদেশ, শ্ৰীলঙ্কা,

ইন্দোনেছীয়া, ইৰাক, লেবানন, ফিলিপাইনছ, আলজেৰিয়া, ছেনেগল, চিলি, আৰ্জেন্টিনা আৰু উৰুগুৱেৰ কমিউনিষ্ট নেতাসকলে যোগদান কৰিছিল।

পাৰ্টী সন্মিলনে পুনৰ ঘোষণা কৰে যে কংগ্ৰেছৰ ভিতৰৰ আৰু বাহিৰৰ বাও ও গণতান্ত্ৰিক শক্তিৰ লগত মিলিজুলি ঐক্যবদ্ধ শক্তি গঢ়াৰ প্ৰয়োজন; প্ৰয়োজন সাম্ৰাজ্যবাদ বিৰোধী একচেটিয়া পুজিতন্ত্ৰ বিৰোধী আৰু সামন্তবাদ বিৰোধী শক্তি সমূহক সংহত কৰাৰ। পাৰ্টীয়ে সংগ্ৰামী শক্তিবিলাকক সংহত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে।

তাৰ উপৰিও ভাৰত মহাসাগৰক শান্তিৰ অঞ্চল হিচাবে গঢ়ি-তোলাৰ আৰু এচিয়াৰ সামূহিক সুৰক্ষা গঢ়িতোলাৰ বাবে প্ৰস্তাব লয়। সন্মিলনে কয় যে শান্তি আৰু যুদ্ধবিৰোধী শক্তি সমূহ শক্তিশালী হৈছে, সাম্ৰাজ্যবাদী শক্তি সমূহৰ নিজৰ মাজত সংঘাত বৃদ্ধি হৈছে, ধনতন্ত্ৰৰ শঙ্কট বেচি ঘণীভূত হৈছে, আৰু সমাজতান্ত্ৰিক শক্তিবিলাকৰ অগ্ৰগতি ক্ৰমে বাঢ়িছে।

পাৰ্টীয়ে এই সন্মিলনত " অন্ধ কংগ্ৰেছ বিৰোধিতাৰ "—বিৰোধ কৰে। তাৰ উপৰিও পাৰ্টীয়ে জয়প্ৰকাশজীৰ নেতৃত্বত পৰিচালিত " সামগ্ৰিক-বিপ্লৱৰ " ধ্বনিৰ বিৰোধিতা কৰে, আৰু ইন্দিৰা গান্ধীৰ চৰকাৰৰ পতন ঘটাই দেশৰ প্ৰতিক্ৰিয়াশীল দল বিলাকে ক্ষমতা দখল কৰাৰ ষড়যন্ত্ৰ কৰা বুলি মতপ্ৰকাশ কৰে।

ইতিমধ্যে ৰাজ্য সমূহত আৰু কেন্দ্ৰত ইন্দিৰা কংগ্ৰেছ বিৰোধী জনমত ব্যাপক ও শক্তিশালী হয়। দেশৰ কিছুমান ঠাইত জৰুৰী অৱস্থাৰ নামত জনসাধাৰণৰ ওপৰত জুলুম ও অত্যাচাৰ হয়; বস্তু-বাহানিৰ দামো বৃদ্ধি হয়। পৰিয়াল পৰিকল্পনা কাৰ্য্যকৰী কৰাৰ নামত মানুহক জোৰ-জুলুমকৈ " অপাৰেশ্যণ " কৰা হয়; আমোল-

তান্ত্রিক অফিচাৰ সকলৰ মই-মতালি ও খামখেয়ালি বহুল পৰিমানে বৃদ্ধি পায়।

১৯৭৭ চনৰ জানুৱাৰী মাহত লোকসভাৰ নিৰ্ব্বাচনৰ দিন ঘোষণা কৰা হয়। তেতিয়া কংগ্ৰেছ, লোকদল, জনসংঘ, ছোচিয়েলিষ্ট দল আদি মিলি জনতা পাৰ্টী নামেৰে এটা দল গঠন কৰে। কংগ্ৰেছ নেতা জগজীৱনৰ নেতৃত্বত " কংগ্ৰেছ ফৰ ডেমোক্ৰেছী" নামৰ অন্য এটা দল গঠন কৰা হয়। চি-পি-এম দল আৰু "কংগ্ৰেছ ফৰ ডেমোক্ৰেছী " দলে জনতা দলৰ লগত আসনৰ বুজাবুজি কৰে।

১৯৭৭ চনৰ নিৰ্ব্বাচনত জনতা পাৰ্টীয়ে সংখ্যাগৰিষ্ঠ আসন লাভ কৰে ; মোৰাৰজী দেশাই ভাৰতৰ প্ৰধানমন্ত্ৰী হয়। সেই বছৰতে বিধান সভা নিৰ্ব্বাচনত জনতা পাৰ্টীয়ে ৯ খন ৰাজ্যত জয়লাভ কৰে। তাৰ ভিতৰত পশ্চিমবঙ্গত চি-পি-(এম) দলৰ নেতৃত্বত, পাঞ্জাবত আকালী দলৰ নেতৃত্বত, আৰু তামিলনাডুত ডি-এম-কে দলৰ নেতৃত্বত ৰাজ্য চৰকাৰ প্ৰতিষ্ঠা হয়। নিলম্ সঞ্জীব ৰেড্ডী ভাৰতৰ ৰাষ্ট্ৰপতি নিৰ্ব্বাচিত হয়।

১৯৭৮ চনৰ নিৰ্ব্বাচনত অসমতো জনতা পাৰ্টীৰ চৰকাৰ স্থাপন হয়।

১৯৭৭/৭৮ চনৰ নিৰ্ব্বাচনত ২২ খন ৰাজ্যৰ ভিতৰত জনতা পাৰ্টীয়ে ১০ খন ৰাজ্য বিধান সভাৰ সংখ্যাগৰিষ্ঠ আসন লাভ কৰি চৰকাৰ স্থাপন কৰে—মহাৰাষ্ট্ৰ অন্ধ্ৰ আৰু কৰ্ণাটকত কংগ্ৰেছে,—চি-পি-এমৰ নেতৃত্বত পশ্চিমবঙ্গত আৰু ত্ৰিপুৰাত,—ভাৰতৰ কমিউনিষ্ট দল (এম), আৰু কংগ্ৰেছ দলে কেৰেলা ৰাজ্যৰ শাসনভাৰ লয়।

উল্লেখযোগ্য যে ১৯৭৭ চনৰ অক্টোবৰ মাহত ইন্দিৰা গান্ধীক গ্ৰেপ্তাৰ কৰা হৈছিল, আৰু তেওঁ কৰ্ণাটক ৰাজ্যৰ পৰা নিৰ্ব্বাচিত

হোৱা পাৰ্লিয়ামেণ্টৰ সমস্যপদো নাকচ কৰা হৈছিল। ইতিমধ্যে ইন্দিৰা গান্ধীৰ নেতৃত্বাধীন—আৰু স্বৰণ সিঙৰ নেতৃত্বাধীন দুয়োটা কংগ্ৰেছৰ মাজত বুজাবুজি হয়।

কমিউনিষ্ট দলৰ ১১তম অধিবেশন পাঞ্জাবৰ ভাটিণ্ডা চহৰত বহে। ময়ো এই সন্মিলনলৈ গৈছিলো। এই সন্মিলনত পাৰ্টীয়ে জৰুৰী অবস্থাৰ সময়ত গ্ৰহণ কৰা সিদ্ধান্ত কেতবোৰৰ আলোচনা কৰে, আৰু দলৰ তুলহোৱা বুলি স্বীকাৰ কৰে। দলে কমিউনিষ্ট পাৰ্টী (এম)ৰ লগত বুজাবুজিৰ মাজেৰে কাম কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে, আৰু কাৰ্য্যতঃ গণসংগঠন বিলাকেও মিলিজুলি ঐক্যবদ্ধ ভাৱে কাম কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। সেই একে সময়তে চি-পি-এমৰ সন্মিলনো পাঞ্জাবত বহিছিল।

জনতা পাৰ্টীৰ আভ্যন্তৰিণ মতানৈক্যৰ কাৰণে দেশাই চৰকাৰে ১৯৭৯ চনত পদত্যাগ কৰে, আৰু ১৯৮০ চনৰ জানুৱাৰী মাহত নতুন নিৰ্ব্বাচন হয়,—সেই নিৰ্ব্বচনত পুনৰ ইন্দিৰা গান্ধী প্ৰধানমন্ত্ৰী ৰূপে কাৰ্য্যভাৰ গ্ৰহণ কৰে।

## অসম আন্দোলন

সেই সময়তেই মঙ্গলদৈ লোকসভা সমষ্টিৰ সদস্য ৺হীৰালাল পাটোৱাৰীৰ মৃত্যু হয়। ৺হীৰালাল পাটোৱাৰী লোকসভালৈ নিৰ্ব্বাচিত হোৱাৰ আগেয়ে অসম বিধান সভালৈও নিৰ্ব্বাচিত হৈছিল আৰু আমাৰ লগত—বিৰোধী সদস্য হিচাবে কাম-কায কৰি আছিল। অতি সাধাৰণ অবস্থাৰ পৰা ক্ৰমে আগবাঢ়ি আহি টংলা অঞ্চলত তেওঁ ব্যবসায় আৰু সামাজিক কৰ্ম-কাণ্ডৰ মাজেৰে সৰ্ব্বৰহী হৈ পৰিছিল। তেওঁ মোক নিজে কৈছিল যে তেওঁ মাহিলী মাত্ৰ চাৰি-অনা পইছাৰ দৰমহা লৈ ঘৰুৱা চাকৰ হিচাবে জীৱন আৰম্ভ

কৰিছিল। অধ্যবসায় আৰু নেৰানেপেৰা যত্ন, আৰু প্ৰচেষ্টাৰ মাজেৰে তেওঁ অতি সামান্য অবস্থাৰ পৰা ক্ৰমে বিধান সভা আৰু পাৰ্লিয়ামেণ্টৰ সদস্য হব পাৰিছিল। তাৰ উপৰিও তেওঁ অসম ৰাজ্যিক প্ৰাথমিক শিক্ষক সংগঠনৰ, আৰু সৰ্বভাৰতীয় প্ৰাথমিক শিক্ষক সংগঠনৰো— মুৰব্বী কৰ্মকৰ্ত্তা হিচাবে কাম চলাইছিল। পাটোৱাৰীৰ মৃত্যুৰ পিছত মঙ্গলদৈ লোকসভাৰ নিৰ্ব্বাচনৰ প্ৰশ্ন উদয় হয়, আৰু ভোটাৰলিষ্ট প্ৰস্তুতিৰ কাম চলে। ভোটাৰলিষ্ট প্ৰস্তুত হৈ থাকোতেই বাতৰি কাকতত প্ৰকাশ পায় যে ভোটাৰৰ সংখ্যা অস্বাভাবিক ৰূপে বৃদ্ধি পাইছে আৰু এই তালিকাত বহুত বিদেশী লোকে—চক্ৰান্তকৰি নিজৰ নাম ভোটাৰ লিষ্টত ভুক্ত কৰিছে। এই সম্বন্ধে অসমৰ জনতা দলে আৰু চৰকাৰেও ৰাজহুৱা বিবৃতি দিয়ে। তাৰ পিছত বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠান আৰু দলে বিদেশীৰ নাম বাদ দিবলৈ দাবী উত্থাপন কৰে। এই দাবীক ভিত্তি হিচাবে লৈ অসমৰ ছাত্ৰ সমাজে—'ছাত্ৰ সন্থাৰ' নামত ব্যাপক গণসমাবেশ, সত্যাগ্ৰহ আদি আন্দোলন চুৰু কৰে আৰু অসমৰ কেবালাখ মানুহ এই আন্দোলনত জড়িত হয়, আৰু অসমৰ বিভিন্ন প্ৰান্তত বাংলাদেশ আৰু নেপালৰ পৰা সোমোৱা বিদেশী লোকে অনুপ্ৰবেশ কৰি বসবাস কৰা বুলি প্ৰচাৰ কৰা হয়। বিদেশী বিতাৰণৰ প্ৰশ্নত অসম আন্দোলনে গা কৰি উঠে।

এই আন্দোলনে কোনো কোনো অংশত অহিংস ৰূপ আৰু কোনো কোনো ঠাইত সহিংস ৰূপ ধাৰণ কৰে। বহুলোকৰ মৃত্যু হয়। ঘৰ-সম্পত্তি বিনাশ হয়, চিৰদিনলৈ ঘূনীয়া হয়। হেজাৰ হেজাৰ ছাত্ৰ, যুবক আৰু যুবতীয়ে অসম ৰক্ষাৰ ধ্বনিৰ দ্বাৰা প্ৰভাবিত হৈ—অসমৰ জাতীয় স্বাৰ্থৰক্ষাৰ সবল বিশ্বাসত অনুপ্ৰাণিত হৈ এই আন্দোলনত অংশ গ্ৰহণ কৰে। বহু যুবক-যুবতীৰ মৃত্যু হয়

আৰু এই মৃত যুবক-যুৱতী সকলক আন্দোলনকাৰী সকলে শ্বহীদ আখ্যাৰে আখ্যায়িত কৰে।

ইতিমধ্যে খালি হোৱা বৰপেটা-সমষ্টিৰ লোকসভা নিৰ্ব্বাচনৰো সময় হয়, আৰু এই নিৰ্ব্বাচনৰো সঠিক আৰু শুদ্ধ ভোটাৰলিষ্ট তৈয়াৰ নোহোৱা পৰ্য্যন্ত নিৰ্ব্বাচন বন্ধ ৰাখিবলৈ দাবী জনোৱা হয়। এই ঘটনাক কেন্দ্ৰ কৰিও বৰপেটা, নলবাৰী, পাঠশালা আদি ঠাইত পুলিছ আৰু আন্দোলনকাৰী ৰাইজৰ মাজত সংঘৰ্ষ হয়।

এই আন্দোলনত অসমৰ মূখ্য বাতৰি কাকত সমূহে প্ৰধান ভূমিকা গ্ৰহন কৰিছিল। বাতৰি পৰিবেশনৰ মাধ্যমেৰে সাধাৰণ ৰাইজৰ মাজত উত্তেজনা আৰু জাগৰণ সৃষ্টি কৰা হৈছিল।

আন্দোলনকাৰী সকলে সৰ্ব্বভাৰতীয় ৰাজনৈতিক দল যেনে কংগ্ৰেছ ( আই ), কংগ্ৰেছ ( এছ ), জনতা পাৰ্টী, ভাৰতৰ কমিউনিষ্ট পাৰ্টী, কমিউনিষ্ট পাৰ্টী ( এম ), ভাৰতীয় জনতা পাৰ্টী আদি সকলো ৰাজনৈতিক দলৰ বিৰোধিতা কৰিছিল— আৰু এই দল বিলাকে অসমৰ সমস্যা সমাধানত, বিশেষকৈ বিদেশী-বিতাৰণ, আৰু উদ্যোগ স্থাপনৰ বিস্তৃতি কৰণ আদিৰ ক্ষেত্ৰত " একো কৰা নাই আৰু কৰিব নোৱাৰে " বুলি প্ৰচাৰ চলাইছিল। ছাত্ৰ সন্থাই এই দল বিলাকক অসমৰ স্বাৰ্থবিৰোধী দল হিচাবে প্ৰচাৰ চলাইছিল ; এই দলবোৰৰ বহু কৰ্মীক মাৰপিট, জুলুম ও অত্যাচাৰ কৰা হৈছিল। কিছুমান কৰ্মীক মাৰি পেলোৱা হৈছিল—ঘৰদুৱাৰ ভাঙি দিয়া হৈছিল কিম্বা পুৰি দিয়া হৈছিল। বিদেশী বহিস্কাৰ আন্দোলনৰ সম্পৰ্কত অসমত ভাতৃঘাতী—সংঘৰ্ষ সৃষ্টি কৰা হৈছিল। মুকালমুৱা, নেলী, বকো আৰু গহপুৰ অঞ্চলত নিৰ্দোষী পুৰুষ, মহিলা আৰু শিশুকে ধৰি বহু লোকক হত্যা কৰা হৈছিল। কমিউনিষ্ট আৰু মাৰ্ক্সবাদী কমিউনিষ্ট দলৰ লোককো নৃশংসভাবে হত্যা কৰা হৈছিল। যাত্ৰীবাহী বাছৰ ভিতৰত, বা বাছৰপৰা জোৰকৈ টানি নি দিন-দুপৰতে ৰাজনৈতিক

কৰ্মীক, আৰু বিদেশী বুলি সন্দেহ হোৱা লোকক আৰু নিৰ্দোষী লোককো হত্যা কৰা হৈছিল। আইনহীনতা আৰু বিশৃঙ্খল পৰিস্থিতি ব্যাপক ভাবে বিৰাজ কৰিছিল।

ইন্দিৰা গান্ধীয়ে আন্দোলনৰ বাবে দিয়া প্ৰস্তাব প্ৰত্যাখ্যান কৰা হৈছিল। ১৯৬৪/৬৬ চনৰ পিছত অসমত প্ৰবেশ কৰা বাংলাদেশী সকলক বিদেশী আখ্যা দিবলৈ কেন্দ্ৰিয় চৰকাৰে সন্মত হোৱা স্বত্বেও "কাক কাক বিদেশী অনুপ্ৰবেশকাৰী বুলি কোৱা হব"—এই সম্পৰ্কত আন্দোলনকাৰী সকল সন্মত হোৱা নাছিল। দাবী উঠিছিল—১৯৫১ চনৰ পিছত অসমত অনুপ্ৰবেশ কৰা সকলো লোককে বিদেশী অনুপ্ৰবেশকাৰী বুলি চিনাক্ত কৰিবলৈ আৰু অসমৰ পৰা তেওঁলোকক বিতাৰিত কৰিবলৈ।

একে সময়তে স্বাধীন শিখ-স্থান দাবী কৰি পাঞ্জাবত হোৱা বিভেদমূখী আন্দোলনৰ নেতা সকলে অস্ত্ৰ-শস্ত্ৰ সহ অমৃতসৰৰ "গোল্ডেন টেম্পুলক" কেন্দ্ৰ হিচাবে ব্যৱহাৰ কৰি—পাঞ্জাবত সন্ত্ৰাস আৰু অনৈক্যৰ সৃষ্টি কৰিছিল। কেন্দ্ৰিয় চৰকাৰৰ সশস্ত্ৰ-বাহিনীয়ে ১৯৮৪ চনৰ ৫ জুনৰ দিনা—গোল্ডেন টেম্পুলত অনুপ্ৰবেশ কৰে, আৰু কেবাজনো আগশাৰিৰ আন্দোলনকাৰী নেতাক গুলিয়াই মাৰে কিম্বা গ্ৰেপ্তাৰ কৰে। গোল্ডেন-টেম্বুল চৌহদ খন যুদ্ধক্ষেত্ৰত পৰিণত হয়।

গোল্ডেন টেম্পুলত সৈন্যৰ আক্ৰমনৰ ঘটনা বহুতো শিখে সহ্য কৰিব পৰা নাছিল। সৈন্যবাহিনী আৰু পুলিছ বাহিনীত কাম কৰা বহু শিখে চাকৰি বাদ দি চৰকাৰৰ বিৰুদ্ধে আক্ৰমণাত্মক আৰু বিদ্ৰোহাত্মক ভূমিকা গ্ৰহন কৰিছিল। এনে কেজনমান বিদ্ৰোহী, বিক্ষুব্ধ শিখ দেহৰক্ষী সশস্ত্ৰ লোকৰ হাতত-নিজৰ বাসগৃহতেই—প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধী ১৯৮৪ চনৰ ৩১ অক্টোবৰৰ দিনা গুলিত নিহত হয়। ইন্দিৰা গান্ধীৰ এনে নৃশংস হত্যাকাণ্ডত সমগ্ৰ বিশ্বৰ

গণতান্ত্রিক আৰু শান্তিকামী লোক সকল বিস্মিত, ক্ষুব্ধ আৰু শোকাভিভুত হয়।

তৃতীয় বিশ্বৰ দেশবিলাকৰ মাজত ইন্দিৰা গান্ধীয়ে বিশেষ— স্থান দখল কৰিছিল। সাম্রাজ্যবাদী চক্রৰ বিৰুদ্ধে, বিশ্বশান্তি আৰু মহাযুদ্ধৰ বিৰুদ্ধে ইন্দিৰা গান্ধীয়ে দৃঢ় পদক্ষেপ গ্ৰহণ কৰিছিল। কৃষক, শ্ৰমিক আৰু নিম্ন মধ্যবিত্ত শ্ৰেনীৰ মাজতো ইন্দিৰা গান্ধীয়ে বিশেষ স্থান অধিকাৰ কৰিছিল। ইন্দিৰা গান্ধীক হত্যা কৰা—এই কাপুৰুষালি পুৰ্ণ ঘটনা বিশ্বৰ শান্তিকামী আৰু গণতান্ত্রিক জনসাধাৰণে তীব্ৰ ভাষাৰে প্ৰতিবাদ কৰিছিল। আমিও এই হত্যাকাণ্ডৰ প্ৰতিবাদ জনাইছিলো।

ইন্দিৰা গান্ধীক হত্যা কৰাৰ পিছতেই কংগ্ৰেছ (ই) দলে ৰাজীৱ গান্ধীক প্ৰধান মন্ত্ৰীত্বৰ দায়ীত্ব দিয়ে। সেই বছৰতেই লোকসভা নিৰ্ব্বাচন হয় আৰু কংগ্ৰেছ দলে—ইন্দিৰা হত্যাৰ ঢৌ ব্যৱহাৰ কৰি লোকসভাৰ বহুকেখন আসন লাভ কৰে। ৰাজীৱ গান্ধী পুনৰ প্ৰধানমন্ত্ৰী নিৰ্ব্বাচিত হয়। ৰাজীৱ গান্ধী বিপুল ভোটত নিৰ্ব্বাচিত হয়। পাঞ্জাব-সমস্যা সমাধানৰ কাৰণে আকালী নেতা লঙ্গোৱাল আৰু প্ৰধানমন্ত্ৰী ৰাজীৱৰ মাজত বুজাবুজি হয় আৰু ১৯৮৫ চনৰ ২৪ জুলাইৰ দিনা 'ৰাজীৱ-লঙ্গোৱাল চুক্তি' স্বাক্ষৰিত হয়। দুৰ্ভাগ্যৰ বিষয় লঙ্গোৱাল চুক্তি কাৰ্য্যকৰী নোহওতেই—চুক্তিত স্বাক্ষৰ কৰা অপৰাধত—সন্ত্ৰাসবাদী সকলে লঙ্গোৱালক হত্যা কৰে।

ৰাজীৱ-লঙ্গোৱাল চুক্তি স্বাক্ষৰিত হোৱাৰ প্ৰায় ৩ সপ্তাহ পিছত সেই বছৰৰে, ১৫ আগষ্টৰ দিনা অসম চুক্তি স্বাক্ষৰিত হয়। এই চুক্তিৰ চৰ্ত্তমতে আন্দোলনকাৰী সকলে ১৯৭১ চনৰ ২৫ মাৰ্চৰ দিনটো বিদেশী অনুপ্ৰবেশৰ সময়সীমা হিচাবে গ্ৰহণ কৰে। এই চুক্তিমতে ১৯৬৬ চনলৈ ভাৰতত প্ৰবেশ কৰা সকলো বিদেশীকেই ভাৰতীয় নাগৰিক হিচাবে গণ্য কৰা হয়, ১৯৬৬ চনৰ পৰা ১৯৭১ চনৰ

ভিতৰত অহা সকলক অসমত থাকিবলৈ সন্মতি প্ৰদান কৰা হয়—১০ বছৰলৈ ভোটাধিকাৰ নিদিয়াৰ ভেটিত, আৰু ১৯৭১ চনৰ ২৫ মাৰ্চৰ পিছত অহা সকলক বিদেশী অনুপ্ৰবেশকাৰী বুলি ধৰি—অসমৰ পৰা বহিস্কাৰৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়।

বিদেশী চিনাক্তকৰণৰ কাৰণে ন্যায়াধিকৰণৰ ব্যৱস্থা কৰা হয়। অসম চুক্তিৰ ভিতৰত—অসমৰ শিল্পায়নকে ধৰি আৰু কিছুমান বিষয় সন্নিবিষ্ট কৰা হয়। এই চুক্তিৰ সিদ্ধান্তমতে অসমৰ কংগ্ৰেছ (আই) চৰকাৰৰ পদত্যাগৰ সিদ্ধান্ত কৰা হয়, আৰু বিধান সভালৈ নতুন নিৰ্ব্বাচনৰ সিদ্ধান্ত ঘোষণা কৰা হয়। এই হিচাবে তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰ চৰকাৰে পদত্যাগ কৰে—১৯৮৫ চনৰ ডিচেম্বৰ মাহত নতুন নিৰ্ব্বাচন হয়, আৰু এই নিৰ্ব্বাচনত—ছাত্ৰ সন্থাৰ আন্দোলনকাৰী নেতা সকলে গঠন কৰা " অসম গণপৰিষদে " বিধান সভাত—সংখ্যাগৰিষ্ঠ আসন লাভ কৰি 'গণপৰিষদ চৰকাৰ' গঠন কৰে। গণপৰিষদ চৰকাৰ গঠন হোৱাৰ সময়ত অসমৰ মানুহে আশা কৰিছিল যে এই চৰকাৰে প্ৰকৃততে অসমৰ উন্নতিৰ কাৰণে কাম কৰিব আৰু ৰাজ্যখনক ভাৰতৰ অগ্ৰগামী ৰাজ্যৰ দৰে কৃষি, শিল্প, ব্যৱসায়, শিক্ষা-সংস্কৃতি আদিৰ ক্ষেত্ৰত চহকী কৰিব পাৰিব, লগতে আশা কৰিছিল যে বিদেশী অনুপ্ৰবেশকাৰী সকলক তুৰন্তে অসমৰ পৰা বিতাৰণ কৰিব।

গণপৰিষদ চৰকাৰে জনসাধাৰণৰ আশা-আকাঙ্ক্ষা পূৰণ কৰিব নোৱাৰিলে, বৰং এই চৰকাৰৰ শাসনত মানুহ হতাশ ও অসন্তুষ্ট হ'ল। গণপৰিষদ চৰকাৰৰ দিনত দুৰ্নীতি, অযোগ্যতা, স্বজনপোষণতা বেচিকৈ অনুষ্ঠিত হ'ল। কৃষি, শিল্প আৰু বাণিজ্যৰ ক্ষেত্ৰত কোনো ভূমিকা পালন কৰা নহল। ইন্দিৰাজীৰ জৰুৰী আইনৰ দ্বাৰা চলোৱা শাসন কালত চিলিং আইন, ৰায়তীস্বত্বৰ আইন, ধৰ্মীয় সম্পত্তি আইনৰ যি কন কাৰ্য্যকৰি কৰা হৈছিল সি তেনেভাৱেই থাকিল। চিলিং

উদ্বৃত্ত চৰকাৰী অধিগৃহীত মাটি সমূহৰ পত্তনৰ কোনো ব্যৱস্থা কৰা নহল। ফৰেষ্ট আৰু চাহবাগানৰ অনাবশ্যকীয় জমী বিলাকো যেনেভাবে আছিল তেনেভাবেই থাকিল। শিল্পানুষ্ঠান গঢ়ি নুঠিল। শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰতো কোনো নতুন পদ্ধতি প্ৰবৰ্ত্তন কৰা নহল। এই চৰকাৰেও আগৰ অসমৰ কংগ্ৰেছ চৰকাৰৰ দৰেই চলিল। এচাম সুবিধাবাদী লোকে দুৰ্নীতিৰ অশ্ৰয় লৈ ডাঙৰ ডাঙৰ মোট অংকৰ টকা আৰ্জিলে। মন্ত্ৰী আৰু বিধায়ক সকলৰ দুৰ্নীতি, স্বজন-পোষণতা বাতৰি কাকতত ডাঙৰ ডাঙৰ কৈ প্ৰকাশ হ'ল।

গণপৰিষদ দলৰ বিধায়ক সকলৰ নিজৰ মাজতে ক্ষমতাৰ অৰিয়াঅৰি আৰু বিবাদে দেখা দিলে। "ন-অগপ" নামেৰে নতুন দল এটিৰ সৃষ্টি হ'ল। নিজৰ দলৰ ভিতৰতে বিভাজন হ'ল। অনৈক্য আৰু অসূয়া বাঢ়িল। বিদেশী বিতাৰণৰ অঙ্কও তথৈবচ। ট্ৰাইবুনেলে দুই-চাৰিটা কেছ বিচাৰ কৰি যি দুই-চাৰিজনক বিদেশী অনুপ্ৰবেশকাৰী বুলি চিনাক্ত কৰিছিল- প্ৰশাসনৰ দুৰ্বলতাৰ কাৰণে বাংলাদেশ সীমান্তৰ কাষত এৰি থৈ অহাৰ ফলত পুনৰ সেই সকল অনুপ্ৰবেশকাৰী অসমত প্ৰবেশ কৰে। বস্তুতঃ বিদেশী অনুপ্ৰবেশ-কাৰীক বিতাৰণ কৰা কাৰ্য্যতো গণপৰিষদ চৰকাৰ বেয়াকৈ ব্যৰ্থ হয়।

গণপৰিষদ চৰকাৰ স্থাপন হোৱাৰ কিছু আগতে অসমৰ মুক্তি বাহিনীৰ (আলফাৰ) জন্ম হয়। গণপৰিষদ চৰকাৰৰ দিনত এই দলৰ বিৰুদ্ধে কোনো সক্ৰিয় ব্যৱস্থা লোৱা হোৱা নাছিল। অগপ দলে মুক্তিবাহিনীক পৰোক্ষভাবে সমৰ্থন দিয়ে বুলি---দুই-চাৰিজন ৰাজনৈতিক নেতাই—ৰাজহুৱা ভাবে ঘোষণা কৰিছিল। সি যি নহওক মুক্তিবাহিনীৰ গুলিত অসমীয়া আৰু অনাঅসমীয়া লোকৰ মৃত্যু হৈছে। বাতৰি কাকতত প্ৰকাশিত বাতৰিৰ পৰা দেখা যায়—যে আলফাই স্বাধীন অসম বিচাৰে—কেন্দ্ৰিয় চৰকাৰক সাম্ৰাজ্যবাদী শোষণকাৰী, বিদেশী দমনকাৰী হিচাবে ব্যাখ্যা কৰিছে।

কেন্দ্ৰিয় চৰকাৰে অসমৰ তেল, কয়লা, কাঠ আদি মূল্যবান সম্পদ-বোৰ লুণ্ঠন কৰা বুলি আৰু অসমীয়া জাতিৰ ক্ষতি সাধন কৰিছে বুলি অভিযোগ কৰে। আলফাই তোলা দাবী কিছুমান ন্যায়সঙ্গত ও যুক্তিসঙ্গত সন্দেহ নাই। স্বাধীন অসম স্থাপন হলে আমিও সন্দেহাতীত হিচাবেই ভাল পাও। কিন্তু বৰ্ত্তমান সময়ত বচা-বচা অসমীয়া সাহসী একনিষ্ঠ যুবক কেজনমানে নিজে হাতত অস্ত্ৰ তুলি লৈ—ভাৰত চৰকাৰৰ বিশাল সৈন্যবাহিনীৰ বিৰুদ্ধে যুজি, ভাৰতীয় সৈন্যবাহিনীক পৰাস্ত কৰি—অসমক ভাৰতৰ পৰা স্বাধীন কৰাৰ কোনো বাস্তব সম্ভবনা নাই। ১৯৪৭ চনৰ স্বাধীনতা লাভৰ সময়ত এনে সম্ভাবনাৰ কথা ভাবিব পৰা ভিত্তি থাকিলেও, আজি তাৰ কোনো বাস্তব মূল্যায়ন নাই। অসমৰ বিভিন্ন শ্ৰেণীৰ জনগোষ্ঠীৰ গঠন প্ৰণালী, আৰু পৰষ্পৰ বিৰোধী ভাবাবেগে অসমবাসীৰ ঐক্য-বদ্ধ প্ৰচেষ্টাৰ অভাবৰ—কথা বাৰুকৈয়ে প্ৰকাশ কৰিছে। আলফাৰ স্বাধীন অসমৰ শ্লোগান কাৰ্যতঃ ৰুপায়িত হোৱাৰ কোনো সম্ভবনা নাই। পাকিস্তান, বাংলাদেশ আৰু সীমান্তবৰ্ত্তী চীনৰ অৱস্থানে অসমৰ দৰে সৰু ৰাজ্য স্বাধীন হোৱাটো ৰাজনৈতিক, ভৌগোলিক আৰু আৰ্থিক ভাবেও সমৰ্থন যোগ্য নহয়। আলফা সদস্য সকলক গ্ৰেপ্তাৰ আৰু দমন কৰাৰ নামত—১৯৯১/৯২ চনত অসম উপত্যকাৰ বিভিন্ন জিলাত পুলিছ আৰু সামৰিক বাহিনীৰ অপাৰেশ্যন আৰম্ভ হৈছে—আৰু এই অপাৰেশ্যনত নিৰপৰাধী পুৰুষ, মহিলা, ছাত্ৰ, শিশু বলি হৈছে।

১৯৯১ চনৰ বিধান সভা নিৰ্ব্বাচনত—গণপৰিষদৰ সদস্য মাত্ৰ ১৯ জন জয়ী হয়, আৰু ন-অগপৰ সদস্য মাত্ৰ ৫ জন—অৰ্থাৎ দুয়োদল মিলি ২৪ খন মাত্ৰ আসন পায়। কংগ্ৰেছ (ই) দলে পায় ৬৬ খন ; চি-পি-আয়ে পায় ৪ খন, চি-পি-এমে ২ খন, এছ-ইউ-চিয়ে ২ খন স্বতন্ত্ৰ বড়োলেণ্ড দাবী কৰা বড়ো সকলে পায়

৮ খন, ভাৰতীয় জনতা পাৰ্টীয়ে পায় ১০ খন, জনতা পাৰ্টীয়ে পায় ২ খন। শ্ৰীহিতেশ্বৰ শইকীয়াক মুখ্যমন্ত্ৰী হিচাবে লৈ কংগ্ৰেছ (ই) য়ে অসমত পুনৰ চৰকাৰ গঠন কৰে।

মন্ত্ৰীসভা গঠন কৰি শ্ৰীশইকীয়াই দিয়া বিবৃতিত আলফা সমস্যা সমাধানৰ কথা উল্লেখ কৰে আৰু তেওঁলোকৰ লগত আলোচনা কৰাৰ প্ৰস্তাব দিয়ে। শইকীয়া চৰকাৰৰ সিদ্ধান্ত অনুসাৰেই আলফা সদস্য সকলক গ্ৰেপ্তাৰ কৰিবলৈ সামৰিক বাহিনীৰ অভিযান আৰম্ভ হয়। ফলত এদল আলফা কৰ্মীয়ে আলোচনাৰ মাধ্যমেৰে সমস্যাৰ সমাধান কৰিব খোজে আৰু আনদলে অস্ত্ৰ পৰিত্যাগ কৰি, চৰকাৰক চমজাই দি আগতীয়াকৈ অস্ত্ৰ সম্বৰণ কৰিব নোখোজে, আৰু অস্ত্ৰ সম্বৰণ নকৰাকৈয়ে আলোচনা কৰিব খোজে। আলফাৰ আলোচনাৰ অধ্যায় শেষ নোহওঁতেই সামৰিক বাহিনীয়ে নিৰ্দ্দোষী লোকক হত্যা, গ্ৰেপ্তাৰ, মাৰধৰ আৰু নাৰীধৰ্ষণৰ দৰে জঘন্য কামবোৰ কৰি বৃহত্তৰ অসমীয়া সমাজখনত তিক্ততাৰ সৃষ্টি কৰে।

মই আজি ৩০/৪/৯২ তাৰিখে লিখি থকাৰ পৰলৈকে আলফাৰ সমস্যা সমাধান হোৱা নাই। কংগ্ৰেছ (ই) চৰকাৰ আৰু আলফাৰ মাজত পৰস্পৰ বিৰোধী বিবৃতি প্ৰকাশ হৈ আছে। আলফা সমস্যাৰ বাবে কংগ্ৰেছেই দায়ী।

অসম আন্দোলন আৰু আলফা সমস্যাৰ বাবে—মই ভাবো কংগ্ৰেছ চৰকাৰ মূলতঃ দায়ী। এই দীঘলীয়া ৪৫ টি বছৰত দেশৰ ভূমি-সমস্যা, কৃষি সমস্যা, বেকাৰ সমস্যাৰ সমাধান নহল। দেশত অগণন শিক্ষিত যুৱকৰ কৰ্ম-সংস্থান নাই। বস্তুৰ মূল্যবৃদ্ধিয়ে সাধাৰণ মানুহৰ অৱস্থা অচল কৰিছে। ব্যৱসায়-বাণিজ্য অনা-অসমীয়া লোকৰ নিয়ন্ত্ৰণত—। ডাঙৰ ডাঙৰ ঠিকা-ঠুকুলী বিলাবৰ সুফলো অসমৰ বাহিৰৰ লোকৰ হাতত। অসমৰ মূল শিল্প চাহ, কাঠ, তেলৰ আয়ৰ পৰা সুবিধা ভোগ কৰিছে— এচাম অসমৰ

বাহিৰৰ লোকে। অসমৰ চহৰবোৰলৈ চালে দেখা যায় যে গুৱাহাটী, তিনিচুকীয়', ডিব্ৰুগড়ৰ দৰে চহৰত আধিপত্য বিস্তাৰৰ সকলো সুবিধা দিয়া হৈছে—অসমৰ বাহিৰৰ লোকক। অসমৰ উদীয়মান ব্যৱসায়ী, উদ্যোগী সকলে অসমৰ ব্যৱসায় বাণিজ্যত নিজৰ আধিপত্য বিস্তাৰ কৰিব খোজে। তেওঁলোকে পৰিচালনা কৰা বাতৰি কাকত সমূহে, আৰু বিভিন্ন সন্থাই অসমৰ স্বতন্ত্ৰতা আৰু স্বাধীনতাৰ ধ্বনি দিছে, আৰু দেশৰ এচাম লোকক তাত জড়িত কৰিবলৈ সক্ষম হৈছে। বৰ্ত্তমানৰ সমস্যা যুবক সকলৰ নিজৰ সৃষ্ট সমস্যা নহয়—এই সমস্যা সৃষ্টি কৰা হৈছে অসমৰ ধনবান শ্ৰেণীৰ দ্বাৰা আৰু তেওঁলোকেই ইয়াক নানান ভাবে জীয়াই ৰাখিছে। বুজোৱা হৈছে যে স্বাধীন অসম সৃষ্টি হলে বা অনা অসমীয়া শিল্পপতি আৰু ব্যৱসায়ী সকলক অসমৰ পৰা বিতাৰিত কৰিব পাৰিলে অসমৰ যুবক চামৰো মঙ্গল হব। কিন্তু এইটো কথা কোৱা হোৱা নাই যে অসম স্বাধীন হলে ব্যক্তিগত ধনৰ পুজি, ব্যৱসায় বিলাক স্বাধীন চৰকাৰৰ হাতলৈ যাব বুলি, অসমত সমতা আৰু সাম্যৰ সমাজতান্ত্ৰিক চৰকাৰ স্থাপন হব বুলি। মনত ৰখা উচিত যে "অসমীয়া' আৰু 'অনা-অসমীয়া' বুলি শোষণকাৰীৰ কোনো জাতনাই।

আলফাৰ মাজত এদল ত্যাগী, সাহসী আৰু নিষ্ঠাবান লোক আছে। তেখেত সকলৰ সু-মহান কৰ্মশক্তি দেশগঠনৰ কামত নিয়োজিত হওক— তাকেই আমি বিচাৰো।

অসম আন্দোলন আৰম্ভ হোৱাৰ মাজতে নলবাৰী উকীল সন্থাই নিজৰ ফেষ্টুন, নিজৰ মেমোৰাণ্ডা, আৰু নিজৰ স্বতন্ত্ৰ নেতৃত্বত এদিন সত্যাগ্ৰহ কৰিছিল, আৰু বিদেশী বহিস্কাৰৰ দাবী দি নিজা স্মাৰকপত্ৰ প্ৰেৰণ কৰিছিল। স্মাৰক-পত্ৰত কোৱা আছিল যে প্ৰতি ব্লক-এলেকাত একোখনকৈ অন্ততঃ বিদেশী চিনাক্তকৰণ ট্ৰাইবুনেলো

প্ৰতিষ্ঠা কৰিব লাগে। এই সত্যাগ্ৰহ কোনো ছাত্ৰ সন্থা বা ৰাজনৈতিক দলৰ নেতৃত্বত হোৱা নাছিল। কিন্তু আমাৰ এই সত্যাগ্ৰহৰ প্ৰতি নলবাৰী ছাত্ৰ সন্থা আৰু আন্দোলনৰ লগত জড়িত থকা দলবোৰে আন্তৰিকতাৰে সমৰ্থন জনাইছিল। মোৰ ধৰণা হৈছিল যে অসমৰ বাকী বামপন্থী দল বিলাকে—বিদেশী বহিস্কাৰৰ দাবীত এই ধৰণৰ আন্দোলন সৃষ্টি কৰা হলে—অসমৰ ছাত্ৰ আৰু যুবক সকলে বাওপন্থী দল বিলাকক সমৰ্থন দিলেহেতেন। দ্বিতীয় তেলশোধনাগাৰ আন্দোলনত বাওপন্থী দল আৰু প্ৰগতিশীল লোক সকলে নেতৃত্ব দিয়াৰ ফলত শোধনাগাৰ আন্দোলন জয় হৈছিল, আৰু বিভেদমুখী শক্তিয়ে সেই আন্দোলনৰ সুফল ব্যৱহাৰ কৰিব নোৱাৰিছিল।

দুখৰ কথা যে চি-পি-আই, চি-পি-আই (এম) ৰ দৰে পুৰণা এই দলবোৰে অসম আন্দোলনক বাহিৰৰ পৰা সমালোচনা কৰি থাকিল, অথচ তেওঁলোকৰ লগত আন্দোলনত অংশ গ্ৰহণ নকৰিলে। তাৰ ফলত সৰ্বভাৰতীয় বামপন্থী দলবোৰে ছাত্ৰ সন্থা আৰু আন্দোলনত অংশ গ্ৰহণকাৰী লোক সকলৰ পৰা এঘৰীয়া হৈ পৰিল। বাওপন্থী দল বিলাকে আন্দোলনৰ পৰা আতৰি থকাৰ ফলত বৃহত্তৰ ডেকা-শক্তিৰ পৰা তেওঁলোক পৃথক হৈছে, আৰু অসমৰ গণতান্ত্ৰিক আন্দোলনত উপযুক্ত ভূমিকা গ্ৰহণ কৰাত ব্যৰ্থ হৈছে।

এনে এটা পৰিস্থিতি সৃষ্টি হব বুলি মোৰ আগতেই ধাৰণা জন্মিছিল। এই সম্পৰ্কে অগ্ৰদূত কাকতত মই লিখা প্ৰবন্ধ এটাত কৈছিলো যে অসমৰ জাগ্ৰত ডেকা সকলৰ আন্দোলনৰ নেতৃত্ব বামপন্থী দল বিলাকে দিয়াত ব্যৰ্থ হলে—তাৰ পৰিণতি ভয়াবহ হব। মোৰ এই প্ৰবন্ধটো আমাৰ পাৰ্টীৰ মাজত যথেষ্ট সমালোচনাৰ সমূখীন হৈছিল। কিন্তু আজি পৰিবৰ্তিত অবস্থাত মই দিয়া বক্তব্যই সত্যবুলি প্ৰতিয়মান হ'ল।

জনসাধাৰণৰ মাজত সৃষ্টি হোৱা আন্দোলন বিলাকক অৱজ্ঞা কৰা ভুল। আন্দোলনকাৰী সকলৰ মাজত সোমাই আন্দোলন বিলাক শুদ্ধপথেৰে পৰিচালনা কৰাৰ যত্ন কৰা উচিত। বাওপন্থী দল বিলাকে ইতিহাসৰ এই শিক্ষা গ্ৰহণ কৰা উচিত।

## তেল শোধনাগাৰ আন্দোলনৰ শিক্ষা

১৯৬৮ চনৰ ১৩/১৪ জুলাইত গুৱাহাটীৰ কামৰূপ একাডেমী স্কুলত ২য় তেল শোধনাগাৰ স্থাপনৰ অভিবৰ্ত্তন বহে। ইয়াৰ আগেয়ে শিৱসাগৰ জিলাত জিলা কমিউনিষ্ট পাৰ্টীৰ উদ্যোগত কমৰেড প্ৰমোদ গগৈৰ নেতৃত্বত শিৱসাগৰ জিলাত ২য় তেল শোধনাগাৰ স্থাপনৰ জিলা-অভিবৰ্ত্তন হৈ গৈছিল। একাডেমী হলৰ অভিবৰ্ত্তনত বাওপন্থী দল বিলাকৰ নেতা সকলৰ উপৰিও—প্ৰগতিশীল লোক কিছুমানে অংশ গ্ৰহণ কৰিছিল।

শোধনাগাৰ অভিবৰ্ত্তনত ময়ো উপস্থিত আছিলো—আৰু আলোচনাত অংশ গ্ৰহণ কৰিছিলো। ২৭/১০/৬৮ তাৰিখে ২য় পৰ্য্যায়ৰ আন্দোলনৰ সম্পৰ্কে আলোচনা হয়। তেল শোধনাগাৰ আন্দোলন পৰিচালনা কমিটীত ৺বিশ্ব গোস্বামী, প্ৰমোদ গগৈ আৰু শ্ৰী-বি-এল-হান্সাৰিয়াক যুটীয়া আহ্বায়ক নিয়োগ কৰা হয়।

নলবাৰী মহকুমাতো এই সম্পৰ্কে ১৬/১০/৬৮ ইং তাৰিখে প্ৰতিনিধি স্থানীয় লোক সকলৰ সভা বহে—নলবাৰী নাট্য মন্দিৰ হলত সেই সভাত মোক আৰু এডভোকেট বদন চন্দ্ৰ তালুকদাৰক যুটীয়া সম্পাদকৰ দায়ীত্ব দিয়া হয়। লগতে শ্ৰীসত্যেন শৰ্মা, শ্ৰীধৰম চন্দ্ৰ জৈন আৰু আব্দুৰ ৰহমানক সহকাৰী যুটীয়া সম্পাদকৰ দায়ীত্ব দিয়া হয়।

১৫/৯/৬৮ তাৰিখৰ পৰা ২২/৯/৬৮ তাৰিখলৈ হোৱা সত্যাগ্ৰহত অকল নলবাৰীত ৩৫৬৯ জনক গ্ৰেপ্তাৰ কৰে আৰু চিহু ছত্ৰত গ্ৰেপ্তাৰ কৰে ১১১৫ জনক—সত্যাগ্ৰহ কৰা কাৰণে

তেলশোধনাগাৰ স্থাপনৰ আন্দোলনটো অসম উপত্যকাত ব্যাপক আকাৰে হৈছিল—আৰু সত্যাগ্ৰহৰ প্ৰভাবত অফিছ আদালত বিলাক অচল হৈছিল। প্ৰতিদিনে হেজাৰ হেজাৰ লোকে বিভিন্ন ঠাইত বিভিন্ন অফিছত শান্তিপূৰ্ণ ও অহিংসভাবে সত্যাগ্ৰহ কৰি চৰকাৰ-খনক বিকল কৰিছিল। এই সত্যাগ্ৰহত কংগ্ৰেছ সদস্য কিছুমানেও অংশ গ্ৰহণ কৰিছিল। ব্যাপক গণ সমৰ্থন আৰু শান্তিপূৰ্ণ আন্দোলনৰ প্ৰভাৱত চৰকাৰে ৰাইজৰ দাবী মানিবলৈ বাধ্য হৈছিল।

বামপন্থী দলবিলাকে আন্দোলনত নেতৃত্ব কৰা কাৰণে—জন-সাধাৰণৰ মাজত যথেষ্ট সন্মান আৰু মৰ্য্যদা পাইছিল, আৰু হেজাৰ হেজাৰ যুবক আৰু ছাত্ৰই বামপন্থী দল সমূহৰ যৌথ নেতৃত্বৰ দ্বাৰা পৰিচালিত হৈছিল।

বিদেশী বিতাৰণৰ অসম আন্দোলনতো বামপন্থীসকলে এইদৰে নেতৃত্ব বহন কৰা হেতেন—অসম গণ পৰিষদ দলৰ দৰে আঞ্চলিক দল বিলাকৰ জন্ম নহলহেতেন ; বামপন্থী দল বিলাক ডেকাশক্তিৰ পৰা বিচ্ছিন্ন নহলহেতেন ।

## নিজৰ জন্মভূমি

নিজৰ জন্মভূমিৰ প্ৰতি প্ৰীতি আৰু আকৰ্ষণ কোনেও অস্বীকাৰ কৰিব নোৱাৰে। জন্ম মোৰ বেলশৰ গাঁৱত। হিন্দু, মুছলমান, কলিতা, ব্ৰাহ্মণ, ৰাজবংশী মুখী, সোনাৰী, কেওঁট, মালি আদি বিভিন্ন ধৰ্ম ও বিশ্বাসৰ লোক এই গাঁৱতেই আছে। পুৰণি কামৰূপ জিলাৰ ভিতৰত এই বৃহত্তৰ গাঁওখনিতেই ৺বিল্বেশ্বৰ দেৱালয় অৱস্থিত।

প্ৰাইমাৰী স্কুলৰ পৰা আৰম্ভ কৰি—সম্প্ৰতি কলেজৰ স্তৰ পৰ্যন্ত শিক্ষাদানৰ ব্যৱস্থাও এই গাঁৱতে আছে। সংস্কৃত শিক্ষা-ব্যৱস্থাও এই গাঁৱৰ সংস্কৃত টোলত প্ৰচলিত আছিল। সম্প্ৰতি কেবাটাও চৰকাৰী অনুষ্ঠানো এই গাঁওখনত গঢ়ি উঠিছে। ৰাস্তাঘাট, স্কুল-কলেজ সজাৰ ক্ষেত্ৰত এই গাঁৱৰ লোক সকল অত্যন্ত উদ্যোগী। শিক্ষা-দীক্ষাৰ ক্ষেত্ৰতো আগবঢ়া। এই গাঁৱৰ কাষতে লগা চামতা, গন্ধিয়া, ককয়া, ওচৰৰে জাগৰা, বনগাঁও, পিপলিবাৰী, শোলমাৰা আদি গাঁৱতো বিভিন্ন শিক্ষা অনুষ্ঠানে গঢ় লৈছে।

বেলশৰ মোৰ জন্মভূমি— কিন্তু হাইস্কুলৰ শিক্ষালাভৰ ক্ষেত্ৰত ৰুপিয়াবাথান গাঁওখনে মোক যথেষ্ট সহায় আৰু সাহায্য দিলে। বিশেষকৈ ভিনদেউ ৺ধনেশ্বৰ বৰ্মণ, ৺কালিৰাম বৰ্মণ, বাইদেউ ৰামেশ্বৰী দেবী, ৺শাহু আই, মোমাদেউ ৺পুষ্প তালুকদাৰ আৰু স্মৰণীয় মামীৰ কথা পাহৰিব নোৱাৰো।

কটন কলেজত পঢ়াৰ ক্ষেত্ৰত পিতৃদত্ত মাটিবাৰী বিক্ৰী কৰি অৰ্থ সংগ্ৰহ কৰিব লগীয়া হৈছিল ; জেলৰ পৰা ওলাই আইন অধ্যয়ন কৰাৰ ক্ষেত্ৰত ৺হুমেসেন ডেকা, ভুবনেশ্বৰ পাটোৱাৰী, ধীৰেশ্বৰ মেনা, তৰুণমহন্ত, শ্ৰীকান্ত চৌধুৰী, বালেক মহাজন, পদ্মসেন ডেকা, ৰজত বৰ্মন, কণ্ঠ পাটোৱাৰী, আৰু ভাৰত সেন ডেকাৰ উৎসাহ আৰু সাহায্য উল্লেখযোগ্য।

ৰাজনীতিত অংশ গ্ৰহণ কৰাৰ ক্ষেত্ৰত মোৰ নিজা বিশ্বাস আৰু অনুভূতিয়ে মোক পৰিচালনা কৰিছিল।

যিমানেই দূৰ ঠাইত নেথাকো কিয় বেলশৰ, চামটা ৰুপিয়া বাথানৰ কথা সদায় মানস পটত উদয় হয়।

নবীন মেধি, প্ৰসন্ন ভড়ালী, মহেন্দ্ৰ বৰ্মন, থিৰসেন মহাজন, সমীন বৰ্মন, প্ৰফুল্ল সেন ডেকা, সন্ধি সেন ডেকা, যাদব সেন ডেকা বসন্ত পাটোৱাৰী, জিতেন বৰ্মন আদি নিঃস্বাৰ্থ কৰ্মীৰ কৰ্মপ্ৰেৰণাত

গঢ়ি উঠা বেলশৰ সমাজ কল্যাণ সমিতিৰ কথা কোনো দিনে পাহৰিব নোৱাৰো।

পাহৰিব নোৱাৰো বিল্লেশ্বৰ দেৱালয়ৰ 'মুগৰ দালি আৰু মাংসৰ "ভোগৰ" কথা আৰু সন্ধিয়া কিতৰণ কৰা 'লুচিৰ' কথা। আৰু এটা পাহৰিব নোৱাৰা উপলক্ষ্য হৈছে বেলশৰৰ "মৰা মানুহৰ ভোজ"। সকলো ৰকমৰ ৰাজনৈতিক আৰু সামাজিক নীতি নিয়মক নেওচি এই ভোজেই গাঁওৰ বিভিন্ন শ্ৰেণীৰ আৰু সম্প্ৰদায়ৰ লোকক প্ৰেম, প্ৰীতি আৰু ত্ৰকত্বৰ বান্ধোনেৰে বান্ধি ৰাখিছে।

অষ্টমী আৰু নৱমীৰ দুৰ্গা পূজাৰ উৎসৱ, আৰু বহাগৰ ২০ দিনৰ দিনা প্ৰতি বছৰে হোৱা সুবৃহৎ ভঠেলীৰ স্মৃতি পাহৰিব নোৱাৰি; তেনেদৰে পাহৰিব নোৱাৰি সাহপুৰ ঘাটৰ দশমীৰ দুৰ্গাপূজাৰ প্ৰতিমা বিসৰ্জনৰ বৃহত্তৰ গণসমাবেশ; বৰনদ্দী, কৈহাটী, চান্দকুছি, ককল্লাৰ বহাগৰ ভঠেলীৰ স্মৃতি। দিন আৰু যুগ বদলি আছে সচা— ত্ৰই উৎসৱবোৰৰ গতি শেষ হোৱা নাই।

অৰ্থনীতিৰ ক্ষেত্ৰত ত্ৰই অঞ্চলত নিম্নমধ্যবিত্ত আৰু অতি নিঃকিন অৱস্থাৰ লোকে বাস কৰে। স্কুল কলেজত পঢ়া ডেকাহঁতে সৰু মজলীয়া ধৰণৰ দুই এটা চাকৰি গোটাইছে নাইবা সৰু সৰু ব্যৱসায়ত নামিছে। মাটিৰ অভাৱত খেতি বাতি নাই বুলিলেই হয়। ৮/১০ মাইল দূৰত ঘোৰাঠাল, ছাত্ৰী, পেকদিয়া, ৰণাকুছি, বাকেৰিকুছি, কঠলা আদিত দুই চাৰিঘৰ লোকৰ খেতি খালা থাকিলেও— সি আজিৰ জীৱন ধাৰণৰ মূখ্য অৱলম্বন নহয়। মানুহবোৰৰ ঐক্য আৰু সংহতি বখানিবলগীয়া। হেজাৰ বিৰোধ আৰু তিক্ততা স্বত্বেও— সামাজিক কাজ কৰ্মত সকলো মানুহ ঐক্যবদ্ধ হয়। ৰাজনৈতিক আন্দোলনৰ ক্ষেত্ৰতো তদ্ৰূপ।

ভাৰত ত্যাগ আন্দোলনৰ সময়ত ৬টা বন্দুক কাঢ়ি আনিলো ৰাজহুৱা ভাবে— পুলিছ অপাৰেশ্যন চলিল— অত্যাচাৰ চলালে

কোনেও বিৰুদ্ধে সাক্ষী দিবলৈ আগবাঢ়ি নাহিল। ১৯৪৩/৪৪ চনত ধানৰ গাড়ীবোৰ আটক কৰি— অভাৱ গ্ৰস্ত ৰাইজৰ মাজত ৭-৭.৫০ টকা মোণে বিতৰণ কৰিলো; কোনেও সাক্ষী নিদিলে। বেলশৰ হাইস্কুলৰ কাৰণে মাটি উদ্ধাৰৰ ক্ষেত্ৰত কৰা আন্দোলনো এই সম্পৰ্কত উল্লেখ কৰিব পাৰি। ৰাস্তা-ঘাট সজা আৰু বহল কৰাৰ ক্ষেত্ৰত জোৰকৈ গছ-গছনি কটা হল, ঘৰ ভাঙি দিয়া হল কোনেও পুলিচৰ শৰণ নেচাপিল। সমাজ আৰু সামাজিক কাজ কৰ্মৰ প্ৰতি থকা আগ্ৰহ আৰু সমৰ্থনৰ কাৰনে— এইখন গাওঁৰ উদাহৰণ উল্লেখনীয়।

বেলশৰক কেন্দ্ৰ কৰি ধৰ্মপুৰ মৌজাৰ দক্ষিণ অংশ, ক্ষেত্ৰীধৰ্মপুৰ মৌজা, পকোৱাৰ দক্ষিণ-পশ্চিম অংশ, আৰু উত্তৰ বৰক্ষেত্ৰী মৌজাৰ সন্মিলিত প্ৰচেষ্টাৰে কলেজ পাতিবলৈ যত্ন কৰা সময়ত ময়ো কমিটীৰ উপসভাপতি আছিলো। চামটাত পতাৰ কাৰণে এদল লোকে যত্ন কৰাত বিশ্ববিদ্যালয়ৰ অনুমতি সাপেক্ষে চামটাত কামৰূপ কলেজ স্থাপন হল। কিন্তু সময়ৰ পৰিবৰ্ত্তনত আৰু প্ৰয়োজনৰ অনুভূতিত আজি জাগাৰাত কলেজ, বেলশৰত কলেজ, ককৱাত হায়াৰ ছেকেণ্ডাৰী, শোলমাৰা আৰু বেলশৰতো হায়াৰ ছেকেণ্ডাৰী স্কুল স্থাপন হল। এই কলেজ স্থাপনৰ ক্ষেত্ৰত বেলশৰ, বিল্লেশ্বৰৰ লোক সকলে যি, নিষ্ঠা ত্যাগ আৰু কৰ্ম প্ৰেৰণা দেখুৱালে সি পিচৰ বংশধৰ সকললৈ উদাহৰণ হৈ থাকিব।

জন্মঠাইৰ প্ৰতি মানুহৰ আকৰ্ষণ স্বাভাবিক বুলিব পাৰি। কিয়নো সেই ঠাইৰ মাটি, পানী, বায়ু, খাদ্য সামগ্ৰী আৰু প্ৰাকৃতিক পৰিবেশে জন্মৰ লগে লগেই ব্যক্তিৰ জীৱনত ৰেখাপাত কৰে। শৈশৱৰ সোণালী দিনবোৰ তাতেই অতিবাহিত হয়, — ভাষা চিন্তাশক্তি আৰু সংস্কৃতিও তাতেই পোখা মেলে। পৃথিবীৰ অন্যঠাইবোৰ যিমানেই সৌন্দৰ্য্যশালী নহওক কিয় - নিজৰ জন্মগাওঁখনৰ আকৰ্ষণ অবিস্মৰণীয়। এই কাৰণেই কবি আৰু সাহিত্যিক সকলে— জন্মভূমিৰ ব্যাখ্যা কৰোতে স্বৰ্গতকৈ 'গৰিয়সী' বুলি আখ্যা দিছে।

কিছুমান চিন্তাশীল লোকে কয় যে জন্মভূমিৰ প্ৰতি নিবিড় ভাল পোৱাৰ সৃষ্টি হৈছে সামন্ততান্ত্ৰিক আৰু পুজিতান্ত্ৰিক সমাজ ব্যবস্থাৰ কাৰণে। কিয়নো এই দুয়ো প্ৰকাৰৰ সমাজব্যস্থাত "ব্যক্তিগত সম্পত্তিৰ" চিন্তা আৰু ধ্যানধাৰণা প্ৰভাবশালী। সেই কাৰণে ৰাজ্য বিস্তৃতি আৰু 'স্বাধীনতা ৰক্ষাৰ' ধ্বনিৰ সৃষ্টি হৈছে— ইদেশে সি দেশে যুদ্ধ আৰু সংঘৰ্ষৰ সৃষ্টি হৈছে। তেনেদৰে ব্যক্তিয়ে ব্যক্তিয়ে সীমাৰ কাজিয়া, মাৰামাৰি আৰু মালি মোকৰ্দমাৰো বৃদ্ধি হৈছে।

সমগ্ৰ পৃথিবী জুৰি 'সাম্যবাদী' সমাজ স্থাপন হলে— সমগ্ৰ বিশ্ব-খনকেই নিজৰ ঘৰ বুলি, নিজৰ জন্মস্থান বুলি ধাৰণা হব, তেতিয়া 'জন্মভূমিৰ' আজিৰ ধাৰণাৰো অবসান হব। সন্দেহ নাই যে এই যুক্তি আৰু ব্যাখ্যা যথেষ্ট প্ৰভাবশালী আৰু যুক্তিপূৰ্ণ।

নিজক যিমানেই বিশাল, উদাৰ আৰু বহল মনৰ মানুহ হিচাবে গঢ় দিব পাৰি— সিমানেই চিন্তাৰ পৰিধিৰো পৰিবৰ্ত্তন অবশ্যম্ভাবী।

ৰাজনৈতিক বিজ্ঞানী সকলে কৈছে বৰ্ত্তমান চলিত সমাজ-ব্যৱস্থাত সীমা আছে কাৰণে সীমাৰ বিৰোধ আছে। সাম্যবাদী সমাজত সীমা নেথাকে। উদাৰতা, বিশালতা আৰু মহানতাৰ প্ৰধান্য বিস্তৃত হব, —প্ৰেম, ভাতৃত্ববোধ আৰু প্ৰীতিয়ে মানুহক আকো-ৱালি ধৰি থাকিব; ভাষা, ধৰ্ম, জাতকুল আৰু সম্প্ৰদায়ৰ কোনো ঠেক চিন্তা মানুহৰ মাজত নেথাকিব। চুৰি, ডকাইতি, শঠতা, মিথ্যাৰ কোনো প্ৰয়োজন নেথাকিব। গতিকে শাসন আৰু দমন কৰাৰ অত্যাচাৰী 'ৰাষ্ট্ৰ যন্ত্ৰৰো" প্ৰয়োজন নহব। লেলিনৰ মতে 'ৰাষ্ট্ৰৰ প্ৰয়োজন লেৰেলি শুকাই যাব।" তেনে অৱস্থাত 'জন্মভূমিৰ' ব্যাখ্যা আৰু অৰ্থৰো পৰিবৰ্ত্তন হব। সমগ্ৰ পৃথিৱীখনেও মোৰ 'জন্মস্থান' মোৰ 'জন্মভূমি' বুলি ধাৰণা কৰিব পৰা হব।

সাম্যবাদী সমাজ এদিনতে গঢ়ি নুঠে। তাৰ কাৰণে দীৰ্ঘ্যায়ৎ প্ৰচেষ্টা আৰু অবিৰাম কৰ্মধাৰাৰ প্ৰয়োজন। এদল মানুহে এই

সমাজ গঢ়াৰ কাৰণে, পৃথিৱীত সুখী-সুমৃদ্ধিশালী মানুহ সমাজ ৰচনা কৰাৰ কাৰণে অহৰহ লাগি থাকিব লাগিব— নিৰলস ভাবে। ধনতান্ত্রিক সমাজব্যৱস্থা ভঙাৰ আৰম্ভ হৈছে— ই বিভিন্ন ৰূপত সমাজ তন্ত্ৰক বাট এৰি দিব ধৰিছে। সমাজতন্ত্ৰৰ বিশ্বজোৰা বিজয়ৰ পিছত, প্ৰভুত উৎপাদন কৰিব লাগিব,— শিক্ষা আৰু সংস্কৃতিৰ আমূল পৰিবৰ্ত্তন সাধি মানুহৰ চিন্তা আৰু ধাৰণাৰ মাজত নতুনৰ সৃষ্টি কৰিব লাগিব।

## দ্বন্দ্বৱাদী দৰ্শন আৰু ভাৰতীয় দৰ্শনত বস্তুবাদৰ প্ৰভাৱ

ভাৰতৰ কমিউনিষ্ট দলে দ্বন্দ্ববাদী-বস্তুবাদী দৰ্শনৰ সম্পৰ্কে আৰু ভাৰতৰ দাৰ্শনিক চিন্তাধাৰাত বস্তুবাদী ধাৰাৰ প্ৰভাৱ কি ধৰণে আছে—এই সম্বন্ধে সৰ্ব্বভাৰতীয় ভেটিত দিল্লীত এটা আলোচনা চক্ৰ আৰম্ভ কৰে ১৯৬৮ চনৰ ১০ ডিচেম্বৰৰ পৰা ২০ ডিচেম্বৰলৈকে। এই দহ দিনীয়া আলোচনা চক্ৰত যোগ দিবলৈ প্ৰত্যেক ৰাজ্যৰ পৰাই ২/১ জনকৈ প্ৰতিনিধি আহিছিল। অসম ৰাজ্যৰ পৰা মই আৰু কমৰেড তুলাল খাউণ্ডে আলোচনা চক্ৰত যোগদান কৰো।

মাৰ্ক্সবাদী দৰ্শনৰ বিশিষ্ট পণ্ডিত কমৰেড জি-অধিকাৰী, শ্ৰীমোহিত সেন, ৺ভবানী সেন, এন-কে-কৃষ্ণান, শ্ৰীদেৱী প্ৰসাদ চট্টোপাধ্যায়, কে, দামোদৰণে আলোচনা চক্ৰ পৰিচালনা কৰিছিল। কমৰেড অধিকাৰীয়ে আলোচনা চক্ৰ উদ্বোধন কৰাৰ পিছত কমৰেড মোহিত সেনে বস্তুবাদী দৰ্শনৰ বিভিন্ন দিশ আলোচনা কৰে আৰু সমাজ-প্ৰগতিৰ লগত বস্তুবাদী দৰ্শনৰ ওতঃপ্ৰোত সম্বন্ধ সম্বন্ধে বাখ্যা কৰে। বিভিন্ন যুগৰ সমাজ ব্যৱস্থাৰ লগত বস্তুবাদী দৰ্শনৰ সম্পৰ্কৰ কথা উল্লেখ কৰে। দ্বন্দবাদ বুজিবলৈ হলে প্ৰকৃতি বিজ্ঞানৰ বিকাশৰ বিষয়ে বুজাৰো প্ৰয়োজনীয়তাৰ কথা কয়।

দ্বন্দবাদৰ বিষয়ে কমৰেড ভবানী সেনে নাতিদীৰ্ঘ অথচ অতি মূল্যবান বক্তব্য দাঙি ধৰে। গ্ৰীক দাৰ্শনিক হেৰিক্লিটাছ, বুদ্ধদেৱৰ "প্ৰত্যুত সমুৎপাদনম" অৰ্থাৎ সংঘৰ্ষৰ মাজেৰে সৃষ্টি হোৱা উদাহৰণ দাঙি ধৰে। হেগেলৰ থেছিছ,—এন্টিথেছিছ আৰু চিন্থেছিছৰ" বুদ্ধদেৱৰ "স্থিতী, নিৰোধ আৰু উৎপাদনৰ" লগত ৰিজনী দিয়ে। বুদ্ধই কয় "মাটি, পোৰামাটি আৰু বাচন"। বস্তু আৰু গতি পৃথক নহয়—একেটাই। দ্বন্দবাদৰ তিনিটা সুত্ৰ যেনে "ঐক্য আৰু বিৰোধ", নিগেশ্যন অব নিগেশ্যন" আৰু "গুণগত আৰু সংখ্যাগত পৰিবৰ্ত্তন"—সম্পৰ্কত মূল্যবান উদাহৰণ দাঙি ধৰি সমাজ পৰিবৰ্ত্তনৰ পদ্ধতিৰ লগত ৰিজাই দেখুৱায়। লগতে 'বিৰোধৰ সুত্ৰ—'মৌলিক-বিৰোধ' 'অমৌলিক-বিৰোধ' 'শত্ৰুভাবাপন্ন বিৰোধ' আৰু "শত্ৰুভাবাপন্নহীন বিৰোধ" সম্পৰ্কত ব্যাখ্যা দাঙি ধৰে।

কমৰেড এ-কে কৃষ্ণানে—'জ্ঞানৰ তত্ব' 'এপিষ্টোমোলজী' সম্পৰ্কত দীঘলীয়া বক্তব্য দিয়ে, আৰু কৰ্ম অভিজ্ঞতাই জ্ঞান লাভৰ মূলভেটি বুলি ব্যাখ্যা কৰে।

কমৰেড দেবী প্ৰসাদ চট্টোপাধ্যায় আৰু কমৰেড কে, দামোদৰণে ভাৰতীয় দৰ্শনত বস্তুবাদৰ প্ৰভাৱ সম্পৰ্কে দীঘলীয়া বক্তৃতা কৰিছিল। তেওঁলোকে কৈছিল যে—ভাৰতীয় দৰ্শনত ভাববাদ আৰু বস্তুবাদ উভয় দৰ্শনৰে স্থিতি আছে। এই ছুয়োটা দাৰ্শনিক চিন্তাধাৰাৰ ভিতৰত বিৰোধ আছে, আৰু এই বিৰোধত ভাববাদী দৰ্শনে আধিপত্য বিস্তাৰ কৰে। এই ক্ষেত্ৰত গুৰু বৃহস্পতি আৰু চাৰ্বাক সকলৰ বস্তুবাদী চিন্তাধাৰাৰ কথা উল্লেখ কৰা হয়। কোৱা হয় যে গৌতম বুদ্ধৰ চিন্তাধাৰাও মূলতঃ বস্তুবাদী আছিল—বস্তু জগতৰ বাহিৰৰ অজানা শক্তিক মূল সৃষ্টিকাৰী বুলি বুদ্ধদেৱে স্থান দিয়া নাছিল। তেনেদৰে জৈন ধৰ্মতো বস্তুবাদী চিন্তাধাৰা বিৰাজমান। ঋকবেদৰ স্তবক কিছুমানৰ উল্লেখ কৰি কোৱা হয় যে ঋকবেদৰ আদি খণ্ডত

মানুহে 'খাদ্য' 'জুই' আদিৰ দৰে বস্তু কেতবোৰক আৰাধনা কৰিছিল,—নিজৰ ব্যৱহাৰিক জীৱনৰ প্ৰয়োজনৰ কাৰণে। এই আৰাধনাই যেই সেই যুগৰ বস্তুবাদী দাৰ্শনিক ভাবাদৰ্শৰ প্ৰমাণ কৰে।

পুৰান, উপনিষদ, আল্লা উপনিষদ, যজুৰ্ব্বেদ, অথৰ্ব্ববেদ, সাম-বেদ আদিৰ বিষয়েও আলোচনা কৰা হয়।

ভাৰতীয় দৰ্শন কেৱল ভাববাদী-দৰ্শনৰ ওপৰত নিৰ্ভৰশীল, আৰু ভাৰতীয় দৰ্শনত বস্তুবাদী চিন্তা নাছিল বুলি আমাৰ মাজত যি বদ্ধমূল ধাৰণা বিৰাজ কৰিছিল—সেই স্থবিৰ ধাৰণাৰ বিৰুদ্ধে এই আলেচনা চক্ৰই যথেষ্ট অৰিহনা যোগায়।

এই আলোচনাই ইয়াকো বুজায় যে মাৰ্ক্সবাদী দৰ্শন হঠাৎ সৃষ্টি হোৱা দৰ্শন নহয়। এই দৰ্শনৰ চিন্তা-প্ৰণালী বহু বছৰ আগৰে পৰা জন্ম লাভ কৰিছিল—ক্ৰমে ক্ৰমে বিকশিত আৰু পৰিবৰ্দ্ধিত হৈ মাৰ্ক্স আৰু এঙ্গেছৰ দিনত বিশেষ ৰূপত দেখা দিছিল। মাৰ্ক্স আৰু এঙ্গেলছে অতীতৰ দাৰ্শনিক চিন্তাধাৰা বিলাকৰ জ্ঞান ও শিক্ষা আহৰণ কৰিছিল আৰু নিজৰ যুগৰ উৎপাদন পদ্ধতি আৰু সমাজ ব্যৱস্থাৰ লগত সেইবোৰৰ প্ৰাসঙ্গিকতাৰ পৰীক্ষা-নিৰীক্ষা কৰিছিল। মাৰ্ক্সবাদি— মাৰ্ক্স আৰু এঙ্গেলছৰ কেৱল "শুভবুদ্ধিৰ সৃষ্টি" বুলি কলে অশুদ্ধ হব। বাস্তৱ—সমাজ-জীৱনৰ—প্ৰকৃত প্ৰয়োজনৰ লগত মাৰ্ক্সবাদৰ সম্পৰ্ক। উৎপাদন পদ্ধতি, শ্ৰেণী সংগ্ৰাম, স গ্ৰামৰ পৰিণতি, নতুন সমাজৰ সৃষ্টি, সেই নতুন সমাজৰো ক্ৰম পৰিবৰ্ত্তন— পৰিবৰ্ত্তণৰ সোতত সদায় নতুনৰ সৃষ্টিয়েই হ'ল—মাৰ্ক্সবাদী দৰ্শনৰ লগত সমাজ প্ৰগতিৰ ব্যৱহাৰিক সম্পৰ্ক। মাৰ্ক্সবাদ স্থিতীশীল নহয়—ই গতিশীল। ই ধৰাবন্ধা সূত্ৰ বা 'দগ্‌মা' নহয়। দ্বন্দবাদী বস্তুবাদী দৰ্শন বিজ্ঞান সন্মত। বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ বিকাশে ইয়াক বেনচ বোধগম্য আৰু বাস্তৱমুখী কৰিছে।

ইয়াতে উল্লেখ যোগ্য যে সেই আলোচনা চক্ৰত—অসমৰ ডাক-পুৰুষৰ বস্তুবাদী চিন্তা সম্পৰ্কে—উত্থাপন কৰা হৈছিল।

## কৃষক আন্দোলন আৰু কৃষক সভা

কমিউনিষ্ট পাৰ্টীত যোগদান কৰাৰ পিছত কৃষক সভা সংগঠনৰ দায়ীত্বৰ কিছু কাম মোৰ ওপৰতো পৰে। নলবাৰী জিলাৰ বিভিন্ন ঠাইত কৃষক সভা গঠন কৰো। বতাহগিলা মৌজাৰ কটলাবৰকুছি অঞ্চলৰ আন্দোলনে বিশেষ ভাবে জয়লাভ কৰে। চটাইমাৰি ডুমনী আদি অঞ্চলতো কৃষক সভাই মাটি আন্দোলনত জয়লাভ কৰিছিল বুলিব পাৰি। দিবোৰা অঞ্চলৰ চৰকাৰী ৰিজাৰ্ভৰ মাটি দখলৰ সম্পৰ্কতো কৃষক সভাই যথেষ্ট ভূমিকা পালন কৰিছিল।

এই সকলোবোৰ কৃষক আন্দোলনৰ উপৰিও এটা সময়ত "কৃষি শ্ৰমিক সংগঠনৰ" চৰকাৰী আৰু ৰিজাৰ্ভৰ মাটি দখলৰ আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰিছিল। এই কৃষি শ্ৰমিকৰ আন্দোলনৰ নেতৃত্ব কৰিছিল কমৰেড লোহিত দাস, গোবিন্দশীল, হৰিমোহন দাস, ৰতিস্বৰ্গীয়াৰী, হাৰুণ আলি, গনেমজুমদাৰ আদি কেবাজনো কমৰেডে। মুল নেতৃত্ব বহন কৰিছিল কমৰেড লোহিত দাসে। হেজাৰ হেজাৰ ভূমিহীন লোকে মাটি পোৱাৰ আশাত কৃষি শ্ৰমিক আন্দোলনত অংশ গ্ৰহণ কৰি চৰকাৰক ত্ৰস্তমান কৰিছিল। ভোটান সীমান্তৰ চৰকাৰী ৰিজাৰ্ভৰ পৰা খোজকাঢ়ি আহি নলবাৰীত সমবেত হৈ— তাৰ পৰা পুনৰ খোজকাঢ়ি— হাজো, গুৱাহাটী অতিক্ৰম কৰি প্ৰকাণ্ড শোভাযাত্ৰাৰ দলটোৱে খোজ কাঢ়ি কাঢ়ি ধ্বনি দি ছিলং বিধানসভাৰ সমুখত— অসমৰ মন্ত্ৰী সভাক ভূমি পত্তনৰ দাবী দি স্মাৰকপত্ৰ প্ৰদান কৰিছিল। ৩/৪ দিন খোজ কাঢ়ি এনে দৰে অভিযান চলোৱা বিক্ষোভযাত্ৰা অসমত এয়ে প্ৰথম আৰু প্ৰধান। কৃষক সভাৰ পক্ষৰ পৰাও— এই শোভাযাত্ৰাত অসমৰ বিভিন্ন প্ৰান্তৰ পৰা

আহি কেবা শ কৰ্মীয়ে যোগ দিছিল, আৰু কৃষক সভাৰ পক্ষৰ পৰা ময়ো সিদিনা স্মাৰকপত্ৰ প্ৰদান কৰিছিলো।

১৯৬০ চনৰ মাৰ্চমাহত অসম ৰাজ্যিক কৃষক সভাৰ ৭ম অধিবেশন যোৰহাটৰ তিতাবৰত বহে আৰু ৮ম সন্মিলনখন কামৰূপৰ বঙৰা গাঁওত ১৯৬৫ চনৰ ২১/২২/২৩ এপ্ৰিলত কমৰেড ভবানী সেনৰ সভাপতিত্বত অনুষ্ঠিত হয়। এই সন্মিলনত ২৬০ জন প্ৰতিনিধি আৰু ৫০ জন দৰ্শকে যোগদান কৰে।

এই সন্মিলনত পৰবৰ্ত্তী বছৰৰ কাৰণে মোক সভাপতি পদত নিৰ্বাচিত কৰা হয়। কমৰেড কীৰ্ত্তি বৰদলৈ, গোবিন্দ কলিতা আৰু কমৰেড বিপিন দৈমাৰীক উপ সভাপতি নিৰ্ব্বাচন কৰা হয়। আৰু কমৰেড প্ৰমোদ গগৈক ছেক্ৰেটাৰী নিৰ্ব্বাচিত কৰি— ৭০ জনীয়া ৰাজ্যিক কৃষক পৰিষদ গঠন কৰা হয়।

বঙৰা সন্মিলনত লোৱা প্ৰস্তাবৰ মৰ্মেৰে ব্ৰহ্মপুত্ৰ আৰু উপনৈ সমূহৰ নিয়ন্ত্ৰণৰ দাবী কৰা হয় যাতে এই নিয়ন্ত্ৰণৰ দ্বাৰা প্ৰচুৰ বিজুলি উৎপাদন হয়, শিল্পায়নত সহায়ক হয়, আৰু পানীবোৰ কৃষিকৰ্মত ব্যৱহাৰ কৰিব পৰা যায়। এই সন্মিলনতে দাবী জনোৱা হয় চাহবাগান অঞ্চলত পঞ্চায়ত স্থাপনৰ। বৰঝাৰ বিমান কোঠ আৰু অন্যান্য ঠাইত— দেশৰক্ষাৰ নামত অধিগ্ৰহণ কৰা মাটিৰ ন্যায়মতে ক্ষতিপূৰণ দানৰো দাবী জনোৱা হয়। নিত্যপ্ৰয়োজনীয় বস্তুৰ মূল্যবৃদ্ধিৰ বিৰোধিতা কৰা হয়— তাৰ উপৰিও ধান মৰাপাট আৰু কুঁহিয়াৰৰ ব্যৱসায়— অধিগ্ৰহণ কৰিবলৈ চৰকাৰৰ ওচৰত দাবী জনোৱা হয়। জমিদাৰী উচ্ছেদৰ নামত— জমি পত্তনৰ ক্ষেত্ৰত গোৱালপাৰা জিলাত হোৱা খেলি মেলি দূৰকৰিবলৈ আৰু প্ৰকৃত দখলী কৃষকক মাটিৰ পত্তন দিয়াৰ বাবে দাবী কৰা হয়।

১৯৬৮ চনত ৩০ এপ্ৰিলৰ পৰা ২ মে তাৰিখলৈ নগাঁওৰ মুৰাঝাৰত কৃষক সভাৰ নবম সন্মিলন বহে। এই সন্মিলন উদ্বোধন

কৰে সৰ্ব্ব ভাৰতৰ কৃষক সভাৰ নেতা কমৰেড জেদ এ আহমেদে। এই সন্মিলনত ৪৯ জনীয়া সদস্য লৈ নতুন বছৰৰ কৃষক পৰিষদ গঠন কৰা হয়। সন্মিলনত মোক সভাপতি হিচাপে পুনৰ নিৰ্ব্বাচন কৰে। এই সন্মিলনত তেতিয়াৰ লোক সভাৰ সদস্য কমৰেড ধীৰেশ্বৰ কলিতাক আৰু কমৰেড কীৰ্ত্তি বৰদলৈক উপ-সভাপতি পতা হয়, আৰু প্ৰমোদ গগৈক সাধাৰণ সম্পাদক পদত অধিষ্ঠিত কৰা হয়। এই সন্মিলনত কেবাটাও গুৰুত্বপূৰ্ণ প্ৰস্তাব গ্ৰহণ কৰা হয়।

এই সন্মিলনে চৰকাৰী পতিত মাটি জোৰকৈ দখল কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰে। কৃষক উচ্ছেদ বন্ধ কৰিবলৈ দাবী জনোৱা হয়। ১৬ বিঘা পৰ্য্যন্ত সকলো মাটিৰে খাজনা সংগ্ৰহ বন্ধ কৰিবলৈ আৰু ১৬ বিঘাৰ বেছি মাটি থকা কৃষকৰ ওপৰত "গ্ৰেডেড-টেক্স" বহুৱাবলৈ দাবী জনোৱা হয়। চিলিঙৰ উদ্বৃত্ত মাটি দখলী ভূমিহীন কৃষকক পত্তন দিবলৈ, ৫ বছৰৰ ভিতৰত দেশৰ ৫০ ভাগ জমিত জলসিঞ্চনৰ ব্যৱস্থা সম্পূৰ্ণ কৰিবলৈ, অধিক সুদখোৰী ব্যৱস্থা বন্ধ কৰিবলৈ দাবী জনোৱা হয়।

ভিয়েট নামৰ বিজয়ত এই সন্মিলনে সন্তোষ প্ৰকাশ কৰে। তেলশোধনাগাৰ স্থাপনৰ দাবী সন্মিলনে উত্থাপন কৰে; আৰু দলৰ সাম্প্ৰদায়িক সম্প্ৰীতি ৰক্ষা কৰিবলৈ সকলো সম্প্ৰদায়ৰ লোকলৈ আহ্বান জনায়।

সন্মিলনে দাবী জনায় প্ৰতিখন গাঁও পঞ্চায়তত তিনিখনৰ পৰা পাঁচখনলৈ সস্তীয়া দোকান খুলিবলৈ,— নিয়ন্ত্ৰিত দৰত অত্যাবশ্যকীয় সামগ্ৰীৰ— লগতে ২ কিলো ছাউল আৰু ১ কিলো আটাৰ যোগান দিবলৈ।

সন্মিলনে অন্য এটা প্ৰস্তাবৰ দ্বাৰা দাবী জনায়— ক্ষুদ্ৰ ক্ষুদ্ৰ খাল-বিলবিলাক 'ডাকত' বিক্ৰী নকৰিবলৈ, যাতে সাধাৰণ ৰাইজে সেইবোৰত নিজে মাছ-পুথি মাৰি খাব পাৰে। মদৰ প্ৰচলন বন্ধ

কৰিবলৈকো সন্মিলনে দাবী জনায়। অধিক শস্য উৎপাদনৰ উদ্দেশ্য আগত ৰাখি— নামমাত্ৰ সুদত বা বিনাসুদত কৃষিঋণ দিবলৈ আৰু সেইঋণ ব্যক্তিজনৰ নিজৰ ব্যক্তিগত জামিনত দিবলৈ দাবী জনোৱা হয়। কৃষিত বিজুলি ব্যৱহাৰৰ ব্যৱস্থা কৰিবলৈ, মাটিত সাৰ যোগানৰ ব্যৱস্থা কাৰ্য্যকৰী কৰণত সাহায্য দিবলৈকো, আৰু নিয়মীয়াকৈ পানীৰ যোগান ধৰিবলৈ দাবী জনোৱা হয়, যাতে কৃষক ৰাইজে খাদ্যশস্যৰ ক্ষেত্ৰত অধিক উৎপাদনমুখী কাৰ্যত ব্ৰতী হ'ব পাৰে দেশক শস্য উৎপাদনৰ ক্ষেত্ৰত স্বাবলম্বী কৰিব পাৰে।

ইয়াৰ পিছৰ দশম সন্মিলনখন বেলতলাৰ বেতকুছি গাঁওত ১৯৬৯ চনৰ ১২/১৩ নবেম্বৰত অনুষ্ঠিত হয়; কমৰেড অনন্তমাঝিয়ে উদ্বোধন কৰে। এই সন্মিলনত ৩৮ জনীয়া কৃষক পৰিষদ গঠন কৰা হয় সেই সন্মিলনতো পৰবৰ্ত্তী কালৰ কাৰণে মোক সভাপতি পদলৈ পুনৰ নিৰ্ব্বাচিত কৰে। উপসভাপতি পদলৈ কমৰেড গিয়াছুদ্দিন আহমেদ আৰু সম্পাদকৰ পদলৈ পুনৰ কমৰেড প্ৰমোদ গগৈক নিৰ্ব্বাচিত কৰে।

উল্লেখ যোগ্য যে নিখিল ভাৰত কৃষক পৰিষদলৈ আৰু কমিটীলৈ মোক নিৰ্ব্বাচিত কৰিছিল। দীল্লিত বহু কৃষক পৰিষদ আৰু কমিটীৰ সভাত একাধিকবাৰ যোগ দিয়াৰ সৌভাগ্য মোৰ হৈছিল। ১৯৬৯ চনৰ মে মাহৰ ২২ তাৰিখৰ পৰা ২৫ তাৰিখলৈ ৪ দিন জুৰি পশ্চিম বঙ্গৰ হাৱোৰা নামৰ সৰু চহৰ এখনত নিঃ ভাৰত কৃষক কাউন্সিলৰ সভা আহ্বান কৰা হৈছিল। সেই সভালৈ মই গৈছিলো আৰু লগত বিমলাও গৈছিল। তাত পাঞ্জাবৰ বিপ্লবী নেতা ৺তেজসিং স্বতন্ত্ৰক লগ পাইছিলো। তেওঁৰ লগত আমালোকে একেটা ঘৰতে আছিলো। জালিৱানাবাগ হত্যাকাণ্ডৰ সময়ত তেজসিং নবমমান শ্ৰেণীত পঢ়ি আছিল। ১৯১৯ চনত এই নিৰ্মম হত্যাকাণ্ড হোৱাৰ প্ৰতিবাদত ছাত্ৰসকলৰ ধৰ্মঘটত নেতৃত্ব লোৱাৰ কাৰণত তেওঁক

স্কুলৰ পৰ ৰাষ্টিকেট কৰিছিল। গদৰ পাৰ্টীৰ সাহায্যত মনে মনে গৈ তুৰস্কত অস্ত্ৰশিক্ষা গ্ৰহণ কৰিছিল— তাৰ পৰা জাল ভিছা আৰু পাছপোৰ্ট সংগ্ৰহ কৰি আমেৰিকালৈ গৈছিল আৰু আমেৰিকাত গদৰ পাৰ্টী সংগঠন কৰিছিল আৰু বৃটিছৰ বিৰুদ্ধে যুজিবলৈ অস্ত্ৰ ও ধন সংগ্ৰহ কৰিছিল। ভাৰতলৈ অহাৰ লগে লগে তেওঁক গ্ৰেপ্তাৰ কৰা হৈছিল। তেওঁৰ ভাই এজনে ট্ৰেজাৰিত ৰাজনৈতিক ডকাইটি কৰাত— পুলিছে তেজসিংকো গ্ৰেপ্তাৰ কৰিবলৈ যত্ন কৰিছিল। বহু বছৰ তেওঁ সন্যাসীৰ বেশত আৰু বিভিন্ন ৰূপত আত্মগোপন কৰি থাকি সন্ন্যাসীৰ ৰূপ লৈ সংস্কৃত অধ্যয়ন কৰিছিল।

পুণৰবাৰ তেওঁক গ্ৰেপ্তাৰ কৰি জেলত ৰখাত— জেলৰ পৰাই তেওঁ দুবাৰো দুটা বিষয়ত এম-এ-পাছ কৰিবলৈ সক্ষম হয়। তেওঁৰ আত্মগোপনৰ কাহিনীবোৰ ৰোমান্সকৰ আৰু অত্যন্ত হৃদয়গ্ৰাহী। তেজসিং স্বতন্ত্ৰ পাঞ্জাব বিধানসভাৰ বিধায়ক হিচাবে, আৰু লোকসভাৰ সদস্য হিচাবে নিৰ্ব্বাচিত হৈছিল।

হাৰোৱাৰ কৃষক পৰিষদৰ সিদ্ধান্ত অনুসাৰে কলিকতাৰ বচিৰ-হাটত কৃষক সভাৰ ২০ তম অধিবেশন—১৯৭০ চনৰ ১ এপ্ৰিলৰ পৰা ৫ এপ্ৰিললৈ অনুষ্ঠিত হয়। সমগ্ৰ ভাৰতবৰ্ষৰ পৰা বহু শ প্ৰতিনিধি আৰু সাংস্কৃতিক দলবিলাকে বচিৰহাট সন্মিলনত অংশ ক্ৰহণ কৰে। এই সন্মিলনত প্ৰায় ১ লাখ মান লোকৰ সমাবেশ হৈছিল। এই সন্মিলনে মোক পুনৰবাৰ কৃষক কাউন্সিলৰ সদস্য হিচাবে নিৰ্ব্বাচিত কৰে। মোৰ লগত মোৰ ডাঙৰ ছোৱালী অঞ্জলীও এই অধিবেশনত যোগ দিছিল।

বচিৰহাট সন্মিলনে ভূমিসংস্কাৰৰ প্ৰয়োজনীয়তাৰ ওপৰত গুৰুত্ব-পূৰ্ণ সিদ্ধান্ত গ্ৰহণ কৰে।

## মোৰ সৰু সৰু লিখনি

মনত পৰা মতে বহু-কেখন অসমীয়া প্ৰচাৰপত্ৰ মই নিজে লিখিছিলো—এইবোৰ প্ৰকাশ কৰা হৈছিল বিভিন্ন সময়ত ছাত্ৰ-ফেডাৰেশ্যনৰ নামত, কৃষক সভাৰ নামত আৰু নলবাৰী জিলা পাৰ্টীৰ নামত। দুই-চাৰিটা চুটি প্ৰবন্ধও বাতৰি কাকতত প্ৰকাশ পাইছিল। অসম আন্দোলনৰ সম্পৰ্কতো ২/১ টা প্ৰবন্ধ অগ্ৰদূতত প্ৰকাশ পাইছিল। ১৯৪১ চনৰ ছয় ডিচেম্বৰৰ ঘটনা আৰু তাৰ পৰবৰ্তী আন্দোলন সম্পৰ্কে " ৬-ডিচেম্বৰ " নাম দি এখন কিতাপ চপাইছিলো। স্বাধীন চৰকাৰৰ দিনত জেলখাটোতে যোৰহাট জেলত—লেনিনৰ " এপ্ৰিল থেছিছৰ " অসমীয়া অনুবাদ কৰিছিলো। লুকাই থকা সময়ত—" ন-কমৰেড সকললৈ " শিতানৰে সৰু পুস্তিকা এখন প্ৰকাশ কৰিছিলো। ১/২/৬০ ইং তাৰিখে " পঞ্চায়ত আইনত এভূমুকি " নামৰ ২১ পৃষ্ঠাৰ কিতাপ এখন লিখিছিলো—২৫/৯/৫৯ ইং তাৰিখে প্ৰণয়ন হোৱা পঞ্চায়ত আইনখনৰ বিভিন্ন দিশ সমলোচনা কৰি, আৰু সংশোধন দাবী কৰি। ১৩/২/৬০ ইং তাৰিখে ১৯৬০ চনৰ খাদ্য শস্যৰ লাইচেন্স আৰু নিয়ন্ত্ৰণ অৰ্ডাৰৰ মাধ্যমেৰে কমমূল্যতে কৃষকৰ পৰা ধান কিনা নীতিৰ, আৰু ধানৰ মূল্য নিৰ্দ্ধাৰণৰ আসোঁৱাহ আঙুলিয়াই দি—১৫ পৃষ্ঠাৰ সৰু কিতাপ এখন লিখো। চোভিয়েট সমাজতান্ত্ৰিক বিপ্লবৰ ৫০ বচৰ পূৰ্ণ হোৱা উপলক্ষে ' অক্টোবৰ সমাজতান্ত্ৰিক বিপ্লব আৰু মাওবাদ ' নামেৰে ২৬ পৃষ্ঠাৰ পুস্তিকা এখনি প্ৰকাশ কৰো। তাৰ উপৰিও ১৭/১/৭৩ ইং তাৰিখে 'প্ৰজাস্বত্ব আইনৰ চমু কথা " নামেৰে ২২ পৃষ্ঠাৰ সৰু কিতাপ এখন লিখি প্ৰজাস্বত্ব আইন কাৰ্য্যকৰী কৰিবলৈ দাবী জনাও আৰু এই আইনেৰে ৰায়ত সকলৰ স্বাৰ্থৰক্ষা কৰিবলৈ যি বিলাক দফা লিপিবদ্ধ কৰা হৈছিল—সেইবোৰ জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাও।

তাৰ উপৰিও স্বাধীনতা সংগ্ৰামী ধৰ্ম ডেকাৰ জীৱনৰ দুই-চাৰিটা কাহিনী সন্নিবিষ্ট কৰি—এখন সৰু পুস্তিকা লিখো। লিখা অবস্থাতেই আছে।

## পূব জাৰ্মানী ভ্ৰমণ

কৃষক সভাৰ প্ৰতিনিধি দল এটাক পূব জাৰ্মান ভ্ৰমণৰ বাবে নিমন্ত্ৰণ জনোৱা হৈছিল। সৰ্ব্বভাৰতীয় কৃষক সভাৰ পক্ষৰ পৰা ৫ জনীয়া প্ৰতিনিধি দল এটা নিৰ্ব্বাচিত কৰিছিল আৰু সেই ৫ জনৰ ভিতৰত মোৰ নামটোও আছিল। পশ্চিমবঙ্গৰ মন্ত্ৰী কমৰেড ৮বিশ্ব মুখাৰ্জী আমাৰ দলৰ নেতা আছিল। আমাৰ লগৰ বাকী ৩ জন হ'ল—উত্তৰ প্ৰদেশৰ, ৰাজস্থানৰ আৰু কেৰেলাৰ। যাবতীয় খৰছপাতি নিমন্ত্ৰণকাৰী দেশে বহন কৰিছিল।

দিল্লীৰ পৰা এৰোপ্লেটেৰে গৈ মস্কো পালো। মস্কোৰ টেনজিট পাছত প্ৰায় ৮ ঘণ্টা মান সময় থাকিব লাগিল—তাৰ পিছত পূব জাৰ্মানীৰ নিজা প্লেনত জাৰ্মানীৰ সময় মতে প্ৰায় ২।টা/৩টা মান বজাত পূব জাৰ্মানীলৈ আমাক কঢ়িয়াই নিয়ে। ১৫ দিন সময় পূব জাৰ্মানৰ কমিউনিষ্ট দলৰ চৰকাৰৰ খৰছত, তেওঁলোকে যোগান ধৰা দোভাষীৰ সাহায্যত তেওঁলোকৰে মটৰ গাড়ীৰে দেশখনৰ প্ৰধান প্ৰধান ঠাইবোৰ পৰিদৰ্শন কৰাৰ সৌভাগ্য হৈছিল। সেই সময়ত গম, আলু, বিতপালেঙৰ খেতিবোৰ প্ৰকাণ্ড প্ৰকাণ্ড সেউজীয়া পথাৰবোৰ বৰ মনোমোহা লাগিছিল। শীত কালত বৰফে ঘাঁহনি-বোৰ ঢাকি থয় কাৰণে—শীতত ঘৰচীয়া জন্তুৰ কাৰণে—ঘাঁহবেই পিঠা তৈয়াৰ কৰি ভিটামিন মিহলাই সেই সময়তেই ৰাখি থৈ দিয়ে। গৰুবোৰৰ চেহেৰা আমাৰ ভুটিয়া গৰুৰ লেখিয়া। ভাল গাই এজনীয়ে দিনে ৬০ লিটাৰ মানকৈ গাখীৰ দিয়ে, আৰু এনে গাইবোৰ খিৰাবলৈ অটোমেটিক ইলেকট্ৰনিক যন্ত্ৰ ব্যৱহাৰ কৰে।

গাহৰীবোৰ ধুনীয়া বগা আৰু প্ৰকাণ্ড চেহেৰাৰ। যথেষ্ট আপডাল লয় গাহৰি আৰু অন্যান্য জন্তুবিলাকৰ। গৰুৰ মটা পোৱালী বিলাক অলপ ডাঙৰ হলেই মানুহে খাই পেলায়,—তাত গৰুৱে হাল নেবায়। হালবোৱাৰ বাবে টেক্টৰ ব্যৱহাৰ কৰে। সেই সময়ত লিপজিগত কৃষি কেন্দ্ৰবোৰৰ প্ৰদৰ্শনী চাইছিলো। বিভিন্ন শস্য কটা, কাটি মৰণা মাৰা, আলুতোলা আৰু আলুৰ সৰুবৰ বিধে বিধে বাচি উলিওৱা যান্ত্ৰিক পদ্ধতিবিলাক আমাৰ কাৰণে তেনেই নতুন আছিল। দুখনমান কৃষি সমবায়, কিণ্ডাৰগাৰ্ডেন আমাক দেখুৱা হৈছিল— বেচ আকৰ্ষণীয় এইবোৰ। গৃহহীন লোকৰ কাৰণে চৰকাৰে তেতিয়া কেবামহলাৰো গৃহ তৈয়াৰ কৰিছিল—লগতে শিক্ষা আৰু ডাক্তাৰী চিকিৎসাৰ ব্যৱস্থাও ৰখা হৈছিল। তাত কামবন নকৰি, সময় কটোৱা মানুহ দেখা নাছিলো— পুৰুষ-মহিলা সমানেই কৰ্ম তৎপৰ। বাৰ্লিন, লিপজিগ আৰু অন্যান্য চহৰৰ ৰাস্তাবোৰ বেছ নিমজ আৰু ধুনীয়া। তেওঁলোকৰ টি-ভি টাৱাৰটো চাবলগীয়া, লগতে চাবলগীয়া আছিল পুৰনি পাৰ্লিয়ামেণ্ট হাউচৰ ওচৰত পূব জাৰ্মানীৰ ৰক্ষী বাহিনীৰ অফিছৰ কাৰুকাৰ্য্যবোৰ। সমবায় কৃষি ব্যৱস্থা আৰু শিক্ষা ব্যৱস্থাৰ ক্ষেত্ৰত পূব-জাৰ্মানীৰ উন্নতি আমাৰ ভাৰতৰ তুলনাত উল্লেখনীয় দেখিছিলো।

হিটলাৰৰ ফেচিষ্ট বাহিনীয়ে কৰা নিৰ্মম হত্যাকাণ্ড, নিৰ্মম অত্যাচাৰৰ ঘটনাবোৰ পূবজাৰ্মানীৰ বিভিন্ন স্থানত ৰক্ষিত হৈ আছে। জীয়াই জীয়াই বন্দীবিলাকক গেছ চেম্বাৰত হত্যা কৰা, ট্ৰেইনৰ ডবাৰে ডবাভৰ্ত্তি বন্দী সকলক আনি জুইত জাপি দি হত্যা কৰা, তিলে তিলে অত্যাচাৰ কৰি বধকৰা, বাঘৰ সমূখত পেলাই দি বাঘে বন্দী সকলক বধ কৰা অত্যাচাৰৰ কাহিনী উপভোগ কৰা— শ শ বধৰ জীৱন্ত কাহিনী আজিও জাৰ্মানীৰ বহুতো অত্যাচাৰিত শিবিৰত প্ৰদৰ্শণৰ কাৰনে ৰখা হৈছে।

উল্লেখযোগ্য যে ২য় মহাযুদ্ধ শেষ হোৱা স্বত্বেও মাৰ্কিন, বৃটিছ আৰু ফৰাছী বাহিনীয়ে পৰাজিত জাৰ্মানীৰ বহু কাৰখানা আৰু মূল্যবান ঘৰ-দুৱাৰ বোমাৰে ভাঙি পেলাইছিল। সেই ঘৰ-বোৰো বহুঠাইত দেখিবলৈ পালো।

আমি যোৱা সময়ত পূব-জাৰ্মানীৰ জীৱনৰ মানদণ্ড ভাৰতৰ মানুহৰ মানদণ্ডতকৈ কেবাগুণে ওপৰত আছিল। পঞ্চবাৰ্ষিকী পৰি-কল্পনাৰ মাধ্যমেৰে বহু চাকৰি সৃষ্টি কৰা হৈছিল—কিন্তু চাকৰি প্ৰতিষ্ঠাৰ অভাবত সেই সেই চাকৰিবোৰৰ নিয়োগ অপূৰ্ণ হৈ আছিল।

লিপ্‌জিগৰ মেয়ৰে আমাক কোৱা কথা যে অকল লিপজীগতেই ৩০,০০০ ত্ৰিশ হেজাৰ চাকৰি খালি হৈ আছিল— প্ৰাৰ্থীৰ অভাবত।

এতিয়া পূব জাৰ্মানীৰ অবস্থা কেনে কব নোৱাৰো—ঐক্যবদ্ধ জাৰ্মান প্ৰতিষ্ঠা হোৱাৰ পিছত পূব-জাৰ্মানীৰ শিল্পখণ্ডতো উন্নতি অধিক হব পাৰে—কিছু ধনতান্ত্ৰিক উৎপাদন আৰু বিতৰণৰ ব্যৱস্থাই দেশৰ বিকাশৰ পথ পুৰাপুৰি ভাবে খুলি দিব নোৱাৰে তাৰ পৰিণতি হিচাবে দাৰিদ্ৰতা, বেকাৰ সমস্যা, মূল্যবৃদ্ধি আদিৰ দৰে ঘটনাৰ সৃষ্টি হোৱা স্বাভাৱিক।

মাৰ্কিন চৰকাৰ পৃথিবীৰ বৃহত্তৰ চৰকাৰ, — ধনী চৰকাৰ.— সম্পদশালী চৰকাৰ বুলি মানুহৰ মাজত কথিত আছে। কিন্তু ৩০/৪/৯২, ১/৫/৯২ আৰু ২/৫।৯২ তাৰিখে টেলিভি চনত দেখিলো যে লছ এঞ্জেলছত হোৱা বগা-কলাৰ সম্প্ৰদায়িক সংঘৰ্ষত— এই মাৰ্কিন নাগৰিক সকলেই দোকানবোৰ লুতপাট কৰি সাধাৰণ বস্তুবোৰো চুৰি কৰি নিছে। কোনো কোনোৱে নিজৰ মটৰ গাড়ীৰে চুৰি-বস্তু কঢ়িয়াইছিল। মাৰ্কিন চৰকাৰ অৰ্থৰ হিচাবত চহকী বুলি দাবি কৰিলেও— সেই দেশৰ সাধাৰণ মানুহৰ অৱস্থা টনকিয়াল নহয়, বেকাৰ সমস্যা তাতো বিৰাজমান। পৃথিবী বিখ্যাত ইংলণ্ডতো অৰ্থনৈতিক দুৰাৱস্থা আৰু বেকাৰ সমস্যা বিদ্যমান। অন্য-বৃটেন

সকলক বৃটেনৰ পৰা খেদাৰ বাবে যি আন্দোলন কৰা হৈছে— সেই আন্দোলনৰ মূলত বেকাৰ সমস্যা। পৃথিৱীৰ চহকী ধনতান্ত্রিক দেশবিলাকে বেকাৰ সমস্যাৰ দ্বাৰা আক্রান্ত।

## সাম্যবাদৰ অগ্রগতি

সাম্যবাদী চিন্তাধাৰা আজিৰ চিন্তাধাৰা নহয়। মাৰ্ক্সবাদী দর্শনৰ চিন্তাধাৰা অকল মাৰ্ক্স বা এঙ্গেলছৰ নহয়। এই চিন্তাধাৰা মানবসভ্যতাৰ ৰেঙনী পৃথিৱীত পৰাৰ লগে লগেই জন্ম হৈছিল, আৰু যুগে যুগে সভ্যতা, সংস্কৃতি আৰু সমাজ সংকটৰ ক্ষন বোৰত ই বিভিন্ন মনিষীৰ চিন্তাধাৰাৰ মাজেৰে বিকশিত হৈছিল। মানব সমাজৰ উৎপাদন পদ্ধতিয়ে বহু ৰকমৰ স্তৰ পাৰ হৈ আজিৰ অৱস্থা পাইছে। এই ভিন্ন ভিন্ন স্তৰ বোৰত ভিন্ন ভিন্ন মনিষীয়ে সেই সেই ধৰণৰ সমাজ স্তৰৰ ভেটিত নিজৰ নিজৰ দাৰ্শনিক চিান্তধাৰা-বোৰৰ জন্ম দিছিল। প্রাক বৈদিক যুগৰ দাৰ্শনিক তত্ববোৰে বৈদিক যুগত বিশেষ বিশেষ ৰূপ পৰিগ্রহ কৰিছিল। পুৰনি ঋক বেদ স্তবকবোৰ যজুর্ব্বেদ, সামবেদ আৰু অথৰ্ব্ববেদৰ পৰা পৃথক আছিল। বৈদিক যুগৰ পৰবৰ্ত্তী যুগবোৰতো সমাজৰ বিভিন্ন স্তৰত মনিষী সকলৰ দাৰ্শনিক চিন্তাধাৰাৰো বিবৰ্ত্তণ দেখা যায়। সামন্ত যুগৰ বিশেষ বিশেষ স্তৰত যীশু খৃষ্ট, হজৰত মহম্মদ আদি মহা মনিষী সকলৰ জন্ম হৈছিল। তেতিয়াৰ সমাজত শান্তি প্রতিষ্ঠাৰ বাবে প্ৰীতি আৰু প্রেমৰ ডোলেৰে মানুহক আবদ্ধ কৰিবলৈ এই মনিষী সকলে জন্ম লাভ কৰিছিল। তেনেদৰে পৰবৰ্ত্তী যুগত বুদ্ধ, জৈন আদি পুৰুষসকলৰ জন্ম হৈছিল পিছত জন্মিছিল শঙ্কৰাচাৰ্য্য নানক আৰু পিছত শঙ্কৰ, মাধব, শ্রীচৈতন্য আদি পুৰুষসকল। সেই সেই যুগৰ প্রয়োজনৰ কাৰণে এই মহাপুৰুষ সকলৰ বাণী সাম্য, প্ৰীতি আৰু মানবতাৰ বাণী আছিল। চীন, গ্ৰীক, জাৰ্মান আৰু ভাৰতৰ

দাৰ্শনিক সকলে, ৰুচো, ভল্টেয়াৰ এৰিষ্ট্টল, কেন্ট, হেগেলৰ দৰে মনিষী সকলে, নিজৰ নিজৰ যুগত সাম্য আৰু প্ৰীতিৰ প্ৰচাৰ কৰিছিল। মাৰ্ক্স আৰু এঙ্গেলছৰ সাম্যবাদী দৰ্শনৰ সৃষ্টি হল— এই পূৰ্ববৰ্ত্তী মনিষী সকলৰ চিন্তাধাৰাৰ ওপৰত নিৰ্ভৰ কৰি— তেওঁলোকৰ দিনৰ সমাজ ব্যৱস্থা, উৎপাদন পদ্ধতি, শ্ৰেণী সংগ্ৰামৰ ওপৰত ভিত্তি কৰি। সাম্যবাদী দৰ্শনক বাস্তবত ৰূপায়িত কৰোতে— লেনিন আৰু ছোভিয়েটৰ কমিউনিষ্ট সকলে চিন্তাই ঢুকি নোপোৱা নতুন নতুন সমস্যা কিছুমান অতিক্ৰম কৰিব লাগিছিল। সমাজতন্ত্ৰ ৰুচিয়াত প্ৰতিষ্ঠিত হৈ সত্তৰ বছৰ কাল জুৰি আগুৱাই যাওতে— বহুৰকমৰ প্ৰতিবন্ধকতাই তেওঁলোকৰ অগ্ৰগতি লেহেম আৰু শেষত বন্ধ কৰি দিছিল।

ছোভিয়েট ৰুচিয়া আৰু পূব ইউৰোপত বৰ্ত্তমান কমিউনিষ্ট চৰকাৰসমূহ অপসৃত হৈছে; এই অৱনমিত অৱস্থাৰ বাবে সাম্যবাদৰ অগ্ৰগতিৰ চিৰ দিনৰ বাবে "পতন" হল 'মাৰ্ক্সবাদ অচল', "সাম্যবাদ কাৰ্য্যকৰী ব্যৱস্থা নহয়" — আদি শ্লোগানবোৰ উঠিছে এইবোৰ শুদ্ধ নে? এই শ্লোগানবোৰ অশুদ্ধ —। হয় এইবোৰৰ সৃষ্টি হৈছে অজ্ঞতা বশতঃ বা হতাশা জনিত কাৰণত নহয় ষড়যন্ত্ৰমূলক ভাবে স্বাৰ্থজড়িত লোকৰ দ্বাৰা।

বিজ্ঞান, প্ৰযুক্তি বিদ্যাই নিত্য নতুন আৱিষ্কাৰ কৰাৰ ফলত মানুহ সমাজৰ জ্ঞান আৰু অভিজ্ঞতা ক্ৰমে বাঢ়ি আছে। আমি স্কুলত পঢ়া সময়ত যি বিলাক কথা কল্পনা কৰিব পৰা নাছিলো আজিৰ স্কুলীয়া লৰা-ছোৱালীৰ পাঠ্যক্ৰমত দৈনিক শিক্ষাৰ পাঠ্যক্ৰম হিচাবে সেইবোৰ অন্তৰ্ভুক্ত হৈছে। বিৰাট বিশ্ব ব্ৰহ্মাণ্ড প্ৰকৃতি, সৃষ্টি, জীৱন সম্বন্ধে মানুহৰ শুদ্ধ ধাৰণা নাই বুলিব পাৰি,— আমাৰ চিন্তাশীল মনে বহুতো সময়ত কল্পনা কৰে মাথোন। কিন্তু প্ৰযুক্তি বিদ্যা আৰু বিজ্ঞানে আমাক নতুন নতুন জ্ঞানৰ, পোহৰ দিয়াত

আমাৰ চিন্তাৰাজ্য ক্ৰমে আগবাঢ়ি আছে। আজিও বিশ্ব ব্ৰহ্মাণ্ড আৰু প্ৰকৃতিৰ হেজাৰ ভাগৰ— এটা ক্ষুদ্ৰভাগো আমি নাজানো বা আমাৰ জ্ঞানে ঢুকি পোৱা নাই।

সমাজৰ উৎপাদনী ব্যৱস্থা, কলকাৰখানাৰ নিত্য নতুন আৱিষ্কাৰ এটম, নিউক্লিয়াছ আদিৰ জ্ঞানে পৃথিৱীৰ মানুহ সমাজক আগুৱাই নিছে। পৃথিৱীৰ অতি পিচপৰা অঞ্চলৰ মানুহজনেও নিজৰ অধিকাৰ সম্বন্ধে, নিজৰ স্বত্ব সম্বন্ধে আজি সচেতন। পৃথিৱীৰ পৰাধীন জাতিবোৰ স্বাধীন হৈছে; নিজৰ নিজৰ দেশবোৰক সমতা, সাম্য আৰু গণতন্ত্ৰৰ ওপৰত ভিত্তি কৰি সকলোৱে নিজৰ নিজৰ দেশ গঢ়িব বিচাৰিছে। একচ্ছত্ৰী ৰজা, ৰষ্ট্ৰনায়ক সকলৰ দিন আজি আৰু নাই,— আজি আৰু ধৰ্মান্ধতাৰ নামত অজ্ঞতাক অস্ত্ৰহিচাবে ব্যৱহাৰ কৰি চৰকাৰ স্থাপন কৰাৰ দিন নাই। পৃথিৱীৰ পুজিবাদী চৰকাৰ, সাম্প্ৰদায়িক চিন্তাধাৰাৰে প্ৰতিষ্ঠিও চৰকাৰ, একনায়কত্বৰ চৰকাৰ, গণতান্ত্ৰিক বা অগণতান্ত্ৰিক চৰকাৰ সকলো চৰকাৰেই সাম্য মৈত্ৰী, শান্তি আৰু প্ৰেমৰ বাণী প্ৰচাৰ কৰিহে শাসন চলাব পাৰে। বৰ্ত্তমানৰ পৃথিৱীত সাম্য ও সমতাৰ বাণী ব্যাপক ও বিস্তৃতভাৱে গৃহীত। এই সত্য অস্বীকাৰ কৰাৰ কোনো যুক্তি বা ভেটি নাই। কৰিৰ কবিতা, সাহিত্যিকৰ লিখণি, নাট্যকাৰৰ নাট ৰচনা, গায়কৰ গীত-ৰচণা, শিল্পীৰ শিল্প-ৰচনাত শ্ৰেণী সংগ্ৰামে,— আৰু মেহনতী মানুহৰ দুৰ্দ্দশা আৰু অধিকাৰ প্ৰতিষ্ঠাৰে বিবৰনীয় ঠাই পায়। ৰজা-মহাৰজা পুজিপতি বৃহত ব্যৱসায়ীক তোষণ কৰা সাহিত্য আৰু শিল্প সমাজৰ পৰা প্ৰায় বহিস্কৃত। আজিৰ যুগত সাম্য, সমতা আৰু ন্যায় প্ৰতিষ্ঠাৰ হকে মানুহৰ সংগ্ৰাম অগ্ৰসৰ হৈছে— সমগ্ৰ পৃথিৱী জুৰি। দেখাগৈছে আঞ্চলিক আন্দোলন বিলাকৰ মাজতো অধিকাৰ আৰু ন্যায় প্ৰতিষ্ঠাৰ মুল লক্ষ্য নিহীত আছে। সন্ত্ৰাসবাদী আন্দোলন বিলাকৰ মাজতো— বহু এনে আন্দোলন আছে

যিয়ে অধিকাৰ, হক, ন্যায় আৰু সাম্যপ্ৰতিষ্ঠাৰ লক্ষ্যেৰে উদ্বুদ্ধ। ইয়াৰ দ্বাৰা মই ইয়াকে কব বিচাৰিছো– যে পৃথিবীৰ বৃহত সংখ্যক জনসাধাৰণে পৃথিবীত সাম্য, মৈত্ৰী, শান্তি আৰু বন্ধুত্বৰ সমাজ ব্যবস্থা বিচাৰিছে। এমুথিমান পুঁজিপতিয়ে নিজৰ ইচ্ছা আৰু অভিৰুচি মতে পৃথিবীৰ ৰাজনীতিৰ চকা আজি আৰু ঘূৰাব নোৱাৰে। সমাজতান্ত্ৰিক দেশ সমূহ জন্মহোৱাৰ পিছত, বিশেষকৈ তৃতীয় বিশ্বৰ নব স্বাধীনতালব্ধ দেশ বিলাকৰ জন্ম হোৱাৰ পিছত আজিৰ পৃথিবীৰ চেহেৰা সম্পূৰ্ণ পৃথক বুলিব পাৰি। সেইকাৰণেই বিশ্বৰ কমিউনিষ্ট আৰু সমাজতান্ত্ৰিক দেশ সমূহৰ যুক্ত ঘোষণাত কোৱা আছিল যে বৰ্ত্তমানৰ পৃথিবীখন সমাজতান্ত্ৰিক পৰিবৰ্ত্তন হৈ থকাৰ মধ্যবৰ্ত্তী অবস্থাত অবস্থিত পৃথিবী। পূব-ইউৰোপ আৰু ছোভিয়েট ৰুছিয়াৰ কমিউনিষ্ট চৰকাৰৰ অপসাৰণে ইয়াকে নুবুজায় যে আমি সমাজতন্ত্ৰ আৰু সাম্যবাদৰ পৰা পিচলি পৰিছো। এই পৰিবৰ্ত্তন সমাজতান্ত্ৰিক বিবৰ্ত্তনৰ গতিপথৰ এটা নিম্নমুখী বিবৰ্ত্তন। দ্বন্দ্বমূলক বস্তুবাদে নিম্নমুখী আৰু উচ্চমুখী বিবৰ্ত্তন— দুয়োপ্ৰকাৰৰ বিবৰ্ত্তনকেই গতিশীলতাৰ আদিৰূপে অভিহিত কৰিছে। পৰিবৰ্ত্তনৰ গতি অকীয়া-পকীয়া, নিম্নমুখী-উৰ্দ্ধমুখী। নিম্নমুখিতাও গতিশীলতাৰ অংশ।

বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ নিত্য নতুন আবিষ্কাৰক সমাজৰ বৃহত্তৰ মঙ্গলৰ বাবে ধনতান্ত্ৰিক সমাজব্যবস্থাই ব্যৱহাৰ কৰিব নোৱাৰে সমাজতান্ত্ৰিক ব্যৱস্থাক ধনতান্ত্ৰিক ব্যৱস্থাই বাট এৰি দিবলৈ বাধ্য। স্বীকাৰ কৰিব লাগিব যে যি ধনতান্ত্ৰিক-সমাজব্যবস্থাৰ পৰিবৰ্ত্তন বিচাৰিছো— যাৰ বিৰুদ্ধে আমি আজি তীব্ৰ আঘাত হানিছো— এসময়ত সেই ব্যবস্থাৰ ঐতিহাসিক প্ৰয়োজন আছিল। —সামন্তবাদী সমাজব্যবস্থাৰ পিছত ধনতান্ত্ৰিক ব্যবস্থা স্থাপন কৰিবলৈ মানুহে বিচাৰিছিল। তেতিয়া ধনতান্ত্ৰিক সমাজ ব্যবস্থা প্ৰগতিশীল আছিল সমাজতান্ত্ৰিক সমাজব্যৱস্থাৰ তুলনাত। বিজ্ঞান-প্ৰযুক্তি বিদ্যাৰ নিত্য

নতুন বিকাশৰ লগত আজি ধনতান্ত্ৰিক সমাজব্যৱস্থা চলিব নোৱাৰা হৈছে ; এই ব্যৱস্থা বুঢ়া আৰু অচল হৈছে। হেজাৰ যত্ন কৰিলেও এই ব্যৱস্থাক জীয়াই ৰখাৰ কোনো সম্ভাবনা নাই। দেখা গৈছে যে পুজিপতি শ্ৰেণীৰ মাজতো যথেষ্ট ব্যৱহাৰিক পৰিবৰ্ত্তণ হৈছে। ব্যক্তিগত পুজিপতি শ্ৰেণীৰ লোকে অকলে বাচিব নোৱাৰি নিজৰ মাজত সমবায়, সংঘ, এচোচিয়েশ্যন, কোম্পানী আদি গঢ়ি তুলিছে। পুজিপতি শ্ৰেণীৰ নিজৰ মাজত প্ৰতিযোগিতা আৰু সংঘৰ্ষ দিনে দিনে বাঢ়িছে—। ২য় মহাসমৰত পৰাজয় বৰণ কৰা জাপানৰ ওপৰত মাৰ্কিন সাম্ৰাজ্যবাদৰ যথেষ্ট ৰকমৰ হেচা স্বত্বেও জাপানী একচেতিয়া পুজিয়ে বিশ্বৰ অধিকাংশ দেশৰ বজাৰ দখল কৰিছে, মাৰ্কিন মুলুকতো প্ৰভাব পেলাইছে। পশ্চিম জাৰ্মানী আৰু পূব জাৰ্মানীৰ ঐক্যবদ্ধ হোৱাৰ পিছত জাৰ্মানীৰ প্ৰভাবো যথেষ্ট ৰকমে বাঢ়িছে। মাৰ্কিণ চৰকাৰৰ একচেতিয়া আধিপত্যৰ বিৰুদ্ধে তাক ৰোধ কৰিবলৈ পৃথিবীৰ কেবাখনো পুজিপতি দেশে চেষ্টা কৰিছে। পুজিবাদৰ এই সংঘৰ্ষ আৰু বাঢ়িব সন্দেহ নাই। আফ্ৰিকা, এচিয়া, লেটিন, এমেৰিকা আৰু ইউৰোপৰ বিভিন্ন প্ৰান্তত হোৱা আন্দোলন আৰু সংঘৰ্ষ বিলাক সৃষ্টি হৈছে নিজৰ অধিকাৰ প্ৰতিষ্ঠাৰ বাবে, সমতা, স্বাধীনতা আৰু সাম্যৰ কাৰণে। মধ্যপ্ৰাচ্যৰ সংঘৰ্ষ বিলাকৰ তাৎপৰ্য্যও হৈছে--- নিজৰ নিজৰ অধিকাৰ আৰু স্বত্ব সাব্যস্তৰ কাৰণে—যদিওবা দেখাত এই বিলাক ধৰ্মীয় ৰূপৰ আৱত প্ৰকাশিত হৈছে। দক্ষিণ আফ্ৰিকাৰ বৰ্ণবৈষম্যৰ সাধাৰণ ভাবে অবসান হ'ব ধৰিছে। বগা আৰু কলা ৰঙৰ মানুহৰ ৰঙৰ বিৰোধ ক্ৰমে অবসানৰ পথত,—আৰু মুক্ত পৃথিবী গঢ়িতোলা ঐক্যবদ্ধ সংগ্ৰামৰ গতিপথত।

লাওছ, কম্বোদিয়া, হংকং, ইন্দোনেচিয়া, ফিলিপাইনছ আদি দেশত অভুতপুৰ্ব পৰিবৰ্ত্তণ পৰিলক্ষিত হৈছে। আমি এখন নতুন

পৃথিবীত ঠিয় দিছো—এই পৃথিবীখনত প্ৰতিমুহূৰ্ত্তে পৰিবৰ্ত্তনৰ জোৱাৰ সৃষ্টি হৈছে আৰু নতুন পৃথিবীৰ জন্ম হৈছে।

পৃথিবীৰ প্ৰগতিৰ গতিপথত মাজে মাজে নিম্নমুখী হোৱা যেন দেখিলেও সেই নিম্নমুখীতাও এটা অগ্ৰগতিৰ অংশ বিশেষ। ছোভিয়েট ৰুছিয়া আৰু পূব-ইউৰোপৰ ঘটনাৱলীয়ে ধনতন্ত্ৰক পুনৰ জন্ম দিব বা পুনৰ প্ৰতিষ্ঠা কৰিব নোৱাৰে। এই দেশবোৰত এবাৰ সমাজতান্ত্ৰিক সমাজব্যৱস্থা স্থাপন হোৱাৰ পিছত, "বজাৰ অৰ্থনীতিৰ" ব্যৱস্থা বেচিদিন চলিব নোৱাৰে। "বজাৰ অৰ্থনীতিয়ে" ৰুচিয়াৰ জনসাধাৰণৰ সুখ, সমৃদ্ধি আৰু মঙ্গল আনিব নোৱাৰে, মূল্যবৃদ্ধি, খাদ্যাভাব, অভাব-অনাটন দূৰ কৰিব নোৱাৰে। সেই দেশবোৰত উন্নততৰ সমাজতান্ত্ৰিক ব্যৱস্থা প্ৰবৰ্ত্তন হোৱাটো খাটাং আৰু অবশ্যম্ভাবী। পৃথিবীৰ পৰিবৰ্ত্তন সমূহ একেধৰণে—একে চেহেৰাৰে পুনৰ সংঘটিত নহয়। ১৮৪৮ চনত কমিউনিষ্ট মেনিফেষ্টো ৰচনা কৰা সময়ত পৃথিবীৰ যি আৰ্থিক আৰু ৰাজনৈতিক চিত্ৰ আছিল—আজি ১৯৯২ চনত সেই চৰিত্ৰৰ সম্পূৰ্ণ পৰিবৰ্ত্তন হৈছে। "কেপিটেল" ৰচনাৰ সময়ৰ পৃথিবীও আজি নাই। আজি মাৰ্ক্স আৰু এঙ্গেলছ থকাহেঁতেন তেখেত সকলে বৰ্ত্তমান যুগৰ ওপৰত ভিত্তিকৰি নতুনকৈ লিখনি সৃষ্টি কৰিলেহেঁতেন। এফালে সাম্ৰাজ্যবাদী শক্তিবোৰে আনবিক, নিউক্লিয়াৰ মাৰনাস্ত্ৰ তৈয়াৰ কৰি পৃথিবীখন নিমিষতে ধ্বংশ কৰিব পৰা শক্তি অৰ্জন কৰিছে, আনহাতে সেই অস্ত্ৰসমূহৰ প্ৰয়োগ বন্ধ কৰিবলৈ বিশ্বশান্তি পৰিষদে, বিভিন্ন গণসংগঠন আৰু ব্যক্তিয়ে হেচা দিছে—অৱশেষত ৰিগেন বুছ গৰ্বাচভৰ চুক্তিৰ মাধ্যমেৰে সীমিতকৰণ পদ্ধতি আৰম্ভ হৈছে। আনবিক আৰু নিউক্লিয়াৰ অস্ত্ৰ সম্বৰণৰ আন্দোলনো সাম্য আৰু সমতাৰ আন্দোলনৰ অংশ বিশেষ। সাম্ৰাজ্যবাদে আগৰদৰে নিজৰ খুচিমতে বিশ্ব-ব্যৱস্থা পৰিচালনা কৰিব নোৱাৰে। সমাজতান্ত্ৰিক দেশ আৰু তৃতীয় বিশ্বৰ

প্ৰভাৱে সাধাৰণ মানুহৰ ব্যাপক সংগ্ৰাম বিশ্বৰাজনীতিৰ গতি পৰিবৰ্ত্তণ কৰিছে।

ধৰ্মান্ধতা, আঞ্চলিকতাবাদ, সাম্প্ৰদায়িকতা, বগা-কলাৰ প্ৰভেদ বোৰ সামন্তযুগৰ পৰা চলি অহা অবশিষ্ট ; বৰ্ত্তমান কালৰ এদল বুৰ্জোৱাই এই অবশিষ্টবোৰ নিজৰ শ্ৰেণীস্বাৰ্থ পূৰণৰ কামত ব্যৱহাৰ কৰিবলৈ যত্ন কৰিছে। কিন্তু এই অবশিষ্ট ব্যৱহাৰৰ দিনো উকলিছে। এই সামাজিক ব্যাধিবোৰৰ উপযুক্ত চিকিৎসা কেতিয়াবাই আৰম্ভ হৈছে, আৰু এইবোৰ সমাজৰ পৰা নিঃশেষ হোৱাটো স্বাভাবিক।

মানুহে মানুহৰ স্বভাবজাত প্ৰীতি, প্ৰেম, ভালপোৱা, ঐক্য, সংহতি, মিলাপ্ৰীতিৰ পৰা আঁতৰি থাকিব নোৱাৰে। হিন্দু, মুছলমান, খৃষ্টান, ট্ৰাইবেল অনুসূচীত তপচিলী সম্প্ৰদায়,—কলিতা, বামুন, শুদিৰ, চিয়া-চুনি, আহমেদিয়া, কেঠলিক, প্ৰোটেষ্টাণ্ট—আদি হেজাৰ ৰকমৰ বিভেদৰ জালবোৰ ক্ৰমে ক্ৰমে নিশকটীয়া হৈ আহিছে। মানুহৰ ভিতৰত এই বাধাৰ দেৱালবোৰ ভাঙিবলৈ আৰম্ভ হৈছে।

মানুহৰ ভোক, পিয়াহ, অনুভূতি, ৰক্ত, মাংসৰ কোনো প্ৰভেদ নাই। কোনোবা অজানিত ক্ষনত স্বাৰ্থজড়িত লোকে সৃষ্টি কৰা—এই বাধাৰ প্ৰাচীৰ ভাঙিবলৈ আৰম্ভ হৈছে। এদিন শেষ হ'ব—আৰু শেষহোৱা ধাৰা আৰম্ভ হৈছে।

কোনো এজন ব্যক্তিয়ে বা কেজনমান ব্যক্তিয়ে সমাজতন্ত্ৰবাদ বা সাম্যবাদ ৰচিব নোৱাৰে। ই এটা বিশ্বব্যৱস্থা। ধনতান্ত্ৰিক—উৎপাদন পদ্ধতিৰ মাজত বিশাল সামাজিক শ্ৰমদানৰ বিশেষ বিশেষ স্তৰত, বহুতে মিলি একেলগে শ্ৰমদান কৰাৰ মাজত শ্ৰমৰ সামাজিকীকৰণৰ ফলত—সমাজতন্ত্ৰৰ বীজ ৰোপিত হৈছে,—এই বীজ গজিছে—গছ হ'ব ধৰিছে—তাক কোনেও ৰোধ কৰিব নোৱাৰে।

" সমাজতন্ত্ৰ " মানুহে নিজৰ প্ৰয়োজনৰ বাবে গঢ়া,—নিজৰ ভালৰ কাৰণে গঢ়া,—মানুহৰ মাজত প্ৰেম আৰু শান্তিৰ কাৰণে

গঢ়া এটা বিজ্ঞান সন্মত সমাজ ব্যৱস্থা ; তাৰ অগ্ৰগতি হৈছে— হৈ থাকিব।

## আমাৰ পুৰণি সাহিত্য

পৃথিবীৰ বিভিন্ন সময়ত বিভিন্ন মণিষীয়ে ৰচনা কৰা পুৰণি সাহিত্য সমূহে নতুন যুগৰ মানুহ সকলক পথ প্ৰদৰ্শন কৰিছে। পুৰণি দিনৰ বেদ, বেদাঙ্গ, পুৰাণ, উপনিষদ, গীতা ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, নামঘোষা, কোৰাণ, বাইবেল আদি ধৰ্মীয় পুথিসমূহে আমাৰ জীৱনলৈ অফুৰন্ত জ্ঞানভাণ্ডাৰ কঢ়িয়াই আনিছে। ব্যক্তিৰ চৰিত্ৰ-গঠনত, নৈতিকতা সৃষ্টিৰ ক্ষেত্ৰত, বীৰত্বপূৰ্ণ মনোভাব গ্ৰহণৰ ক্ষেত্ৰত, অসহায় আৰু বিপদগ্ৰস্তক সহায়-সাহায্য আৰু মনোবল দানৰ ক্ষেত্ৰত আৰু অন্যায়ৰ বিৰুদ্ধে যুদ্ধ দিয়াৰ ক্ষেত্ৰত এই পুৰণি সাহিত্য-সমূহে সমাজক অফুৰন্ত জ্ঞান সম্ভাৰ বিতৰণ কৰিছে। প্ৰতিটো যুগৰ মণিষী সকলৰ চিন্তাধাৰা, জ্ঞানচৰ্চ্চা এই সাহিত্যসমূহে ধাৰণ কৰিছে। বেদ, কোৰাণ আৰু বাইবেলৰ চিন্তাচৰ্চ্চাৰ মৌলিকতাৰ মাজত কোনো বিৰোধ নাই। ব্যক্তি আৰু সমাজৰ মঙ্গলৰ কাৰণে এই পুৰণি শাস্ত্ৰ সমূহৰ সৃষ্টি।

কোনো কোনো পুৰণি সাহিত্যত ৰাজতন্ত্ৰ, সামন্ততন্ত্ৰৰ স্তুতিগান লিপিবদ্ধ আছে, ৰাজতন্ত্ৰ আৰু সামন্ততন্ত্ৰৰ প্ৰভাৱত বা হেচাত সেই স্তুতিগান সন্নিবিষ্ট হৈছে, কিন্তু সেই একেখন সাহিত্যতে ন্যায়ৰ জয়, সত্যৰ জয়, ধৰ্মৰ জয়ৰ কাহিনীও লিপিবদ্ধ আছে।

আমাৰ পুৰণি সাহিত্য বাদ দিলে, অবহেলা কৰিলে আমি অতীতৰ প্ৰতি অবিচাৰ কৰা হব, আৰু তাৰ দ্বাৰা আমাৰ জ্ঞানলাভৰ ব্যাপক আৰু বিশাল ক্ষেত্ৰখনো শঙ্কুচিত কৰা হব। নতুন যুগ সৃষ্টি কৰিবলৈ আগবাঢ়ি অহা লোক সকলে পুৰণি সাহিত্যসমূহৰ

পৰা আহৰণ কৰিবলগীয়া যথেষ্ট সমল আছে ; পুৰণিক এলাগী বুলি জ্ঞান কৰিলে ভুল হব। এটা নতুন সমাজ ব্যবস্থা পুৰণিক বাদ দি সৃষ্টি নহয় ; পুৰণিৰ জ্ঞান আৰু অভিজ্ঞতাই নতুনৰ সৃষ্টিত ইন্ধন যোগায়।

কোনো কোনো কমিউনিষ্টে ধৰ্মৰ বিৰুদ্ধে, সনাতন নীতি-নিয়ম আৰু পুৰণি সাংস্কৃতিক জীৱনৰ সম্বন্ধে অহেতুক সমালোচনা কৰে, কটুক্তি প্ৰকাশ কৰে। মানুহৰ মাজত ধৰ্ম-বিদ্বেষী আৰু সংস্কৃতি পৰম্পৰা বিদ্বেষী বুলি পৰিচিত হয়। লেনিনে ধৰ্মক সমালোচনা কৰোতে ধৰ্মৰ নামত চলা অবিচাৰ, শোষণ আৰু নিৰ্য্যাতনক সমালোচনা কৰিছিল। ধৰ্মৰ ওপৰত সাধাৰণ মানুহৰ প্ৰগাঢ় বিশ্বাস আৰু আস্থা বিদ্যমান। সৃষ্টিতত্বৰ চমৎকাৰিতা, গুঢ়ৰহস্য আৰু প্ৰকৃত সত্য আৰু তত্বকথা মানুহে আজিলৈকে উদ্ধাৰ কৰিব পৰা নাই আৰু হয়তো নোৱাৰিব। বৈজ্ঞানিক সকলে কয় বস্তু নিজেই গতিশীল ; এই গতিশীলতাৰ কাৰণেই বিভিন্ন সংঘাত আৰু দ্বন্দৰ জৰিয়তে নিত্য নতুন সৃষ্টিৰ কথা কয় আৰু ইয়াকেই তেওঁলোকে স্বতঃসিদ্ধ তত্বহিচাব গ্ৰাহ্য কৰে। কিন্তু বস্তু গতিসহ কেনেকৈ সৃষ্টি হ'ল— কোনে কৰিলে কেতিয়া কৰিলে, কিয় কৰিলে—ইত্যাদি প্ৰশ্নৰ উত্তৰত বিতংকৈ উত্তৰ দিবৰ সমল তেওঁলোকৰো নাই ; আৰু সেই কাৰণেই সৃষ্টিতত্ব বিচাৰি মনীষী সকলে হাবাথুৰি খাইছে। মানুহ সমাজ সৃষ্টি হোৱাৰ পূৰ্বেই পৃথিবী, মাটি, পাহাৰ, নদ, নদী, সাগৰ, পানী, জুই-বতাহ আদি শক্তিবিলাকৰ সৃষ্টি হৈছে ; মানুহে এইবোৰৰ জন্মকাহিনীৰ প্ৰকৃত তথ্য দিব নোৱাৰাটো স্বাভাবিক। এদল মানুহে সৃষ্টিতত্বৰ গুৰি কত বিচাৰি নেপাই বাহিৰৰ সৃষ্টিকৰ্ত্তা ভগবানৰ কল্পনা কৰে। তেওঁলোকৰ দোষেই বা কি ?

মাৰ্ক্সবাদী দৰ্শনত বিশ্বাস স্থাপন কৰা লোকসকলে যেতিয়াই তেতিয়াই মানুহৰ ধৰ্ম বিশ্বাস, ভগবান আদিক সমালোচনা কৰাৰ ফলত মানুহে মাৰ্ক্সবাদৰ বিৰোধিতা কৰে ধৰ্ম বিৰোধী আৰু ভগবান বিৰোধী বুলি। সেইদৰে পুৰনি শাস্ত্ৰ সাহিত্য, সংস্কৃতিক আক্ৰমণ

কৰি অনাহকতে সমালোচকৰ সংখ্যা বঢ়াই লোৱা উচিত নহয়।

যেতিয়া মই স্কুলত পঢ়িছিলো—তেতিয়াই ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, নামঘোষা, গীতাভাষ্য পঢ়িছিলো। মজলীয়া স্কুলত পঢ়া সময়ত ৰমেশ গ্ৰন্থাবলী, বঙ্কিম গ্ৰন্থাবলী, শৰৎ গ্ৰন্থাবলীৰ কেইখনমান গ্ৰন্থ পঢ়াৰ সৌভাগ্য হৈছিল। এই ধৰণৰ আৰু বেলেগ বেলেগ বহুকেখন কিতাপ সকতে পঢ়িছিলো। সেইবোৰ অধ্যয়ন কৰাৰ মাজেৰে নিজৰ মনৰ ভিতৰত বীৰত্বৰ, নৈতিকতাৰ আৰু দেশপ্ৰেমৰ ভাবধাৰা অঙ্কিত হৈছিল। আৰু সৰুকালৰ সেই চিন্তাধাৰাবোৰে শেষত গজালি মেলিছিল।

বুদ্ধ আৰু জৈনযুগৰ বিভিন্ন ধৰ্মগ্ৰন্থাবলী, শিখ ধৰ্মৰ গ্ৰন্থাবলী, বৈষ্ণব যুগৰ গ্ৰন্থাবলী, আৰ্য্যসমাজ আৰু সনাতন ধৰ্মৰ গ্ৰন্থাবলীৰ প্ৰতি অবজ্ঞাৰ ভাব প্ৰকাশ কৰাটো নিতান্তই বিবেচনাহীন কাৰ্য্য। মই কোৱা নাই যে অতীতৰ গ্ৰন্থাবলীৰ সকলো ব্যাখ্যা বা উক্তি আমি গ্ৰহণ কৰিব লাগিব—বৰ্ত্তমান সমাজ জীবনৰ লগত খাপ নোখোৱা অপ্ৰয়োজনীয় উক্তি আৰু ব্যাখ্যা পৰিহাৰ কৰিব লাগিব—সন্দেহ নাই।

আমাৰ সৰুকালত নাম-প্ৰসঙ্গ বিলাকত আমি প্ৰায়েই উপস্থিত থাকিছিলো। নাম-প্ৰসঙ্গৰ আৰম্ভণীতে কীৰ্ত্তন, নামঘোষা, ৰামায়ণ বা মহাভাৰতৰ কিছু কিছু অংশ পঢ়িব লাগিছিল। গাঁৱত তেতিয়া লিখা-পঢ়া জনা মানুহৰ সংখ্যা তাকৰীয়া আছিল কাৰণে—বেচিভাগ ক্ষেত্ৰতে মই আৰু খগেন সেন ডেকাই শাস্ত্ৰ পাঠ কৰিব লাগিছিল। উপস্থিত সমজুৱাৰ পক্ষৰ পৰা ব্যাখ্যা হৈছিল—আমি অতি মনোযোগেৰে শুনিছিলো আৰু সেই ব্যাখ্যাবোৰে আমাৰ মনৰ অজানা ঠাইত ৰেখাপাত কৰিছিল। ভীম অৰ্জুনৰ বীৰত্বৰ কাহিনীয়ে তেনেকুৱা বীৰ হবলৈ উদ্‌গণি দিছিল। ৰাম-লক্ষ্মণৰ বীৰত্বপূৰ্ণ কাহিনীয়ো আমাক অনুপ্ৰেৰণা যোগাইছিল। যুধিষ্ঠিৰ বিদুৰ আৰু অন্যান্য ধৰ্মীয় নিষ্ঠাবান লোকৰ কাহিনীয়ে মিছা নেমাতিবলৈ প্ৰেৰনা দিছিল।

যি সকলে সমাজ পৰিবৰ্ত্তনৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰানিত তেওঁলোকে যথেষ্ট চৰিত্ৰবান, নিষ্ঠাবান, নিয়মানুবৰ্ত্তী, সদাচাৰী আৰু সত্যবাদী হোৱা দৰ্কাৰ—যাতে সমাজৰ অন্যসকল লোকে তেওঁলোকৰ কাম-কাজ চলন-ফুৰণত আদৰ্শৰ বেঙনি দেখিবলৈ পায়। এই সম্পৰ্কত গান্ধীজীৰ উক্তি আৰু শিকনি আমাৰ পথ-প্ৰদৰ্শক হোৱা উচিত।

মই জীবিকা নিৰ্ব্বাহৰ কাৰণে অবশেষত ওকালতিকেই ব্যৱসায় হিচাবে গ্ৰহণ কৰিছো। অন্য ব্যৱসায় কৰাৰ শিক্ষা-দীক্ষা আৰু সুযোগো নাই। মানুহে ভাবে যে ওকালতি কৰি মানুহক ফাকিদি মোক্কেলৰ পৰা বহু টকা আদায় কৰিব পাৰি। কিন্তু সুদীৰ্ঘ ৩৫ বছৰ ওকালতি কৰাৰ মাজত এই ব্যৱসায়তো নিজৰ নৈতিকতাৰ বিসৰ্জন নিদিয়াকৈ আৰু নিজৰ নৈতিকতা ৰক্ষা কৰিও ব্যৱসায় চলাব পাৰি বুলি ধাৰণা হৈছে। যেতিয়া কৃষক আন্দোলনৰ সময়ত বহুত ভূমিহীন কৃষকৰ মোকৰ্দ্দমা নামমাত্ৰ ফিজত বা বিনাফিজত কৰা হৈছিল তেতিয়া আন্দোলনৰ সম্পৰ্কত ওকালতিৰো প্ৰয়োজন আছিল।

মই আইন-ব্যৱসায়টো—আইনৰ বিশেষজ্ঞ বা ‘বিশিষ্ট আইনজ্ঞ’ হোৱাৰ মানসেৰে কৰা নাই। সাধাৰণভাবে জীবন-ধাৰণ কৰাৰ বাবে—এই ব্যৱসায়ত জড়িত হলো। মোৰ বোধেৰে আইন ব্যৱসায়ৰ মাজতো নিজৰ নৈতিকতা, নিষ্ঠা আৰু সততা ৰক্ষা কৰা যায়।

মোৰ নিজৰ শিক্ষা-দীক্ষা সীমাবদ্ধ। আৰ্থিক, সামাজিক আৰু ৰাজনৈতিক আন্দোলনৰ খলাবমা পথত গতি কৰোতে-অবশেষত আইনৰ, গ্ৰেজুয়েশ্যান লবলৈ বাধ্য হৈছিলো। কোনো প্ৰকাৰৰ চাকৰি নকৰাকৈ, চৰকাৰী চাকৰিত নোসোমোৱাকৈ বা আইন কোনো ব্যক্তি বা প্ৰতিষ্ঠানৰ বহতীয়া বা কৰ্মচাৰী নোহোৱাকৈ চলিবলৈ হলে—আইন ব্যৱসায় মোৰ কাৰণে কিছু উপযুক্ত বুলি গ্ৰহণ কৰিছিলো। এই ব্যৱসায়ৰ এটা বিশেষ আবেদন আছে সন্দেহ নাই—আনহাতে ব্যৱহাৰিক ক্ষেত্ৰত এই ব্যৱসায়ৰ জটিলতাও বহুত।

সম্প্ৰতি দেখিবলৈ পোৱা যায় যে ধনতান্ত্ৰিক সমাজৰ পুৰা প্ৰভাব— আইন ব্যৱসায়ৰ মাজতো পৰিছে। এই ব্যৱসায় পৰিচালনাকাৰী সকলৰ ভিতৰত বিভিন্ন প্ৰকাৰৰ লোকৰ অনুপ্ৰবেশ হৈছে, তেনেকৈ বিচাৰক মণ্ডলীৰ ভিতৰতো বিভিন্ন প্ৰকৃতি আৰু স্বভাৱৰ লোকৰ অনুপ্ৰবেশ ঘটিছে। তথাপিও বিচাৰবিভাগ বৰ্তমানৰ সমাজজীৱনৰ অপৰিহাৰ্য্য প্ৰয়োজনীয় অঙ্গ। সামন্তযুগৰ বিচাৰহীন আৰু কু-বিচাৰ পদ্ধতিৰ বিৰুদ্ধে বৰ্তমানৰ বিচাৰ পদ্ধতি নিতান্তই উন্নত। পৰৱৰ্ত্তী যুগৰ কাৰণে, আৰু বৰ্তমানৰ যুগৰ গণতান্ত্ৰিক পদ্ধতিক জীয়াই ৰাখিবলৈ, ওকালতি, আইন-ব্যৱসায়, বিচাৰ-পদ্ধতি নিতান্তই প্ৰয়োজনীয় ব্যৱস্থা।

সুখৰ কথা যে হেজাৰ ৰকমৰ ক্ৰুতি-বিচ্যুতি স্বত্বেও আইন-ব্যৱসায়, আইন-ব্যৱসায়ৰ পদ্ধতি, আৰু আদালতৰ গঠন পদ্ধতিৰ মাজত বিশেষ বিশেষ পৰিবৰ্ত্তণ হৈ আছে—এই ধৰণৰ পৰিবৰ্তন প্ৰয়োজন অনুসাৰে হৈ থাকিব,—আৰু এই ব্যৱস্থাই মানুহৰ সুখ সমৃদ্ধিৰ অঙ্গৰূপে ব্যৱহাৰ হব।

আইন ব্যৱসায়ৰ মাজতো দেশবিদেশৰ বিভিন্ন পৰিস্থিতি ৰাজনৈতিক পৰিবৰ্তন, আৰু গতিশীলতাৰ কথা সুক্ষ্মভাবে লক্ষ্য কৰিব পাৰি। মাৰ্ক্সবাদী দলবিলাকৰ বিভাজন আৰু অনৈক্যই ভাৰতৰ বাওপন্থী আৰু মাৰ্ক্সীয় চিন্তাধাৰাৰ লোক সকলক হতাশগ্ৰস্ত কৰিছে— সন্দেহ নাই। মাৰ্ক্সবাদী নেতা সকলে এই সম্বন্ধে সাম্যক জ্ঞান আহৰণ কৰা কৰ্ত্তব্য, আৰু ঐক্যবদ্ধ মাৰ্ক্সবাদী দল গঠন কৰাৰ বাস্তব প্ৰচেষ্টা গ্ৰহণ কৰা কৰ্ত্তব্য, নহলে ইতিহাসে তেওঁলোকক ক্ষমা নকৰিব।

( উনৈশ বিৰান্নৈব চনৰ একত্ৰিশ ডিচেম্বৰৰ পৰা আজি ৩০ জুনলৈ—এই ৫ মাহ কালৰ ভিতৰত মোৰ 'জীৱন কথাৰ' লিখনি সামৰিলো )

## শুদ্ধৰণি

| পৃষ্ঠা | শাৰি | ভুল | শুদ্ধ |
|---|---|---|---|
| ৪ | ১৫ | ঘুনীয়া | ঘুণীয়া |
| ৩০ | ৬ | চালন | চালনা |
| ৪৩ | ১৪ | সশস্ট্র | সশস্ত্র |
| ৪৩ | ২২ | কাৰ্লমাক্স | কাৰ্লমাৰ্ক্স |
| ৫৯ | ৮ | জগৰন | জাগৰণ |
| ৬১ | ১৬ | ৰাগাম্বিতা | ৰাগাম্বিত |
| ৭৬ | ৪ | শোষন | শোষণ |
| ৭৯ | ১৯ | সাহাৰ্য্য | সাহায্য |
| ৯৯ | ১৬ | সাৱধা | সাৱধান |
| ১২৯ | ৯ | কাৰনেই | কাৰণেই |
| ১৪২ | ১৩ | পুৰনি | পুৰণি |
| ২০৫ | ৭ | নিৰাম্বলহৈ | নিৰালম্বহৈ |
| ২১৬ | ১৮ | ঘৰটো | ঘৰটোৰ |
| ২২৩ | ১৯ | গুৱাহটীত | গুৱাহাটীত |
| ২৬৫ | ১০ | কৰিলো | কৰিলে |
| ২৭৫ | ১০ | সাধাৰ | সাধ্যৰ |
| ২৮১ | ২১ | দিক্ষা | দীক্ষা |
| ২৯৪ | ২২ | ঘূনীয়া | ঘুণীয়া |
| ৩০২ | ১৯ | আ | আৰু |
| ৩১২ | ৩ | যেই | সেই |
| | ১৮ | মাক্সবাদি | মাৰ্ক্সবাদ |
| | ২৬ | বেনচ | বেচি |
| ৩১৮ | ১৮ | বচৰ | বছৰ |
| | ১৯ | মাওবাদ | মাওবাদ |

| | | | |
|---|---|---|---|
| ৩১৯ | ১৩ | প্লেনট | প্লেনত |
| ৩২০ | ৬ | মাৰ | মাৰা |
| ৩২০ | ২৫ | বধৰ | বিধুৰ |
| ৩২১ | ৬ | মানগুতকৈ | মানদণ্ডতকৈ |
| ৩২১ | ৮ | প্ৰতিষ্ঠাৰ | প্ৰাৰ্থীৰ |
| | ১৯ | ছ | লছ |
| | ২০ | বলাৰ | কলাৰ |
| | ২৬ | অনবৃটেন | অনাবৃটেন |
| ৩২২ | ৭ | ক্ষন | ক্ষণ |
| | ১৩ | বেদ | বেদৰ |
| ৩২৪ | ১০ | ৰষ্ট্ৰনায়ক | ৰাষ্ট্ৰনায়ক |
| | ১১ | অস্ত্ৰহিচাবে | অস্ত্ৰহিচাবে |
| | ১৩ | প্ৰতিষ্ঠও | প্ৰতিষ্ঠিত |
| | ১৮ | লিখণি | লিখনি |
| | ১৯ | ৰচণা | ৰচনা |
| | ২০ | প্ৰতিষ্ঠাৰে | প্ৰতিষ্ঠাৰ |
| | ২০ | ৱিবৰণীয় | বিবৰণীয়ে |
| ৩২৫ | ৪ | এমুথিমান | এমুঠিমান |
| | ২৬ | সমাজতান্ত্ৰিক | সামন্ততান্ত্ৰিক |
| ৩২৮ | ১ | সংগ্ৰাম | সংগ্ৰামে |
| | ৩ | ধৰ্মানুতা | ধৰ্মান্ধতা |
| | ১২ | চুনি | চুন্নি |
| | ১২ | কেঠলিক | কেথলিক |
| | ১৬ | ক্ষনত | ক্ষণত |
| ৩৩৩ | ১৩ | পৰিবৰ্ত্তণ | পৰিবৰ্ত্তন |
| | ২১ | কৰ্ত্তব | কৰ্ত্তব্য |